প্ৰকাশক :
শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী, অসম

প্ৰথম প্ৰকাশ—১৯৬৩

মূল্য : পাঁচ টকা

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬



ভবানন্দ দত্ত

উছৰ্গা

বাগ্দেৱী বীণাপাণিৰ

শ্ৰীচৰণত—

বাণীকণ্ঠ ভবানন্দ দত্ত ৰচিত

**দৃষ্টি আৰু দৰ্শন**

অৰ্পণ কৰিলোঁ।

নীলিমা দত্ত

# আগকথা

বিভিন্ন আলোচনীত প্ৰকাশিত হোৱা তেখেতৰ দৰ্শনৰ প্ৰবন্ধ কেইটি গোটাই 'দৃষ্টি আৰু দৰ্শন' নাম দি এই পুথিখন যুগুত কৰা হ'ল। মৃত্যুৰ সময়ত আছিল তেখেত দৰ্শনৰ অধ্যাপক, কিন্তু মৃত্যু পৰ্য্যন্ত তেখেত আছিল দৰ্শনৰ প্ৰকৃত ছাত্ৰ। বিভিন্ন দেশৰ আৰু বিভিন্ন কালৰ দৰ্শন অধ্যয়ন কৰোঁতে তেখেতৰ দৃষ্টি আছিল মানৱ জাতিৰ সুদূৰ ভৱিষ্যতত। দৰ্শনৰ উৎপত্তি, তাৎপৰ্য্য আৰু আৱশ্যকতা ব্যাখ্যা কৰোঁতে, বিশেষকৈ প্ৰাচীন ভাৰতীয় দৰ্শনৰ কথা চিন্তা কৰোঁতে এই প্ৰবন্ধৰাজিত মাজে মাজে তেখেতৰ নিজা দৃষ্টি ফুটি ওলাইছে।

পুথিখনি যুগুত কৰা কাৰ্য্যত অসমৰ সুধী সাহিত্যিকবৃন্দ, বিভিন্ন আলোচনীৰ সম্পাদক, আমাৰ বন্ধুবান্ধৱ আৰু আত্মীয়-স্বজনৰ সমৰ্থন আৰু সহানুভূতি পাইছোঁ। তেখেত সকললৈ এইখিনিতে ধন্যবাদ জনালোঁ। এই কাৰ্য্যত প্ৰকৃত সহায় কৰিলে পুথিখনি প্ৰকাশৰ ভাৰ লৈ অসমীয়া সাহিত্যিক সমাজৰ পৰম বন্ধু শ্ৰীযুত বিচিত্ৰনাৰায়ণ দত্তবৰুৱা ডাঙৰীয়াই। তেখেতলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। শ্ৰীযুত দত্তবৰুৱা ডাঙৰীয়া আমাৰ বিশেষকৈ দুখৰ দিনৰ বন্ধু—তদুপৰি দেউতাকৰ ইখনৰ পিচত সিখনকৈ কিতাপ উলিয়াই দুটি পিতৃহীন শিশুক বিকাশৰ পথত প্ৰেৰণা দিয়া বাবেও তেখেতৰ ওচৰত মই চিৰঋণী।

সৰ্ব্বশেষত পৰম শ্ৰদ্ধেয় আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী ডাঙৰীয়াই অতি স্নেহেৰে পাতনি এটি লিখিবলৈ গাত লোৱাত তেখেতলৈও মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

জালুকবাৰী
১১ নবেম্বৰ '৬৩।

**নীলিমা দত্ত।**

# পাতনি

'দৃষ্টি আৰু দৰ্শন'—এই সাৰ্থক-নামা গ্ৰন্থখনৰ নামটিয়ে ইয়াৰ প্ৰতিপাদ্য বিষয়ৰ ইঙ্গিত দিছে। ইয়াত সামাজিক, ৰাষ্ট্ৰিক, ব্যৱহাৰিক, বৈজ্ঞানিক, ঐতিহাসিক আৰু নৈতিক আদি বিভিন্ন দৃষ্টিৰ লগত সামঞ্জস্য ৰাখি দৰ্শনৰ আলোচনা কৰা হৈছে।

এই গ্ৰন্থৰ গ্ৰন্থকাৰ স্বনামধন্য অধ্যাপক ৺ভৱানন্দ দত্ত অসমৰ শিক্ষিত সমাজত লব্ধপ্ৰতিষ্ঠ, সুপৰিচিত দাৰ্শনিক, বিদ্বান্ লোক আছিল। তেখেতে দৰ্শনশাস্ত্ৰৰ এম্-এ-পাচ কৰি আহিয়ে ২-৩ বছৰমান নলবাৰী কলেজত অধ্যাপনা কাৰ্য্য কৰিছিল। তেতিয়াই এই সহজাত তীক্ষ্ণধীসম্পন্ন, প্ৰখৰ প্ৰতিভাশালী, প্ৰাচ্য-পাশ্চাত্য দৰ্শনশাস্ত্ৰত ব্যুৎপন্ন, নিৰ্ভীক, প্ৰগতিবাদী, জ্ঞানামোদী লোকটিৰ সান্নিধ্য লাভৰ সৌভাগ্য আমাৰ ঘটিছিল। সেই সময়ত আমাৰ মাজত যি আলাপ-আলোচনা আৰু শাস্ত্ৰাৰ্থ লৈ তৰ্ক-বিতৰ্ক হৈছিল তাতেই এই জ্ঞানব্যমণী লোকটিৰ পুৰঠ প্ৰতিভাৰ কিৰণে এদিন দেশবাসীৰ মনোৰাজ্যত প্ৰচুৰ আলোক-পাত আৰু অসমীয়া ভাষা-সাহিত্যত প্ৰভূত জীৱনীশক্তি দান কৰিব বুলি আমি দৃঢ় আশা পোষণ কৰিছিলোঁ।

তাৰ পাচত গুৱাহাটী বিশ্ববিদ্যালয়ত দৰ্শনশাস্ত্ৰৰ অধ্যাপনাতো তেখেতে কৃতকাৰ্য্যতা আৰু সুখ্যাতি অৰ্জ্জন কৰিছিল। কিন্তু দেশৰ দুৰ্ভাগ্য যে সেই নৱোদিত সূৰ্য্য মধ্যাহ্নৰ আগেয়ে অকালতে অস্ত গৈ আমাক হতাশ কৰিলে। তথাপি তেখেতৰ জ্ঞান-সাধনাৰ প্ৰাথমিক সিদ্ধিৰ নিদৰ্শন-স্বৰূপে এই ন'টি পৰিচ্ছেদত বিভক্ত দাৰ্শনিক গ্ৰন্থখন তেখেতৰ সুযোগ্যা, বিদুষী পত্নী অধ্যাপিকা শ্ৰীনীলিমা দত্তৰ বিদ্বত্তা-সুলভ আগ্ৰহ আৰু পাতিব্ৰাত্য-সুলভ প্ৰচেষ্টাত, তথা গুণগ্ৰাহী প্ৰকাশক, 'লয়াৰ্ছ বুক ষ্টল'ৰ স্বত্বাধিকাৰী শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা দেৱৰ সৌজন্যত প্ৰকাশ হৈ ওলোৱাত আমাৰ আশা আংশিকভাৱে হলেও ফলৱতী হৈছে। সেই কাৰণে তেওঁবিলাক স্বৰ্গীয় ৺দত্তৰ পাণ্ডিত্যমুগ্ধ আৰু গুণমুগ্ধ দেশবাসীৰ ধন্যবাদৰ পাত্ৰ। ভগৱানৰ বিধান অনুসৰি ৺ভৱানন্দ দত্তৰ পাৰ্থিৱ-শৰীৰগত আয়ুস্কাল অলপীয়া হলেও এই গ্ৰন্থৰ যোগেদি তেখেতৰ জ্ঞানময়

দিব্যদেহ চিৰস্থায়ী হৈ থাকিব। দেশবাসীৰ চৰ্ম্মচক্ষুৰ পৰা তেখেত আঁতৰ হৈ গৈছে যদিও এই গ্ৰন্থই তেখেতক দেশবাসীৰ মানস-চকুৰ আগত জীৱন্ত কৰি ৰাখিব।

সংসাৰত ওপজি জীৱন-সংগ্ৰামত বিজয়ী হৈ প্ৰেয়ঃ আৰু শ্ৰেয়ঃ লাভ কৰা টোৱে সকলো মানৱৰ কাম্য আৰু জীৱনৰ প্ৰধান লক্ষ্য। আন প্ৰাণীবদৰে মানুহেও নিজক জীয়াই ৰাখিবলৈ সৰ্ব্বদাই বিৰোধী পৰিস্থিতিৰ লগত নাইবা চাৰিওপিনে বেঢ়িধৰা প্ৰাকৃতিক শত্ৰুপক্ষৰ লগত সংঘৰ্ষ কৰি থাকিব লাগে। আন প্ৰাণীৰ এই জীৱন-সংগ্ৰাম স্বাভাৱিক প্ৰবৃত্তিৰ অধীন। কিন্তু মানুহ বিৱেক-প্ৰধান জীৱ, তাৰ সূক্ষ্ম বিচাৰশক্তি আছে, গতিকে সি প্ৰত্যেক কাৰ্য্যতে সাধাৰণ জৈৱ-প্ৰবৃত্তিৰ নিয়ামকৰূপে নিজৰ বিচাৰশক্তিৰ প্ৰয়োগ কৰিব পাৰে। সেই কাৰণে প্ৰত্যেক মানুহৰে ব্যক্তিত্ব বা স্বাতন্ত্ৰ্য হ'ল দৃশ্য বা অদৃশ্য জগদ্‌বিষয়ক বিচাৰ-বিবেচনা বা জল্পনা-কল্পনাৰূপ জলবায়ুৰ সহায়ত চিত্তভূমিত উৎপন্ন, বিচিত্ৰ সংস্কাৰ-পৰম্পৰা, শ্ৰদ্ধাসমুদায় বা বিশ্বাসসমষ্টি। ইয়াকে ভগৱানে গীতাত সংক্ষেপে কৈছে :—

"শ্ৰদ্ধাময়োঽয়ং পুৰুষো যো যচ্ছ্ৰদ্ধঃ স এৱমঃ।" [ গীঃ ১৭।৩ ]

শ্ৰদ্ধাৰ অনুৰূপ হয় মানুহ, মানুহৰ কাৰ্য্য-প্ৰণালী তথা স্বভাৱ-চৰিত্ৰ। যিকোনো বস্তুৰ বিষয়ে যথাৰ্থ জ্ঞানৰ কাৰণে মানৱৰ যি বিচাৰ-বিবেচনা, প্ৰমাণ-প্ৰয়োগ বা যুক্তিৰ উহাপোহ তাকেই বোলা হয় দৰ্শন,—"দৃশ্যতে অনেন ইতি দৰ্শনম্"—যাৰ দ্বাৰা বস্তু যথাৰ্থৰূপে বুজা যায় সেয়ে দৰ্শন। গতিকে প্ৰত্যেক মানুহৰ যে নিজা নিজা বিচাৰবুদ্ধি বা প্ৰমাণ প্ৰয়োগ সি তেওঁবিলাকৰ নিজা ব্যক্তিগত জীৱন-দৰ্শন।

পাবলৈ ইচ্ছা কৰা বস্তু নাপালে বা নাপাবলৈ ইচ্ছা কৰা কিবা পালে প্ৰাণীৰ মনত দুঃখ বা উদ্বেগ-বিশেষ ওপজে। তাৰ পাচত সেই দুঃখ পৰিহাৰৰ অৰ্থে পাবলৈ ইচ্ছা কৰা বস্তুটিক পোৱাৰ আৰু পৰিহাৰ কৰিবলৈ ইচ্ছা কৰা বস্তুটিক পৰিহাৰ কৰাৰ উপায় বিষয়ে জিজ্ঞাসা বা চিন্তাৰ উদয় হয়—"দুঃখত্ৰয়াভিঘাতাজ্জিজ্ঞাসা" [ সাংখ্য কাৰিকা ]। এই দুঃখাভিঘাত আৰু তাৰপৰা অব্যাহতি লাভৰ কাৰণে যি ব্যক্তিগত প্ৰচেষ্টা সেয়ে জীৱন-সংগ্ৰাম আৰু তাৰ কাৰণে সামাজিক বা শ্ৰেণীবদ্ধভাৱে কৰা প্ৰয়াসেই শ্ৰেণী-সংগ্ৰাম। গতিকে, এই দুঃখাভিঘাতেই যিকোনো আৱিষ্কাৰ আৰু দৰ্শৰ মুল কাৰণ, এই প্ৰাচীন



ভাৰতীয় দৰ্শনৰ সিদ্ধান্ত তথা অৰ্থনীতিক, ৰাজনীতিক, সমাজনীতিক যিকোনো কাৰণত সংঘটিত জীৱন-সংগ্ৰাম বা শ্ৰেণী-সংগ্ৰামেই সকলো আৱিষ্কাৰ আৰু দৰ্শনৰ মূল্ কাৰণ ; এই আধুনিক প্ৰগতিবাদীসকলৰ অভিমত সিদ্ধান্ত, ঠিক অভিন্ন নহলেও অতি ওচৰাওচৰি।

যাক আমি দৰ্শন বুলিছোঁ সেই বিচাৰবুদ্ধি বা প্ৰমাণ প্ৰয়োগ আত্মবিষয়ক হৈ পৰিলে অৰ্থাৎ—মই কি ? ক'ৰ পৰা আহিছোঁ ? ক'লৈ যাম ? মই সৎনে অসৎ, নিত্যনে অনিত্য, সসীম নে অসীম ? —ইত্যাদি জিজ্ঞাসা বা প্ৰশ্নৰ সমাধানৰ অৰ্থে প্ৰযুক্ত হলে তাক বোলা হয় অধ্যাত্মদৰ্শন।

এই আত্মা বা 'মই' বোলা তত্ত্বটি দৃশ্যমান জগতৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ আছে, জগতক বাদ দি আত্মদৰ্শন বা দ্ৰষ্টৃপৰীক্ষা সম্ভৱপৰ নহয়। সেইকাৰণে আত্মবিষয়ক জিজ্ঞাসাৰ লগে লগে বাহ্য-জাগতিক বিষয়ৰ জিজ্ঞাসাৰো মনত উদয় হয়। জগদ্‌বিষয়ক জিজ্ঞাসাৰ যিকোনো সমাধানৰ জৰিয়তেহে পৰীক্ষকে আত্মজিজ্ঞাসাৰ সমাধানলৈ আগবাঢ়িব পাৰে। এই দৃশ্যমান জগতৰ যথাৰ্থ স্বৰূপ কি ? ই ক'ৰপৰা ওপজিলে ? ক'ত লয় হব ? —ইত্যাদি প্ৰশ্নৰ কিবা এটা সমাধান নোহোৱালৈকে পৰীক্ষকজন আত্মপৰীক্ষাত উপনীত হব নোৱাৰে গৈ। এই বহিৰ্জগতৰ বস্তুবোৰৰ স্বৰূপ, তাৰ কাৰ্য্য-কাৰণভাৱ, সজাতীয়তা-বিজাতীয়তা ও সাধৰ্ম্য-বৈধৰ্ম্য আদিৰ পৰীক্ষা বা সূক্ষ্ম পৰ্য্যৱেক্ষণেই বিজ্ঞান।

পুৰণিকালত দৰ্শন শব্দটোৱে বিজ্ঞানকো সামৰি লৈ ব্যাপকভাৱে ব্যৱহৃত হৈছিল। পাচত ভৌতিক-দৰ্শন বা বাহ্যজগতৰ পৰীক্ষাত বিজ্ঞান শব্দৰ ব্যৱহাৰ চালু হোৱাত 'দৰ্শন' শব্দটোৰ ব্যৱহাৰ অধ্যাত্ম-বিদ্যাতে আৱদ্ধ হৈ পৰিল। সেইদৰে ফিলচফি ( Philosophy ) শব্দটোও মূলতঃ যিকোনো বিদ্যানুৰাগ বা বিচাৰবুদ্ধিৰ প্ৰয়োগতে ব্যৱহৃত হৈছিল।[১] পাচতহে যেতিয়া বাহ্যজগতৰ বিভিন্ন বিষয়ৰ তত্ত্বচৰ্চ্চাক 'বিজ্ঞান' ( Science ) শব্দৰ দ্বাৰা সামৰিবলৈ বেলগাই নিয়া হ'ল, তেতিয়া 'ফিলচফি' শব্দপ্ৰয়োগৰ পৰিসৰ সঙ্কুচিত হৈ পৰিল। আজি-কালি ফিলচফি শব্দটো তত্ত্ব-মীমাংসা ( Metaphysics ), প্ৰমাণ-মীমাংসা ( Epistemology ), তৰ্কশাস্ত্ৰ ( Logic ), আচাৰ-মীমাংসা ( Ethics ),

১। গ্ৰীক্-ভাষাত ফিলচ্ ( Philos ) মানে প্ৰেম বা অনুৰাগ ( Love ) আৰু চোফিয়া ( Sophia ) মানে বিদ্যা ( Wisdom )—এই দুটাৰ যোগত উৎপন্ন হোৱা ফিলচফি ( Philosophy ) শব্দৰ যৌগিক অৰ্থ বিদ্যানুৰাগ।

ৰসবিচাৰ ( Aesthetics ), মনোবিজ্ঞান ( Psychology ) আদি কেইটামান আত্মসম্বন্ধ বিষয়ৰ বিত্তাক বুজাবলৈ হে ব্যৱহৃত হয়।

দৰ্শন আৰু বিজ্ঞান পৰস্পৰ ভিন্ন আৰু ভিন্ন শব্দৰ বাচ্য হলেও উভয়ে "অন্ধপঙ্গুন্যায়ে" পৰস্পৰ-সাপেক্ষ। দৰ্শন সৰ্ব্বদাই বিজ্ঞান-সাপেক্ষ—বিজ্ঞানৰ দ্বাৰা প্ৰমাণিত বা আৱিস্কৃত সিদ্ধান্তৰ অৱিৰোধেহে দৰ্শনৰ অগ্ৰগতি সম্ভৱপৰ। আনহাতে দৰ্শন-নিৰপেক্ষভাৱে বিজ্ঞানৰ অগ্ৰগতিত উচ্ছৃঙ্খল, প্ৰমত্ত-মাতঙ্গৰ ( বলীয়া হাতী ) দৰে বা বাইচা নোহোৱা নাৱৰ দৰে জগদ্‌বাসীৰ পক্ষে আৰু তাৰ নিজৰ পক্ষেও বিপজ্জনক। সেইকাৰণে দৰ্শন আৰু বিজ্ঞানে পৰস্পৰ নিৰপেক্ষভাৱে অকলে বিশ্ববাসীক পৰিপূৰ্ণ শান্তি আৰু নিৰাপত্তা দান কৰিব নোৱাৰে বুলি আধুনিক মনীষীসকলেও দ্বিধাহীনভাৱে স্বীকাৰ কৰিছে। দৰ্শনে বিজ্ঞানৰ উচ্ছৃঙ্খলতা বা যথেচ্ছ গতিত বাধা দি তাক মানৱজাতিৰ বা সমগ্ৰ বিশ্ববাসীৰ কল্যাণৰ পথত নিয়ন্ত্ৰিত কৰিব আৰু বিজ্ঞানে দৰ্শনক প্ৰগতিশীল কৰি আগবঢ়াই লৈ যাব। তেতিয়াহে বিশ্ববাসীৰ কল্যাণ সাধন কৰিব পাৰিব।

আজিৰ যুগত নানা শাখা-প্ৰশাখা-বিশিষ্ট বিজ্ঞানৰ যি উন্নতি আৰু বিস্তৃতি ঘটিছে সেয়ে দাৰ্শনিক মনীষা-সম্পন্ন তীক্ষ্ণধী লোকৰ দাৰ্শনিক চিন্তাৰ গতি বেচি প্ৰখৰ কৰি তুলিছে। তেওঁবিলাকে বিজ্ঞানৰ সুউচ্চ সোপানত আৰোহণ কৰি নিজৰ দাৰ্শনিক মনীষাক অধিক দূৰলৈ প্ৰসাৰিত কৰিব পাৰিছে। পুনৰ ভাৰতৰ দাৰ্শনিক চিন্তাধাৰাই যদি আধুনিক পশ্চিমীয়া দাৰ্শনিক চিন্তাধাৰা আৰু নৱাৱিষ্কৃত বিজ্ঞানৰ লগত হাত মিলাই সিহঁতৰ লগত সংঘৰ্ষৰ ক্ষেত্ৰত জয়যুক্ত হব পাৰে আৰু বিজ্ঞানৰ উদ্দাম গতি নিয়ন্ত্ৰিত কৰি বিশ্বৰ নিৰাপত্তা ৰক্ষাত তথা জনতা আৰু ৰাষ্ট্ৰৰ অৱশ্য অপেক্ষিত প্ৰগতিত অৰিহণা যোগাব পাৰে তেতিয়াহে তাৰ যথাৰ্থতা আৰু উপযোগিতা প্ৰমাণিত আৰু সৰ্ব্বতোভাৱে স্বীকৃত হব। সেইকাৰণে প্ৰাচ্য-পাশ্চাত্য দৰ্শনৰ তুলনাত্মক আলোচনা আৰু আধুনিক বিজ্ঞান-সন্মত পৰ্য্যৱেক্ষণ আজিৰ দিনত অতি আৱশ্যক হৈ পৰিছে। 'দৃষ্টি আৰু দৰ্শনে' তেনেকুৱা আলোচনা আৰু পৰ্য্যবেক্ষণৰ প্ৰতি পঢ়ুৱৈ সমাজক প্ৰেৰণা যোগাব।

আমাৰ প্ৰতিভাৱান গ্ৰন্থকাৰে এই গ্ৰন্থত ন'টা প্ৰবন্ধৰ যোগেদি, ভাৰতীয়-দৰ্শন আৰু পাশ্চাত্য-দৰ্শনৰ তুলনাত্মক অধ্যয়ন তথা আধুনিক বিজ্ঞান-সন্মত মননৰ ফলত তেখেতৰ প্ৰগতিশীল মনত সঞ্চিত সিদ্ধান্ত সৰল, সৰস, সাৱলীল আৰু প্ৰাণৱন্ত ভাষাৰে প্ৰকাশ কৰিছে। তেখেতৰ, আধুনিক বিজ্ঞান-দীপিত আৰু পাশ্চাত্য-বিজ্ঞানৰ প্ৰভাৱ-পুষ্ট প্ৰগতিশীল দৃষ্টিকোণত ভাৰতীয়-দৰ্শনৰ সকলোবোৰ সিদ্ধান্ত, যেনে—কৰ্ম্মবাদ, জন্মান্তৰবাদ, ঈশ্বৰাস্তিত্ববাদ, জাতিভেদ-প্ৰথা, বৰ্ণাশ্ৰম-ধৰ্ম্ম আদি সমাদৃত হোৱা নাই যদিও ভাৰতীয়-দৰ্শনৰ তত্ত্বপৰীক্ষা প্ৰণালীয়ে অকুণ্ঠ সমাদৰ লাভ কৰিছে। বিশেষকৈ বেদৰ জ্ঞানকাণ্ডত বৰ্ণিত আৰু শ্ৰীশঙ্কৰাচাৰ্য্যৰ দ্বাৰা যুক্তিৰে সমৰ্থিত অদ্বৈতবাদ তথা বৌদ্ধ-দৰ্শনৰ নৈৰাত্ম্যবাদ গ্ৰন্থকাৰৰ কিছু বেচি মনঃপূত আছিল যেন লাগে।



মানৱ সমাজৰ প্ৰাথমিক ব্যক্তিকেন্দ্ৰিক ধাৰণাৰ পৰা আজিকালিৰ বিশ্ব-শান্তিৰ ধাৰণালৈকে সুদীৰ্ঘ-কালৰ বিচাৰ-বিবেচনাৰ ক্ৰমবিকাশ বা প্ৰগতিৰ ইতিহাস ইয়াত "হাতী মাৰি ভুকুকাত ভৰোৱা"ৰ দৰে সন্নিবদ্ধ কৰা হৈছে। অথচ আঁহফলা দাৰ্শনিক যুক্তিবোৰৰ অৱতাৰণাৰে গ্ৰন্থখনক ভাৰগ্ৰস্ত কৰি তোলা নাই। মানৱজাতিৰ ভৱিষ্যত আৰু বিশ্বশান্তিৰ সমস্যাৰ আলোচনাত গ্ৰন্থকাৰৰ ৰাষ্ট্ৰনীতিক বিচাৰবুদ্ধিৰ প্ৰাচুৰ্য্য তথা আন্তঃৰাষ্ট্ৰীয় কূটনীতিজ্ঞানৰ প্ৰাচুৰ্য্য প্ৰকট হৈছে।

পুথিখনত কিছুমান ছপাৰ ভুল ৰৈ গৈছে ; বিশেষকৈ সংস্কৃত বাক্য-বিলাকত্। পৰৱৰ্ত্তী সংস্কৰণত এইবিলাক সম্পূৰ্ণভাৱে সংশোধিত হব বুলি আমি আশা কৰিলোঁ। স্বৰ্গীয় দত্তৰ এই গ্ৰন্থ অসমীয়া ভাষালৈ অপূৰ্ব্ব অৱদান। অসমৰ জ্ঞানামোদী বিদ্বৎসমাজ, জিজ্ঞাসু বিদ্যাৰ্থীসমাজ আৰু বিদ্যোৎসাহী জনসাধাৰণ, এই সকলো লোকৰ পৰাই এই গ্ৰন্থই অকুণ্ঠ সমাদৰ পাব বুলি আমাৰ দৃঢ়বিশ্বাস।

ইতি—

**শ্ৰীমনোৰঞ্জন শাস্ত্ৰী**

# সূচীপত্ৰ


| | বিষয় | | | পৃষ্ঠা |
|---|---|---|---|---|
| ১ । | দৰ্শনৰ সমস্যা | ... | ... | ১ |
| ২ । | দৰ্শনৰ তাৎপৰ্য্য | ... | ... | ৬ |
| ৩ । | ভাৰতীয় সংস্কৃতিত পাশ্চাত্য প্ৰভাৱ | | ... | ৫২ |
| ৪ । | প্ৰাচীন ভাৰতীয় দৰ্শন | ... | ... | ৬১ |
| ৫ । | ভাৰতীয় দৰ্শনৰ ধাৰা | ... | ... | ১০৬ |
| ৬ । | বৌদ্ধ মতবাদৰ সামাজিক তাৎপৰ্য্য | | ... | ১২৭ |
| ৭ । | বৌদ্ধ মত আৰু পথ | ... | ... | ১৩৭ |
| ৮ । | মানবজাতিৰ ভৱিষ্যৎ | ... | ... | ১৭৫ |
| ৯ । | বিশ্ব-শান্তিৰ সমস্যা | ... | ... | ১৮৮ |
| ১০ । | সুন্দৰ,-অসীম আৰু ভয়ঙ্কৰ | ... | ... | ২০১ |

# দৰ্শনৰ সমস্যা

দৰ্শনৰ মূল প্ৰশ্ন হ'ল মানৱ জীৱনৰ প্ৰকৃত তাৎপৰ্য্য নিৰ্ণয় কৰাটো। নিজৰ জীৱনটোক লৈ মানুহৰ নানা বিস্ময়, উদ্বেগ আৰু ব্যতিব্যস্ততা। মানৱ জীৱনৰ প্ৰথম আৰু প্ৰধান কথা হ'ল জীয়াই থকাৰ তাগিদ। কিন্তু কেৱল জীয়াই থকাৰ জৈৱিক প্ৰচেষ্টাতেই কোনো দাৰ্শনিক চিন্তাৰ উদ্ভৱ নহয়। কাৰণ সমগ্ৰ প্ৰাণী জগ-ততেই এই জীয়াই থকাৰ প্ৰচেষ্টা আছে। কিন্তু মানুহে পশুৰ নিচিনা স্বভাৱজ প্ৰবৃত্তিৰ ধাৰা চালিত হৈ জীৱন ধাৰণ কৰিব নোৱাৰে। কাৰণ মানৱ শৰীৰ আৰু তাৰ জৈৱিক শক্তি প্ৰকৃতিৰ বিৰুদ্ধে যুজি নিজক ৰক্ষা কৰাৰ কাৰণে উপযুক্ত নহয়। সেয়ে মানৱে দলবদ্ধ হৈ আত্মৰক্ষা কৰিব লাগে। কিন্তু আত্মৰক্ষাৰ কাৰণে দলবদ্ধ হোৱাটোও কেৱল মানবীয় বৈশিষ্ট্য নহয়। পশু-জগততো এই দলবদ্ধ জীৱন সংগ্ৰাম বিশেষ ভাৱে দেখা যায়। কিন্তু মানৱ জীৱনৰ ক্ষেত্ৰত এই দলবদ্ধ সংগ্ৰামৰ এক সমূহীয়া চেতনা প্ৰত্যেক ব্যক্তি-মানসত প্ৰতিফলিত হয়। এই সমূহীয়া চেতনাৰ যোগেদি প্ৰত্যেক ব্যক্তিয়ে নিজৰ ব্যক্তিগত আশা-আকাঙ্ক্ষা, বিপদ-বিঘিনি, সুখ-দুখ আদিক সামূহিক অনুভূতিৰ ৰূপত উপলব্ধি কৰিব পৰা হয়; আৰু সেইবোৰ বাসনাক সফল কৰিববলৈ কৰা প্ৰচেষ্টাৰ ভিতৰেদি মানৱ চেতনাত বোধশক্তিৰ ( Intellect, understanding, reason, thought ) উৎপত্তি হয়। এই বুদ্ধি বা

বোধশক্তিৰ প্ৰথম কাম হৈছে প্ৰকৃতিৰ বিৰুদ্ধে আৰু অন্যান্য প্ৰতিকূল পৰিৱেশৰ বিৰুদ্ধে জীয়াই থকাৰ সংগ্ৰামত কাৰ্য্যকৰী পথ দেখুৱাই দিয়াটো। বোধশক্তিৰ এই প্ৰয়োগৰ ফলতেই উৎপত্তি হয় এফালে শিল্প আৰু আনফালে বিজ্ঞান। মানুহৰ বোধশক্তিৰ এয়েই হৈছে সাৰ্ব্বজনীন প্ৰয়োগ বা ব্যৱহাৰ। ঠিক এই পৰ্য্যায়ত বোধশক্তিৰ দাৰ্শনিক প্ৰয়োগৰ কথা নুঠে। অৰ্থাৎ দাৰ্শনিক চিন্তা নহলেও মানৱৰ শিল্পকাৰ্য্য আৰু বিজ্ঞান চৰ্চ্চা চলিব পাৰে। মুঠ কথা, মানুহৰ বুদ্ধিশক্তি দলবদ্ধ জীৱনৰ সামূহিক প্ৰচেষ্টাৰ পৰা উদ্ভূত আৰু সেই প্ৰচেষ্টাৰ ভিতৰেদিয়েই মানৱ সংস্কৃতি, শিল্প আৰু বিজ্ঞানৰ জন্ম হয়।

কিন্তু জীৱন সংগ্ৰামত শিল্প আৰু বিজ্ঞানৰ প্ৰয়াস কৰাৰ ফলত মানুহে দৈনন্দিন প্ৰয়োজনতকৈ বেচি পৰিমাণে আহাৰ্য্য আৰু জীৱিকা সংগ্ৰহ কৰিব পৰা হয় আৰু সেই 'উদ্বৃত্ত আহাৰ্য্য'ই সম্পত্তিৰ ৰূপ পায়। এই সম্পত্তিৰ ওপৰত নিৰ্ভৰ কৰি মানুহে একান্ত জৈৱিক তাগিদৰ পৰা মুক্ত হৈ মানৱ চেতনাই প্ৰাকৃতিক পৰিৱেশৰ পৰা চিন্তাশক্তি আৰু অনুভূতিক কিছু পৰিমাণে আঁতৰাই আনি নিজৰ সামাজিক আৰু ব্যক্তিগত জীৱনক আত্মসচেতন কৰি তুলিব পৰা হয়। চিন্তাই আৰু অনুভূতিয়ে এইদৰে ব্যক্তিমুখী আৰু সমাজমুখী হৈ জীৱন সম্বন্ধে আৰু মানৱ সমাজ সম্বন্ধে কৰ্ত্তব্যজ্ঞান, তত্ত্বজ্ঞান আৰু দাৰ্শনিক জ্ঞানৰ পথ লয়। এইদৰেই মানৱ সমাজত ৰাষ্ট্ৰনীতি, ধৰ্ম্মনীতি আৰু দৰ্শনৰ উৎপত্তি হয়।

যেতিয়া মানুহৰ চিন্তাশক্তিয়ে আত্মসচেতন আৰু সমাজসচেতন হৈ পৰে তেতিয়াই ব্যক্তি-মানসত এটা অন্তৰ্দ্দ্বন্দ্ব উদ্ভৱ হয়। প্ৰকৃতিৰ বিৰুদ্ধে সংগ্ৰামত যেতিয়া মানুহে কৰ্ম্মশক্তি প্ৰয়োগ কৰি কৰ্ম্ম-বিভাজনৰ ব্যৱস্থা কৰি সম্পত্তি আহৰণ কৰে, তেতিয়া সেই কৰ্ম্ম-বিভাজনৰ কাৰ্য্যকাৰিতাৰ ওপৰত নিৰ্ভৰ কৰি বিভিন্ন ব্যক্তিৰ বিভিন্ন ধৰণৰ স্থিতি আৰু কৰ্ত্তব্যৰ ধাৰণা সমূহীয়া চেতনাত দেখা



দিয়ে। এইদৰে মানৱৰ আত্মৰক্ষাৰ খাতিৰত গোষ্ঠীভুক্ত মানৱৰ সমাজ-জীৱন আৰু সামাজিক কৰ্ত্তব্যবোধ আৰু নীতিবোধৰ জন্ম হয়। অৱশ্যে সংগ্ৰামৰ দ্বাৰা উৎপন্ন হোৱা সম্পত্তিৰ এটা বিতৰণ ব্যৱস্থাও গঢ়ি উঠে আৰু ইয়াৰ ফলত সমাজত মানুহৰ বিভিন্ন অধিকাৰবোধৰ ধাৰণা জন্মে। এইদৰে গঢ়ি উঠা মানুহৰ কৰ্ম্ম-স্থান আৰু ভাগ্যস্থানক স্থায়িত্ব দিবলৈ আৰু সমাজৰ সকলো ব্যক্তিকে সেই ব্যৱস্থা ঠিক মতে মনাই লবলৈ ৰাষ্ট্ৰ, আইন আৰু দণ্ডনীতিৰ উদ্ভৱ হয়। ৰাষ্ট্ৰ, আইন আৰু সামাজিক শৃঙ্খলাৰ প্ৰতি ব্যক্তিৰ আনুগত্য দৃঢ়তৰ কৰিবলৈ মানুহৰ সমূহীয়া চেতনাত ধৰ্ম্মৰ ( religion ) উদ্ভৱ হয়। আচলতে সেই আনুগত্যৰ মূল ভেটি হৈছে প্ৰকৃতিৰ বিৰুদ্ধে মানুহৰ আত্মৰক্ষাৰ সংগ্ৰামৰ অপৰি-হাৰ্য্যতাহে। কিন্তু অপুৰা চিন্তা আৰু জ্ঞানৰ কাৰণ প্ৰাকৃতিক শক্তিবোৰক ঠিক মতে বুজিব নোৱাৰি দেৱ-দেৱীৰ ৰূপত সেই-বোৰৰ কল্পনা কৰি আত্মৰক্ষাৰ অৰ্থে সেইবোৰক পূজা কৰা হয়। অৰ্থাৎ প্ৰকৃতিৰ লগত এফালে বাস্তৱ সংগ্ৰামত হাতে কামে লাগি গৈ জীৱিকা উৎপাদন কৰা হয়, আনফালে সেই প্ৰকৃতিক সম্পূৰ্ণভাৱে কৰায়ত্ত কৰিব নোৱাৰাৰ ফলত বলে নোৱৰা শিলা পৰি নমস্কাৰ কৰা মনোবৃত্তিৰে প্ৰাকৃতিক শক্তিবোৰক সন্তুষ্ট কৰিবৰ চেষ্টা হয় আৰু সামাজিক আৰু ৰাষ্ট্ৰীয় শৃঙ্খলাকে তেনে দৈৱিক বা ঐশ্বৰিক শক্তিৰ বিধান বুলি ব্যক্তি-চেতনাত বদ্ধমূল হয়। এইদৰে মানৱ চেতনাত ক্ৰমে নৈতিক আৰু সামাজিক কৰ্ত্তব্যবোধ ( moral & legal duty ) আৰু ধৰ্ম্ম-বিশ্বাসৰ ( religion, faith ) উৎপত্তি হয়। মানুহৰ সামাজিক বিবৰ্ত্তনৰ এই পৰ্য্যায়তো কিন্তু প্ৰকৃত স্বাধীন দাৰ্শনিক চিন্তা দেখা নিদিয়ে।

কিন্তু সময়ৰ লগে লগে এফালে মানুহৰ সংখ্যা বৃদ্ধি হয় আৰু আনফালে প্ৰকৃতিৰ বিৰুদ্ধে সংগ্ৰামৰ কৌশল ক্ৰমবৰ্দ্ধিত অভিজ্ঞতা আৰু জ্ঞানৰ কাৰণে পৰিবৰ্ত্তিত আৰু উন্নত পৰ্য্যায়ৰ

হয়। সংগ্ৰামৰ বাবে নতুন নতুন হাতিয়াৰৰ সৃষ্টি হয়। তাৰ ফলত সমাজৰ আগৰ যি কৰ্ম্মবিভাজন আৰু ভাগ্যবিভাজনৰ বিধান আছিল তাৰ পৰিবৰ্ত্তন কৰি নতুন ধৰণৰ সংগ্ৰামৰ উপযোগীকৈ লোকশক্তিৰ নতুন ধৰণৰ সংগঠন আৰু শৃঙ্খলা গঢ়ি ল'বৰ প্ৰয়োজনীয়তাই মানৱৰ সমূহীয়া চেতনাত দেখা দিয়ে। ইয়াৰ ফলত মানুহৰ চিন্তা-জগতত হয় তীব্ৰ সংঘাত; বুদ্ধিয়ে দেখা পায় পৰিবৰ্ত্তনৰ প্ৰয়োজনীয়তা, কিন্তু আগৰ ব্যৱস্থাত গঢ়ি উঠা ধৰ্ম্ম, নৈতিক আচাৰ পদ্ধতি, সামাজিক ৰীতি-নীতি আদিৰ প্ৰভাৱে অনুভূতিক আৰু ইচ্ছাশক্তিক আচ্ছন্ন কৰি ৰাখে। বুদ্ধিয়ে তেতিয়া নানা যুক্তি-তৰ্কৰ সহায় লৈ প্ৰচলিত ৰীতি-নীতি সমূহ, ধৰ্ম্ম-বিশ্বাস আৰু সেইবোৰৰ ভিত্তিত মানৱ-জীৱন সম্বন্ধে যি ধাৰণা লোক-চেতনাত থাকে সেইবোৰক অমৌলিক, পাৰমাৰ্থিক, তাৎপৰ্য্য বিহীন, মানৱৰ নিজৰ সৃষ্টি আৰু সেই হিচাবে পৰিবৰ্ত্তন সাপেক্ষ বুলি দেখুৱাবৰ চেষ্টা কৰে। মানৱ জীৱন আৰু তাৰ লক্ষ্য আৰু জীৱনৰ কৰ্ত্তব্য সম্বন্ধে নতুন ধৰণৰ ধাৰণা বুদ্ধিৰ বিচাৰৰ দ্বাৰা প্ৰচলিত কৰিব বিচাৰে। এইদৰেই হয় মানৱ-ইতিহাসত দাৰ্শনিক চিন্তাৰ উদ্ভৱ। মুঠ কথা, যেতিয়াই মানুহৰ চিন্তাশক্তিয়ে প্ৰকৃতিৰ বিষয়ে জ্ঞান আহৰণৰ উপৰিও জীৱনৰ অন্তৰ্মুখী আৰু সমাজ-জীৱনৰ ফালে আলোকপাত কৰিবৰ চেষ্টা কৰে তেতিয়াই দৰ্শনৰ তত্ত্বজ্ঞানৰ উৎপত্তি হয়। আৰু যিহেতু সমাজৰ পৰিবৰ্ত্তনৰ পথত এই ধৰণৰ মানৱ জীৱনৰ লক্ষ্য আৰু নীতিৰ বিচাৰ হৈ থাকে সেই হিচাবে যুগে যুগে মানৱ দৰ্শনৰ সমস্যাৰ স্বৰূপে আৰু সেই সম্বন্ধে সিদ্ধান্ত সমূহো বেলেগ হয়। আকৌ যিহেতু সম্পত্তিৰ স্বাৰ্থৰ ভেটিত সমাজৰ চিন্তাশীল সকলৰ ভিতৰত সমাজ-ব্যৱস্থাৰ পৰিবৰ্ত্তনৰ যুক্তিযুক্ততা সম্বন্ধে নানা মতভেদ হয় সেই কাৰণে এনেকুৱা সন্ধিক্ষণত নানা দাৰ্শনিক চিন্তাৰ উদ্ভৱ হয়। দাৰ্শনিক তৰ্কাতৰ্কি, মতবাদৰ সংঘাত আদি হয়।



ওপৰৰ পাতনিৰ পৰা কেইটামান কথা পৰিষ্কাৰ হৈ পৰে। প্ৰথমতে হ'ল বিজ্ঞান আৰু দৰ্শনৰ পাৰ্থক্য। বিজ্ঞানৰ উৎপত্তি হৈছে প্ৰকৃতিৰ বিৰুদ্ধে মানৱৰ জীৱন সংগ্ৰামৰ প্ৰয়োজনত চিন্তা-শক্তিৰ প্ৰয়োগত আৰু তাৰ ফলত উৎপন্ন হয় শিল্পৰ ( craft )। কিন্তু অপৈণত চিন্তাশক্তিৰ কাৰণে প্ৰাকৃতিক শক্তি সাধাৰণ ভাৱে হে আৰু অল্প পৰিমাণেহে কাৰ্য্যত খটাব পাৰে আৰু সেইবোৰ শক্তি মূলতঃ বুদ্ধিৰ অগম্য হৈয়েই থাকি যায়। এই বুদ্ধিৰে অগম্য প্ৰাকৃতিক শক্তিক মানুহৰ প্ৰতি সদয় আৰু অনুকূল কৰিবলৈ সেইবোৰৰ সন্তুষ্টি বিধানৰ বাবে যাগ-যজ্ঞ, পূজা-পাতল আদিৰ অনুষ্ঠান কৰে। আৰু কোনো কোনো ক্ষেত্ৰত সেই শক্তিবোৰক মানুহৰ বশ্য আৰু অনুগত কৰিবলৈ তন্ত্ৰ-মন্ত্ৰ, ভৌতিক আচাৰৰ ( Magical rites & rituals ) সহায় লয়।

এইবোৰ যাগ-যজ্ঞ আৰু তন্ত্ৰ-মন্ত্ৰই এফালে মানৱক একৰকম মানসিক নিৰাপত্তাৰ ভাৱ আৰু নিশ্চয়তা আনি দিয়ে। তাৰ একেবাৰে অসহায় ভাৱ দূৰ কৰাত সহায় কৰি অভয় দান কৰে আৰু আনফালে দৈৱিক নিয়ন্ত্ৰণৰ ধাৰণাৰ দ্বাৰা সমাজ-শৃঙ্খলাৰো বিধান কৰে। কিন্তু দৰ্শন হৈছে মূলতঃ আত্মবিদ্যা। মানৱ জীৱন সম্বন্ধে প্ৰচলিত ধাৰণাৰ ওপৰত সন্দেহ উপস্থিত হলেই মানৱৰ চিন্তাত এই আত্ম-জিজ্ঞাসা আহি পৰে। এই আত্মজ্ঞানেই হৈছে শ্ৰেষ্ঠ জ্ঞান, চক্ৰেটিচৰ মতে Wisdom, উপনিষদৰ মতে পৰাবিদ্যা। প্ৰাচীন গ্ৰীচ আৰু প্ৰাচীন ভাৰত, এই দুই দেশতেই প্ৰথম দাৰ্শনিক চিন্তাৰ উদ্ভৱ হৈছিল।

---

# দৰ্শনৰ তাৎপৰ্য্য

এজন ডেকা সাহিত্যিকে এদিন ঘৰুৱা প্ৰসঙ্গত কৈছিল যে অসমত দৰ্শনৰ প্ৰয়োজন নাই। আৰু আন এজন ডেকা অধ্যাপকে প্ৰসঙ্গক্ৰমে মন্তব্য প্ৰকাশ কৰিছিল যে প্ৰত্যেক মানুহৰে নিজা নিজা দৰ্শন আছে। এই দুই বিৰোধী ধাৰণাৰ তাৎপৰ্য্যৰ বিষয়ে বিবেচনা কৰাৰ প্ৰয়োজন আছে।

প্ৰথমটো উক্তিৰ বোধহয় তাৎপৰ্য্য এয়ে যে অসমৰ উন্নতিৰ কাৰণে প্ৰধান আৰু প্ৰথম প্ৰয়োজন অৰ্থনৈতিক উন্নতি সাধন। তাৰবাবে প্ৰয়োজন হয় বিজ্ঞান আৰু কাৰিগৰী শিক্ষা, প্ৰগতিমূলক আৰু কল্যাণমূলক ৰাজনীতি আৰু ৰাষ্ট্ৰনীতি। দ্বিতীয় প্ৰয়োজন জাতিৰ মানসিক উৎকৰ্ষ সাধন। তাৰ বাবে প্ৰয়োজন হয় ভাষা, সাহিত্য, সংস্কৃতি আদিৰ উন্নতি সাধন, সঙ্গীত নাটক আদি চাৰু শিল্পৰ বিকাশ। এই সকলোবোৰৰ কাৰণে প্ৰয়োজন হয় জাতিৰ সমূহীয়া আৰু সাংগঠনিক প্ৰচেষ্টা। আনহাতে নিছক দৰ্শনৰ চিন্তা আৰু চৰ্চ্চা বাস্তৱত প্ৰয়োজনবিহীন ভাৱ-বিলাস মাত্ৰ। দৰ্শনৰ যিবোৰ মূল প্ৰশ্ন সেইবোৰৰ কোনো সুনিৰ্দ্দিষ্ট আৰু সৰ্ব্বজনানুমোদিত সিদ্ধান্ত কোনো দিনে হোৱাও নাই আৰু হ'ব নোৱাৰেও। সেইবোৰ অলিক চিন্তাত সময় কটোৱাৰ কাৰণে জাতিৰ আহৰিয়েই বা ক'ত? অৱশ্যে বহু সংগ্ৰাম আৰু কৰ্ম্ম সাধনাৰ ভিতৰেদি দেশ আৰু জাতি যেতিয়া সমৃদ্ধিশালী হৈ উঠিব, নিয়ত জৈৱিক প্ৰয়োজনৰ বাধ্যবাধকতাৰ পৰা মুক্ত হৈ সুসংস্কৃত, মাৰ্জ্জিত আৰু সুসভ্য জীৱন যাপনৰ কাৰণে উপযুক্ত অৱসৰ পাব, তেতিয়া জাতিয়ে সুকুমাৰ কলাদিৰ উপৰিও উচ্চ চিন্তা আৰু মানসিক গভীৰতা সাধনৰ



কাৰণে দৰ্শনৰ মূল প্ৰশ্ন সমূহৰ বিষয়ে ভাবিবৰ প্ৰয়োজন হব তেনে অৱস্থাত জাতিৰ শিক্ষা ব্যৱস্থাৰ অপৰিহাৰ্য্য অঙ্গ হিচাবে দৰ্শনৰ আনুষঙ্গিক শিক্ষা সাৰ্ব্বজনীন হোৱাটো বাঞ্ছনীয় হ'ব। আমেৰিকাত, নৰ্বোৱে, চুইডেন আদি দেশত আৰু চোভিয়েট ইউনিয়নত সকলো শিক্ষাৰ্থীৰ কাৰণে দৰ্শনৰ প্ৰাথমিক শিক্ষা বাধ্যতামূলক কৰা হৈছে। চোভিয়েট ইউনিয়নত অৱশ্যে দৰ্শনক এটা সুকীয়া দৃষ্টিত দেখা হয়। জীৱনৰ ক্ষেত্ৰত ইয়াক কেৱল মাত্ৰ মানসিক সুসংস্কাৰৰ এটা অঙ্গ হিচাবে নেদেখি কৰ্ম্মসাধনাৰ মূল প্ৰেৰণাদায়ক মানসিক ভিত্তি হিচাবে দেখা হয়। এই ক্ষেত্ৰত মাৰ্কচৰ নিৰ্দ্দেশ "দাৰ্শনিক সকলে ইমানদিনে জগতখনৰ কেৱল তত্ত্ব সন্ধানৰ প্ৰয়াস হে কৰিছিল, জগতখনক পৰিবৰ্ত্তন কৰাটোহে মূল প্ৰয়োজন"—এই নিৰ্দ্দেশ মানি চলে।

আমেৰিকা আৰু অন্যান্য পশ্চিমীয়া দেশ সমূহত দৰ্শনক সামাজিক পৰিবৰ্ত্তন প্ৰকৃতি বিজয়ৰ মানসিক প্ৰেৰণা হিচাবে গ্ৰহণ কৰা নহয়। এইবোৰ দেশৰ চিন্তাশীল নেতা সকলৰ মনত যিটো মূল সমস্যা সেইটো হ'ল এই—যন্ত্ৰ-শিল্পৰ দ্বাৰা দেশত ব্যাপক উদ্যোগীকৰণ হোৱাত মানুহবোৰে নিজ নিজ স্বকীয়তা হেৰাই পেলাই যান্ত্ৰিক মনোবৃত্তিৰ হৈ যাব ধৰিছে; যন্ত্ৰৰ প্ৰাধান্যই মানুহক তল পেলাই দিবৰ উপক্ৰম কৰিছে। মানুহে বাহ্যিক জাকজমকৰ আৰু ক্ষমতাৰ মাজত অন্তৰৰ সুক্ষ্ম আৰু মহৎ অনুভূতিবোৰ হেৰাই পেলাব লগা অৱস্থাৰ সৃষ্টি হৈছে। এনে অৱস্থাত বিজ্ঞান আৰু কাৰিগৰী শিক্ষাৰ যান্ত্ৰিকতাৰ পৰা মানুহৰ মানসিক আৰু আধ্যাত্মিক বৃত্তি সমূহ ৰক্ষা কৰিবৰ কাৰণে বিজ্ঞান শিক্ষাৰ লগতে Humanities (ইতিহাস, প্ৰাচীন ভাষা আৰু সাহিত্য, নীতিশাস্ত্ৰ, দৰ্শনাদি) শিক্ষা উচ্চ শিক্ষাৰ ক্ষেত্ৰত বাধ্যতামূলক কৰাৰ প্ৰয়োজন অনুভৱ কৰিছে। এনে ধৰণৰ দাৰ্শনিক জ্ঞান চৰ্চ্চাৰ ফলত মানুহে যন্ত্ৰশক্তিৰ মাজত থাকিলেও মানৱতাৰ উচ্চ আদৰ্শ আৰু মূল্যসমূহ

অন্তৰত অনুভৱ কৰিব পাৰিব, জীৱনৰ মানবীয় মৰ্য্যাদাৰ দ্বাৰা অনুপ্ৰাণিত হৈ যন্ত্ৰশক্তিক অন্তৰৰে জয় কৰিব পাৰিব ; যন্ত্ৰৰ গোলাম হব লগীয়া নহ'ব। এনে ধৰণৰ দৰ্শন শিক্ষা General culture বা বহল মানসিক সুসংস্কাৰৰ এটা আহিলা হিচাবেও গৃহীত হয়। দৰ্শনকেই জীৱনৰ একমাত্ৰ লক্ষ্য আৰু সাধনাৰ বস্তু কৰি জগত আৰু জীৱনৰ পৰম তত্ত্ব-জ্ঞান লাভৰ উপায় হিচাবে এওঁলোকৰ বহুতে নধৰে।

ভাৰতবৰ্ষ আৰু অসমৰ ক্ষেত্ৰত ইউৰোপৰ নিচিনা যান্ত্ৰিকতাৰ সমস্যা হোৱা নাই। বৰং যন্ত্ৰশিল্পৰ ব্যাপক প্ৰয়োগ কৰি দেশৰ বুকুৰ পৰা বহুযুগৰ দৈন্য দূৰ কৰাৰ প্ৰশ্নইহে প্ৰধান হৈ উঠিছে। প্ৰাচীন কালৰ পৰাই আমাৰ সংস্কৃতি অতি গভীৰভাৱে আধ্যাত্মিক। আধ্যাত্মিকতাৰ মাজত বহুযুগ ধৰি ভাৰতবৰ্ষই নিজকে প্ৰায় নিমগ্ন কৰি অৰ্থনৈতিক আৰু ঐহিক জীৱনক পৰোক্ষ কৰাৰ ফলত হে দেশৰ ওপৰত বহুবাৰ বিদেশী শাসনে দেশ জুৰুলা কৰিবৰ সুবিধা পালে। গতিকে দেশৰ ঐহিক মেৰুদণ্ড ঠিকমতে গঢ়ি তোলাটোহে প্ৰধান কাম। আধ্যাত্মিক চৰ্চ্চাৰ আৰু দৰ্শনৰ তাত্ত্বিক বিচাৰ সম্প্ৰতি পৰোক্ষ কৰিলেও জাতিৰ মেৰুমজ্জাৰ লগত মিহিলি হৈ থকা মানৱতাৰ উচ্চ সাংস্কৃতিক মূল্যবোধ সমূহ নাইকীয়া হৈ যাব নোৱাৰে। আজি পশ্চিমীয়া যন্ত্ৰ-সভ্যতাৰ সঙ্কটৰ সময়ত ভাৰতীয় আধ্যাত্মিকতাৰ মূল্যবোধ পশ্চিমে লোৱাটো বাঞ্ছনীয় হৈছে। আৰু ভাৰতৰ অৰ্থনৈতিক পশ্চাদ্পদ অৱস্থা দূৰ কৰিবলৈ পশ্চিমীয়া যন্ত্ৰশিল্পৰ আহৰণ আৰু প্ৰয়োগ অতি অপৰিহাৰ্য্য হৈ উঠিছে।

আকৌ ভাৰতবৰ্ষত দৰ্শন-শাস্ত্ৰ চৰ্চ্চাৰ যিটো প্ৰাচীন ঐতিহ্য সেই ঐতিহ্য দেশৰ বৰ্ত্তমান পৰিস্থিতিত অচল। ইংৰাজ শাসনৰ আগতে শাস্ত্ৰাদি অধ্যয়ন আৰু চৰ্চ্চা আছিল উচ্চ জাতিৰ ভিতৰত সীমাৱদ্ধ। শিক্ষাৰ কেন্দ্ৰ আছিল গুৰুগৃহৰ চতুষ্পাঠী বা টোল। দৰ্শন-শাস্ত্ৰ আছিল ভাৰতীয় যড়দৰ্শন যেনে—ন্যায়, বৈশেষিক,



সাংখ্য, যোগ, মীমাংসা আৰু বেদান্ত। এইবোৰক লৈ বহুশতাব্দী ধৰি এটা এটা দাৰ্শনিক পন্থাৰ ( school ) সৃষ্টি হৈছিল। আৰু যিকোনো শিক্ষাৰ্থীয়ে সেইবোৰ মতবাদৰ যেই সেই এটাক গ্ৰহণ কৰিছিল। গতিকে স্বাধীন দাৰ্শনিক চিন্তাধাৰা বা নতুন যুক্তি-সম্মত সিদ্ধান্তত উপনীত হোৱাৰ কোনো সুবিধাও নাছিল আৰু প্ৰয়োগ বোধো নহৈছিল।

যদিও ষড়দৰ্শনৰ বাহিৰা তৰ্কমূলক নতুন সিদ্ধান্তত স্থান নাছিল তথাপি সেই ছয় দৰ্শনৰ যেই সেই এটা দৰ্শন গ্ৰহণ কৰাটোত যি কোনো দাৰ্শনিকৰে অবাধ স্বাধীনতা আছিল। এটা দাৰ্শনিক পথ গ্ৰহণ কৰি অন্যবোৰৰ যুক্তি আৰু সিদ্ধান্তৰ বিৰোধিতা কৰাত কোনেও সামাজিক, দলীয় বা ৰাষ্ট্ৰীয়বোৰত পৰিব লগীয়া নহৈছিল। অৰ্থাৎ সেই বিৰোধ কেৱল যুক্তি-তৰ্কৰ ক্ষেত্ৰত হে সীমাবদ্ধ আছিল। এই কাৰণে ভাৰতীয় সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত মতবাদৰ অবাধ স্বাধীনতা আছিল বুলি কোৱা হয়।

কিন্তু এটা কথা বিশেষ মন কৰিব লগীয়া এই যে ষড়দৰ্শনৰ পাৰস্পৰিক বিভেদক তল পেলাই সেই সমূহৰ এক মূলগত ঐক্যৰ কাৰণেহে উক্ত বিভেদ কেৱল তৰ্কৰ ক্ষেত্ৰতহে দেখা দিছিল। গোটেই কেইখন দৰ্শনেই আস্তিকবাদী আছিল ; অৰ্থাৎ জীৱনৰ লক্ষ্য, নীতি আৰু কৰ্ত্তব্য সম্বন্ধে বেদৰ বাক্যকেই শ্ৰেষ্ঠ প্ৰমাণ বুলি গ্ৰহণ কৰিছিল। বেদৰ বৰ্ণাশ্ৰম ধৰ্ম্ম মানি বেদ আৰু স্মৃতি-শাস্ত্ৰসম্মত কৰ্ম্মানুষ্ঠানাদি মানি লৈ সমাজৰ স্থিতিস্থাপকতা বজায় ৰখাৰ বিশেষ সহায়ক হৈছিল। সেইকাৰণে গুপ্তযুগৰ সময়ৰে পৰা ইংৰাজশাসন প্ৰৱৰ্ত্তনৰ আগলৈকে নানাৰকমৰ ঘাত প্ৰতিঘাতৰ মাজতো হিন্দু সমাজৰ নৈতিক ভেটি আৰু সংহতি অটুট হৈ আছিল।

কিন্তু গুপ্তযুগৰ সময়ৰ পৰা বৈদিক বৰ্ণাশ্ৰম ধৰ্ম্ম নিত্তনৈমিত্তিক সংস্কাৰমূলক ধৰ্ম্ম আৰু আচাৰ আৰু উপনিষদীয় তাত্ত্বিক বিচাৰ

আৰু সিদ্ধান্তহে প্ৰবৰ্ত্তি থাকিল। বৈদিক যাগ-যজ্ঞাদি লোপ পালে। তাৰ ঠাইত দেখা দিলে হিন্দুৰ সমূহীয়া পূজা, মেলা, তীৰ্থস্থান আদিয়ে। বৈদিক চাৰিজাতিৰ ঠাইত ধৰ্ম্মানুসৰি নানা জাতিৰ উদ্ভৱ হ'ল, জাতিৰ বন্ধন নিকপকপীয়া কৰা হ'ল।

বৈদিক ধৰ্ম্মৰ পৰা হিন্দুধৰ্ম্মলৈ এটি পৰিবৰ্ত্তনৰ মূল কাৰণ হ'ল পৌৰাণিক যুগত বেদ-বিৰোধী নানা সামাজিক আৰু দাৰ্শনিক মতবাদ ওলাই বৈদিক সমাজনীতি আৰু ধৰ্ম্মনীতিৰ বান্ধোন ভাঙ্গি দিলে। এইবোৰ অবৈদিক মতবাদৰ ভিতৰত আটাইতকৈ ব্যাপক আৰু বিপ্লৱাত্মক আছিল বৌদ্ধধৰ্ম্ম আৰু কিছু পৰিমাণে জৈন-ধৰ্ম্ম। বৈদিক ব্ৰহ্মণ্যধৰ্ম্মই আত্মৰক্ষাৰ্থে বৌদ্ধপন্থী সকলৰ লগত তীব্ৰ সংঘৰ্ষত নামিব লগীয়া হৈছিল। এই সংঘৰ্ষত ৰাষ্ট্ৰশক্তি, সমাজশক্তি আৰু যুক্তিতৰ্কৰ শক্তি দুয়োপক্ষৰ পৰা ব্যাপকভাৱে প্ৰয়োগ হৈছিল। ৰাষ্ট্ৰশক্তিৰ দ্বাৰা ব্ৰহ্মণ্যধৰ্ম্মই গুপ্তযুগত জয় লাভ কৰাৰ পাচত, সমাজৰ বুকুত ধৰ্ম্ম প্ৰচাৰৰ কাৰণে দুই ধৰ্ম্মৰ পণ্ডিত সকলৰ মাজত তুমুল তৰ্কযুদ্ধ কেইবা শতাব্দী ধৰি চলিছিল। আৰু এই তৰ্ক-যুদ্ধৰ পৰিণতি হিচাবে একাদিক্ৰমে হিন্দুৰ ষড়দৰ্শনৰ উৎপত্তি হয় আৰু বৌদ্ধ মতবাদ একেবাৰে পৰাজিত হৈ যায়। দুই বিৰোধী পক্ষৰ ভিতৰত তৰ্ক হোৱাৰ ভিতৰেদি ষড়দৰ্শনৰ উৎপত্তি হোৱাৰ কাৰণে ভাৰতীয় দৰ্শনৰ অন্যদেশীয় দৰ্শনতকৈ বিশেষ বৈশিষ্ট্য হ'ল পূৰ্ব্বপক্ষ আৰু উত্তৰপক্ষলৈ তত্ত্ববিচাৰ চলোৱাটো।

বৌদ্ধ মতবাদৰ মূলকথা আছিল অনাত্মবাদ আৰু অশ্বাশ্বতবাদ অৰ্থাৎ আত্মা আৰু নিত্য সত্তাৰ অস্তিত্ব অস্বীকাৰ কৰা। ই বেদ আৰু উপনিষদৰ আত্মা-তত্ত্ব আৰু অক্ষৰ ব্ৰহ্মতত্ত্বৰ বিৰোধী। সেই কাৰণে উক্ত অনাত্মবাদ খণ্ডন কৰি আত্মাৰ অস্তিত্ব প্ৰমাণ কৰাটোৱেই হিন্দু ষড়দৰ্শনৰ এক মূলগত লক্ষ্য। গতিকে ভাৰতীয় দৰ্শন মূলত এক অৰ্থাৎ পাৰমাৰ্থিক আত্মাতত্ত্ব; এই তত্ত্বক



সম্পূৰ্ণৰূপে প্ৰতিষ্ঠা কৰাৰ পথত ন্যায়, বৈশেষিক আদিবোৰ বিভিন্ন সোপান হে মাত্ৰ আৰু এই তত্ত্বই বেদান্ত বা উত্তৰ মীমাংসাত চূড়ান্ত পৰিণতি লাভ কৰিছে।

হিন্দু দৰ্শনৰ সাৰ এই আত্মাতত্ত্বৰ বৈশিষ্ট্য হ'ল আত্মাৰ কৰ্ম্ম-বন্ধন আৰু সংসাৰ ক্লেশ, সংসাৰৰ অনিত্যতা, জন্মান্তৰবাদ আৰু মোক্ষ। এইবোৰৰ ধাৰণাৰ মূল ভেটি শ্ৰুতি বা বেদ। বেদবাক্য যুক্তিৰ বা তৰ্কৰ অতীত বুলি ষড়দৰ্শনে মানি লয়। গতিকে হিন্দু দৰ্শনৰ ভেটি যুক্তি নহয় বিশ্বাস হে।

উক্ত ধাৰণাবোৰ জাতিৰ আৰ্থিক আৰু সামাজিক প্ৰগতিৰ অনুকূল মনোভাৱৰ পৰিপন্থী। কাৰণ এই ধাৰণাবোৰৰ দৃষ্টিভঙ্গী বিজ্ঞানৰ অগ্ৰগতিৰ অনুকূল নহয়। বিজ্ঞানক বাদ দি জাতিৰ উন্নতি কল্পনা কৰিব নোৱাৰি। সেয়ে যদি জাতিৰ মঙ্গল চিন্তা কৰি মত প্ৰকাশ কৰা হয় যে উক্ত ধৰণৰ দৰ্শন আমাক নালাগে, তেন্তে সেই যুক্তিক এইবোৰে উৰাই দিব নোৱাৰে। কিন্তু ইয়াৰ দ্বাৰা প্ৰমাণিত নহয় যে কোনো ৰকমৰ দৰ্শনেই আমাক নালাগে। প্ৰাচীন হিন্দু দৰ্শন যদি বেয়া আৰু মূলতঃ বিচাৰ-বিৰোধী, তেন্তে জীৱনৰ প্ৰকৃত উপলব্ধিৰ লগত খাপ খোৱা যুক্তিপূৰ্ণ বিচাৰৰ ভেটিত স্থাপিত নতুন দৰ্শনৰ প্ৰয়োজনহে বৰং প্ৰতিপন্ন হ'ব পাৰে। কাৰণ জীৱন যিহেতু আছে, জীৱনৰ প্ৰকৃত ৰহস্য আৰু স্বৰূপ সম্বন্ধে জানিবলৈকো মানুহৰ মনত এটা জাগ্ৰত কৌতুহল সদায় থাকিব। কৌতুহল থাকিলেই দাৰ্শনিক বিচাৰ থাকিব আৰু অভিজ্ঞতা অনুসৰি যথানুৰূপ দাৰ্শনিক সিদ্ধান্তও মানুহে গ্ৰহণ কৰিব। সেইবোৰ সিদ্ধান্তত যিবোৰ ফাঁক থাকি যায় সেইবোৰে পুনৰ নতুন দাৰ্শনিক বিচাৰ আৰু সিদ্ধান্তৰ সৃষ্টি কৰিব। এই দৰেই মানব সমাজত দৰ্শনৰ ইতিহাস ৰচিত হৈ আহিছে।

কিন্তু তথাপিও প্ৰশ্ন উঠিবই যে জগতৰ যি সঠিক যথালব্ধ কাৰ্য্যকৰী আৰু সৰ্ব্বজন-সম্মত জ্ঞান তাক আমি পাইছোঁ প্ৰকৃত

বিজ্ঞানৰ পৰাহে, দৰ্শনৰ পৰা পোৱা নাই। আৰু মানৱ-জীৱন আৰু সমাজ জীৱন সম্বন্ধে যথালব্ধ কাৰ্য্যকৰী জ্ঞান আমি পাব ধৰিছোঁ মনোবিজ্ঞান আৰু সমাজ-বিজ্ঞানৰ পৰাহে। এইবোৰ বিজ্ঞান যিমানেই আগবাঢ়ি যাব সিমানেই আমি জীৱনৰ ৰহস্য সঠিক ভাৱে বুজিব পৰিম। মানৱ জাতি কেনেকৈ উৎপত্তি হ'ল তাক জীৱ-বিজ্ঞানে দেখুৱাইছে। মানুহে কেনেকৈ প্ৰাকৃতিক নিয়মতেই অসভ্য আৰু বৰ্ব্বৰ অৱস্থাৰ পৰা সভ্য অৱস্থালৈ আহিল তাক নৃ-তত্ব বিজ্ঞানে দেখুৱাইছে। বিভিন্ন সভ্যতাৰ ভিতৰেদি কেনেকৈ মানৱ সমাজৰ আৰু লগতে ব্যক্তি-জীৱনৰ প্ৰগতি হৈ আহিছে তাক সমাজ-বিজ্ঞানে যুক্তিপূৰ্ণ ভাৱে দেখুৱাবলৈ প্ৰায় সমৰ্থ হৈছে। গতিকে এইটো দৃঢ়ভাৱে কব পৰা যায় যে জীৱন আৰু জগত সম্বন্ধে প্ৰকৃত সত্য দৃষ্টি বিজ্ঞানেহে দিব পাৰে। এনে অৱস্থাত দৰ্শনৰ ঠাই বিজ্ঞানে অধিকাৰ কৰিব। আন কথাত বিজ্ঞানেই দৰ্শন হৈ পৰিব। এই বিষয়ে সঠিক ধাৰণা কৰিবলৈ বিজ্ঞান আৰু দৰ্শন, এই দুইটাৰ ভিতৰত প্ৰকৃত সম্বন্ধ কি সেই সম্বন্ধে এটা স্পষ্ট নিৰ্ণয়ৰ প্ৰয়োজন হ'ব।

যদি এইটো মানিও লোৱা যায় যে জীৱনৰ আৰু জগতৰ যিবোৰ বাস্তৱ অভিজ্ঞতা বা তথ্য সেইবোৰৰ ব্যাখ্যা বিজ্ঞানেহে দিব পাৰে আৰু বৈজ্ঞানিক পদ্ধতিৰেহে কৰা উচিত, তথাপি জীৱনৰ যি নীতি-জ্ঞান আদৰ্শৰ ধাৰণা আৰু সুনীতিসম্পন্ন জীৱনৰ কাৰণে মানুহৰ যি প্ৰচেষ্টা তাৰ নিৰ্ণয়তো বিজ্ঞানে কৰিব নোৱাৰে। কাৰণ জীৱন মানে অকল জীৱনৰ বাস্তৱতাকেই নুবুজায়, জীৱনৰ মূল্যবোধ, মৰ্য্যাদা-বোধ আৰু মহত্ববোধ আদিও বুজায়। বিজ্ঞানে বাস্তৱতাৰহে ব্যাখ্যা কৰিব পাৰে, মূল্যবোধ বা আদৰ্শৰ বৈজ্ঞানিক ব্যাখ্যা সম্ভৱপৰ বুলি আজি পৰ্য্যন্ত কোনো বৈজ্ঞানিকে দৃঢ় ভাবে কব পৰা নাই। অৱশ্যে এইটো ঠিক যে মূল্যবোধৰ ভিতৰতো কি মূল্য কাৰ্য্যকৰী কৰা সম্ভৱ আৰু কি মূল্য একেবাৰে অসম্ভাব্য তাৰ ভিতৰত দৃশ্যমান পাৰ্থক্য



আছে। মূল্যবোধৰ কাৰ্য্যকাৰিতা বা সম্ভাৱ্যতা জীৱনৰ বাস্তৱতাই নিৰ্ণয় কৰে। বাস্তৱতাৰ ভেটি নাথাকিলে জীৱনাদৰ্শ বা মূল্যবোধ অলিক কল্পনা মাত্ৰ হৈ থাকিব। তথাপি মূল্যবোধৰ এটা স্বতন্ত্ৰ অস্তিত্ব মানৱ মনত প্ৰকাশিত হয় যাৰ প্ৰকৃত ৰূপ আৰু প্ৰেৰণাক বাস্তৱতাৰ ভিত্তিত বৈজ্ঞানিক ভাৱে নিৰ্ণয় কৰিব নোৱাৰি। এই কথা কাৰ্ল মাৰ্কসেও স্পষ্ট ভাৱে কৈ গৈছে। যদিও মাৰ্কসৰ মতে ব্যক্তি-মানসৰ স্বৰূপ সমষ্টি-মানসৰ ওপৰত নিৰ্ভৰ কৰে আৰু সামাজিক মানস আনহাতে সমাজৰ অৰ্থনৈতিক বাস্তৱতাৰ ওপৰত নিৰ্ভৰ কৰে, সমাজৰ অৰ্থনৈতিক বাস্তৱতাৰ স্বৰূপে আৰু তাৰ পৰিবৰ্ত্তন আৰু বিকাশাদি বৈজ্ঞানিক ভাৱে ঠিক ঠাক নিৰ্ণয় কৰিব পাৰি। কিন্তু যি কোনো সমাজৰ মানস সম্পদ কি ৰকমৰ হ'ব আৰু কেনে ধৰণে তাৰ বিৱৰ্ত্তন বিকাশাদি হ'ব সেইটো অৰ্থনৈতিক ভিত্তিৰ উপৰিও আনুসঙ্গিকতাৰ ওপৰত নিৰ্ভৰ কৰে। সেই কাৰণে তাৰ সঠিক বৈজ্ঞানিক ব্যাখ্যা কৰিব নোৱাৰি। সেইবোৰ মানসিক ধ্যান-ধাৰণা ভাৱাদৰ্শাদিৰ স্বতন্ত্ৰ গতিবিধি আৰু সঙ্গতি আছে। গতিকে দেখা যায় বস্তুবাদেও বা জড়বাদেও বিজ্ঞানৰ আপেক্ষিক সীমাৱদ্ধতা স্বীকাৰ কৰে।

অৱশ্যে মাৰ্কসীয় জড়বাদৰ বাহিৰেও এক ধৰণৰ জড়বাদ আছে, যেনে—চাৰ্ব্বাকৰ জড়বাদ আৰু অষ্টাদশ আৰু ঊনবিংশ শতাব্দীত ইউৰোপত দেখা দিয়া যান্ত্ৰিক জড়বাদ ( Mechanical Materialism )। এই ধৰণৰ জড়বাদে মনৰ স্বকীয় ক্ৰিয়াত্মক অস্তিত্ব নাই বুলি ধৰে। মানসিক চিন্তা-ভাবনা আদি দেহৰ যান্ত্ৰিক ক্ৰিয়াৰ নিষ্ক্ৰিয় প্ৰতিফলন মাত্ৰ। জড় শক্তিৰ উপৰি কোনো মানসিক বা আধ্যাত্মিক শক্তি এই জড়বাদে নামানে।

কিন্তু মন আৰু মনৰ কাৰ্য্যকৰী সক্ৰিয় স্বৰূপক অস্বীকাৰ কৰিবৰ উপায় নাই। মানুহৰ ধীশক্তিৰ প্ৰয়োগ আৰু সচেতন সমাজ সংগঠন নহলে প্ৰকৃতিক মানুহে জয় কৰি সভ্যতা সংস্কৃতি আদি গঢ়ি তুলিবই

নোৱাৰিলেহেতেন। সেই কাৰণে কোনো পাৰমাৰ্থিক আত্মা আৰু তাৰ অমৰত্ব স্বীকাৰ নকৰিলেও মানুহৰ মন আৰু চিৎশক্তিৰ অস্তিত্ব অস্বীকাৰ কৰিবৰ উপায় নাই।

এই মানৱ চিত্তই মানুহক বৰ্ত্তমান অৱস্থাতে সন্তুষ্ট নাথাকি ভবিষ্যতৰ উন্নত আৰু মহৎ জীৱনৰ কাৰণে কৰ্ম্মতৎপৰ কৰায়, নিজৰ মঙ্গলৰ উপৰিও দহৰ, দেশৰ আৰু ভৱিষ্যতৰ মানুহৰ কাৰণে ত্যাগ কৰে; কষ্ট নিৰ্য্যাতন ভোগ কৰে। পৰাৰ্থে 'ধনানি জীবিতঞ্চৈৱ' উৎসৰ্গা কৰিবলৈ কুণ্ঠিত নহয়। এই চিৎশক্তিৰ প্ৰেৰণাতেই মানুহে পাৰ্থিব বৈভৱক তুচ্ছ কৰি 'ভুমা'ৰ কাৰণে ব্যাকুল হয়। এই চিৎ-শক্তিৰ স্বতন্ত্ৰতাৰ কাৰণে মানুহে নিজৰ বিবেকে মানি ল'ব নোৱাৰা যি কোনো বাহ্যিক শক্তিৰ বিৰুদ্ধে থিয় দিবলৈ দ্বিধাবোধ নকৰে। এইবোৰ কাৰণে মানুহে জীৱনক ৰহস্যকৰ হিচাবে দেখে আৰু তাক বুজিবলৈ ধৰ্ম্ম আৰু দৰ্শনৰ ওচৰ চাপে।

মানুহৰ বিবেক বুদ্ধি, নীতি জ্ঞান, আদৰ্শবাদ, বাস্তৱৰ ওপৰত বিতৃষ্ণা, ধৰ্ম্মভাৱ আদিৰ ব্যাখ্যা মনোবিজ্ঞান আৰু সমাজ-বিজ্ঞানৰ দৃষ্টিকোণৰ পৰা দিবৰ চেষ্টা কৰা হৈছে। মনোবৈজ্ঞানিক ব্যাখ্যাৰ ক্ষেত্ৰত ফ্ৰয়েড আৰু ফ্ৰয়েডপন্থী সকলৰ ব্যাখ্যা প্ৰধান। আৰু সমাজ-বিজ্ঞানৰ দৃষ্টিকোণৰ পৰা মাৰ্কচ আৰু এঙ্গেল্চৰ ব্যাখ্যাই মুখ্য। ফয়েডীয় ব্যাখ্যাত ব্যক্তি-মনক প্ৰধানকৈ ধৰা হৈছে আৰু সমাজ-জীৱনক ব্যক্তিৰ সমষ্টি মাত্ৰ হিচাবে দেখা হৈছে। মাৰ্কচীয় ব্যাখ্যাত সমাজ-জীৱনক প্ৰধানকৈ দেখা হৈছে। আৰু ব্যক্তি-মানসক সমাজ-মানসৰ দ্বাৰা বিশেষভাবে পৰিপুষ্ট আৰু নিয়ন্ত্ৰিত বুলি ধৰা হৈছে। ফ্ৰয়েডৰ মতে চেতনাৰ মূল শক্তি হৈছে আদিম যৌনস্পৃহা। এই যৌনস্পৃহাৰ লগত লবালি কালতে মাক-বাপেকৰ শাসন আৰু নিয়ন্ত্ৰণৰ সংঘাত হয় আৰু তাৰ পৰিণতি স্বৰূপে যৌনস্পৃহাৰ দমনকাৰী বিবেক জ্ঞান ( Super-ego ) শিশুৰ মনত ওপজে আৰু যৌনস্পৃহা অচেতন মনত সোমাই পৰে। কিন্তু এই দুয়োটাৰে সংঘৰ্ষ নানাভাৱে মানৱ



চেতনাত চলি থাকে—ইয়েই ৰূপ পায় ব্যক্তি-চেতনাৰ বাসনা আৰু নীতিবোধৰ অন্তৰ্দ্বন্দ্বৰূপে, জীৱনৰ মূল্যবোধ, আদৰ্শবোধ আৰু ভোগস্পৃহাৰ সংঘাতৰূপে। মনৰ স্বাভাৱিক বিকাশত এই দুইটাৰ বিৰোধ শাম কাটি থাকে—অস্বাভাৱিক মনৰ ক্ষেত্ৰত এই বিৰোধ তীব্ৰতৰ হোৱাৰ কাৰণে মনৰ সাম্যাৱস্থা নষ্ট হৈ যায়; মন বিকল হৈ পৰে। বিফল হৈ পৰা মনক মনোবিশ্লেষণ কৰি লবালি কালৰ উক্ত মানসিক সংঘাতৰ স্মৃতিক অৱচেতন মনৰ পৰা উদ্ধাৰ কৰি সচেতন কৰি দিব পাৰিলে সেই সংঘাতৰ ফলত ওপজা আবেগৰ গোপন বিকৃতি ( unconscious emotional complex ) ভাঙি যায় আৰু মন সুস্থ হৈ উঠাত সহজ হয়। এনে ধৰণেৰে চিকিৎসা কৰি বহু অসুস্থ মনৰ ৰোগীক সুস্থ কৰিব পৰা হৈছে, আৰু মানসিক ৰোগৰ ফ্ৰয়েডীয় চিকিৎসা পদ্ধতিয়েই আজিকালি বিশেষ প্ৰাধান্য লাভ কৰিছে। সেই কাৰণে ব্যক্তি-মানসৰ ফ্ৰয়েডীয় ধৰণৰ ব্যাখ্যাত সত্যতা আছে বুলি আৰু এই ব্যাখ্যা যুক্তিযুক্ত বুলি বহুতেই মানি লয়।

মাৰ্কচে ব্যক্তি-মানসৰ গঠনত যৌনস্পৃহাৰ বিশেষত্ব স্বীকাৰ নকৰে। তেওঁৰ মতে সমাজৰ বিবৰ্ত্তনৰ লগে লগে সেই বিবৰ্ত্তনৰ পৰিণতি ৰূপে ব্যক্তি-মানসৰো বিৱৰ্ত্তন হৈ আহিছে। আদিম মানৱ সমাজত ব্যক্তি-মানসৰ কোনো স্বকীয় অস্তিত্ব নাছিল; ই সমাজ-মানসৰ লগত এক হৈ আছিল। জীৱন ধাৰণৰ কাৰণে মানুহে ক্ৰমে প্ৰকৃতিৰ ওপৰত একান্ত নিৰ্ভৰশীলতা আঁতৰাই নিজৰ সুবিধানুযায়ী খাদ্যাদি উৎপাদন কৰিবলৈ সক্ষম হ'ল। তেতিয়া সেই উৎপাদনৰ সঁজুলিৰ ব্যৱস্থাপন আৰু প্ৰকৃতিৰ বিৰুদ্ধে সেই সঁজুলি প্ৰয়োগৰ সুচলৰ ভিত্তিত সমাজত ব্যক্তিৰ লগত ব্যক্তিৰ সম্বন্ধ স্থাপিত হ'ল আৰু লগে লগে উৎপাদনৰ সম্পৰ্কৰ ভিত্তিত ব্যক্তি-মানসৰো তদনুৰূপ বিকাশ হ'ল। উৎপাদনৰ আহিলাৰ (Means of Production ) যেতিয়া উৎকৰ্ষ সাধন হয়, সমাজৰো তেতিয়া নতুন

পৰিবৰ্ত্তন হয় আৰু সমাজৰ ভিতৰত ব্যক্তি-সম্পৰ্কবো ( Induction relations ) পৰিবৰ্ত্তন হয় আৰু তদনুৰূপে ব্যক্তি-মানসো গঢ় লৈ উঠে। উৎপাদনৰ ন ন সঁজুলিৰ ব্যৱস্থাপনক কেন্দ্ৰ কৰি সমাজত শ্ৰেণীভেদ হয় আৰু শ্ৰেণীবোৰৰ নিজ নিজ মূল্যবোধ, নীতিবোধ, আদৰ্শবোধ আদি গঢ়ি উঠে। এই শ্ৰেণীগত ভাৱসম্পদ সমূহ ( Ideologies ) ব্যক্তি-মানসৰ মাজেদি প্ৰকাশ হয়। ব্যক্তিৰ যৌনস্পৃহাকো সমাজৰ অৰ্থনৈতিক সম্পৰ্কই ( Productions relations ) নিয়ন্ত্ৰিত কৰে। নাৰী আৰু পুৰুষৰ যৌন সম্পৰ্কত উক্ত অৰ্থনৈতিক সম্বন্ধই সমাজৰ বিভিন্ন বিকাশৰ স্তৰত বিভিন্ন ধৰণে নিয়ন্ত্ৰিত কৰে। জন-মানস আৰু ব্যক্তি-মানসত এনেধৰণৰ ব্যাখ্যাকেই মাৰ্কচৰ 'অৰ্থনৈতিক নিয়ন্ত্ৰণৰ তত্ত্ব' ( Economic determinison ) বোলা হয়।

কিন্তু জীৱনৰ মূল্য আৰু নীতিবোধ আদিৰ উক্ত ধৰণৰ লৌকিক ব্যাখ্যা দিয়া সত্বেও মাৰ্কচে স্পষ্টভাৱে কৈছে যে ব্যক্তি আৰু শ্ৰেণী-মানসৰ ভাৱাদৰ্শই এক অৰ্থনৈতিক ব্যৱস্থাৰ আভ্যন্তৰীণ সংঘাতৰ গঢ় লৈ উঠি পুনৰ সমাজত অৰ্থনৈতিক ভিত্তিৰ ওপৰত প্ৰতিক্ৰিয়া কৰে আৰু সেই ভিত্তিক কাৰ্য্যকাৰীৰূপে পৰিবৰ্ত্তন কৰাত সহায় কৰে। মাৰ্কচৰ মতে দৰ্শন হৈছে ব্যক্তি আৰু শ্ৰেণী-মানসৰ ভাৱাদৰ্শৰ ( Ideology ) উচ্চতম আৰু অতিপ্ৰয়োজনীয় অঙ্গ। সমাজক প্ৰগতিৰ পথত আগুৱাই নিয়াৰ ক্ষেত্ৰত দাৰ্শনিক তত্ত্বই বিশেষৰূপে কাৰ্য্যকৰী হয়। গতিকে দৰ্শন মানৱ সমাজৰ পক্ষে অপৰিহাৰ্য্য। সমাজত শ্ৰেণীভেদ থকাৰ দৰে দৰ্শনতো প্ৰকাৰ ভেদ আছে। একধৰণৰ দৰ্শনে সমাজৰ পুৰণি ব্যৱস্থাক দৃঢ়তৰ কৰাতহে সহায় কৰে—গতিকে তেনে দৰ্শন প্ৰতিক্ৰিয়াশীল। ইয়াৰ বিৰুদ্ধে সংগ্ৰাম কৰে প্ৰগতিশীল দৰ্শনে।

এইটো ঠিক যে আগতে মানৱ-জীৱন যিদৰে অতি ৰহস্যময় যেন লাগিছিল আৰু তাৰ ব্যাখ্যাৰ কাৰণে অপ্ৰাকৃত আলৌকিক তত্ত্বৰ



অস্তিত্ব দৰ্শনে যুক্তি আৰু অনুমানেৰে নিৰ্ণয় কৰিছিল। আজিকালি প্ৰাকৃত মনস্তত্ব আৰু লৌকিক সমাজতত্বই সেই ৰহস্য বহুখিনি দূৰ কৰিছে। বিজ্ঞানৰ আবিস্কৃত সত্যকেই দৰ্শনে মানি লব লগীয়া হৈছে। সেইদৰে মানুহৰ অন্তৰ্প্ৰকৃতিৰ ক্ষেত্ৰতো মনস্তত্ব আৰু সমাজতত্বই কৰা সুপৰীক্ষিত বাখ্যাকেই এদিন দৰ্শনে হয়তো স্বীকাৰ কৰি ল'ব লাগিব। তেতিয়া মানৱ প্ৰকৃতি আৰু বিশ্ব-প্ৰকৃতি এই দুই জগততে দৰ্শনৰ কোনো নিজস্ব ভূমি বা বিচাৰৰ ক্ষেত্ৰ নাথাকিব। তেতিয়া জ্ঞান আৰু সত্য লাভৰ উপায় হিচাবে দৰ্শনৰ স্থান ক'ত থাকিব ?

জগত আৰু জীৱন সম্বন্ধে নিৰ্ভৰযোগ্য আৰু কাৰ্য্যকৰী সত্যলাভৰ ক্ষেত্ৰত বিজ্ঞানে দৰ্শনত ঠাই সম্পূৰ্ণৰূপে অধিকাৰ কৰি ললেও দৰ্শনৰ অস্তিত্ব লোপ নাপায়। কাৰণ দৰ্শনেতো কেৱল সত্য নিৰ্ণয় কৰিবলৈকে মাত্ৰ চেষ্টা নকৰে, ই সেই সত্যৰ ওপৰতো বিচাৰ চলায়, সেই সত্যৰ মূল্য নিৰ্দ্ধাৰণ কৰিবলৈ প্ৰয়াস কৰে। যেতিয়া বৈজ্ঞানিকে অকলমাত্ৰ বৈজ্ঞানিক তত্ত্ব আবিষ্কাৰ কৰিয়েই ক্ষান্ত নাথাকে, বৰং নিজৰ মনত এই প্ৰশ্ন তোলে যে এই বৈজ্ঞানিক জ্ঞান সম্ভৱ হ'ল কেনেকৈ ? অবৈজ্ঞানিক জ্ঞান আৰু বৈজ্ঞানিক জ্ঞানৰ পাৰ্থক্য কি আৰু সেই পাৰ্থক্য কেনেকৈ হয় ? জগত সম্বন্ধে বৈজ্ঞানিক জ্ঞানেই একমাত্ৰ সত্য নে, সেই জ্ঞানো আপেক্ষিক ? চূড়ান্ত সত্য বিজ্ঞানে দিব পাৰে নে ? যদি নোৱাৰে, তেন্তে চূড়ান্ত সত্য বিজ্ঞানে সত্য লাভ কৰিবৰ আন কোনো উপায় আছে নে কি ? কেৱল ইন্দ্ৰিয়-জ্ঞানেই বিজ্ঞানৰ ভেটি আৰু মূল বিচাৰ্য্য বিষয় নে ইন্দ্ৰিয়াতীত সত্যৰ নিৰ্ণয়ো বিজ্ঞানে কৰে বা কৰিব পাৰে ; মানৱ-জীৱনৰ সৰ্ব্বাঙ্গীন বিকাশৰ পথত বিজ্ঞানে কি ঠাই অধিকাৰ কৰে বা কৰা উচিত ? আন কথাত বিজ্ঞানে জীৱন পৰিচালিত কৰা উচিত নে জীৱনৰ প্ৰয়োজনত বিজ্ঞান পৰিচালিত হোৱা উচিত —এনে ধৰণৰ প্ৰশ্নবোৰ অতি অপৰিহাৰ্য্য আৰু দৰ্শনেহে এইবোৰ

প্ৰশ্নৰ বিচাৰ কৰিব পাৰে। মানুহে কেৱল বিজ্ঞান জানিলেই নহয়। বিজ্ঞান সম্বন্ধে জ্ঞানো মানুহে বিচাৰ কৰিব লগীয়া হয়। অৰ্থাৎ দৰ্শনে বিজ্ঞানকেই নিজৰ বিচাৰ্য্য বিষয় হিচাবে গ্ৰহণ কৰে। এনে ধৰণৰ দৰ্শনক বিজ্ঞানৰ দৰ্শন ( Philosophy of Science ) বোলা হয়। মনস্তত্ত্ব আৰু সমাজতত্ত্বৰ ক্ষেত্ৰতো সেই একে কথাই প্ৰযোজ্য।

প্ৰত্যেক বিজ্ঞানৰ মূল প্ৰেৰণা হিচাবে এটা কেন্দ্ৰীয় দাৰ্শনিক দৃষ্টি থাকে। এনে এটা ব্যাপক দাৰ্শনিক পৰিপ্ৰেক্ষিতৰ দ্বাৰা অনুপ্ৰাণিত হৈ হে বিজ্ঞানৰ পথ প্ৰদৰ্শক সকলে অনুসন্ধান গবেষণা আদি চলায় আৰু সত্য নিৰ্ণয় কৰে। এইদৰে এক দাৰ্শনিক প্ৰেৰণাৰ দ্বাৰা বিজ্ঞানে প্ৰগতিৰ পথত কিছু আগবাঢ়ি যোৱাৰ পিচত এনে কিছুমান নতুন তথ্য ধৰা পৰে যে সেইবোৰক আগৰ আৱিষ্কৃত বৈজ্ঞানিক সত্যবিলাকৰ লগত মিলাব নোৱৰা হৈ এক অচল অৱস্থাৰ সৃষ্টি হয়। তেতিয়া পুনৰ বিজ্ঞানৰ মূল সূত্ৰ, স্বতঃসিদ্ধ আদি বোৰৰ বিষয়ে নতুন বিচাৰ চলে। এই বিচাৰৰ ফলত হয়তো আন এটা ব্যাপক দাৰ্শনিক দৃষ্টিৰ উদ্ভৱ হয়। এই নতুন দৃষ্টিৰ প্ৰেৰণাত আগৰ আবিষ্কৃত বৈজ্ঞানিক সূত্ৰ আৰু সত্যসমূহ নতুন আলোকত পৰিলক্ষিত হয়, সেইবোৰৰ নতুন তাৎপৰ্য্য ওলাই পৰে। আৰু সেই নতুন তাৎপৰ্য্যৰে পুৰণি বৈজ্ঞানিক তথ্যসমূহক নতুন তথ্যসমূহৰ লগত মিল ঘটাই নতুন তত্ত্ব ( Theory ) প্ৰতিষ্ঠিত হয়। এইদৰে বৈজ্ঞানিক তত্ত্বসমূহো সময়ৰ গতিত পৰিবৰ্ত্তিত হৈ নতুন তত্ত্ব ৰূপে দেখা দিয়ে। দৃষ্টান্ত স্বৰূপে নিউটনৰ যি মাধ্যাকৰ্ষণৰ তত্ত্ব, জড়পদাৰ্থৰ গতি আৰু স্থিতিৰ সূত্ৰাদি আৰু বিশ্বতত্ত্ব ( Cosmology ), সেই সকলোবোৰৰ পৰিবৰ্ত্তন ঘটাই আইনষ্টাইনে নতুন নতুন তত্ত্ব আৰু সূত্ৰাদি আৱিষ্কাৰ কৰিছে। পদাৰ্থ-বিজ্ঞানৰ তাৎপৰ্য্য আৰু তাৰ স্বতঃসিদ্ধ সমূহক এক নতুন দাৰ্শনিক আলোকত বিচাৰ কৰি লৈহে তেওঁ সেই পদাৰ্থ-বিজ্ঞানৰ তত্ত্বসমূহক পৰিবৰ্ত্তন কৰি নতুন তত্ত্বৰ



নিৰ্ণয় কৰিব পাৰিছিল। পদাৰ্থ-বিজ্ঞানৰ বাহিৰেও অন্যান্য বিজ্ঞান সমূহৰ ক্ষেত্ৰতো সেই একে কথাই দেখা যায়।

গতিকে এই কথা স্পষ্ট যে বৈজ্ঞানিক সত্য সময়সাপেক্ষ আৰু আপেক্ষিক। সেইবোৰ সত্য চিৰস্থায়ী বা চিৰন্তন সত্য নহয়। অথচ সেইবোৰ সত্য সত্যই, অসত্য নহয়। অৰ্থাৎ বিশ্বৰ সম্পুৰ্ণ সত্য বিজ্ঞানে দিব নোৱাৰে। বিজ্ঞানে সেই সম্পুৰ্ণ সত্য নিৰ্ণয়ৰ পথত ক্ৰমে ক্ৰমে আগুৱাই যাব পাৰে। ইয়াৰ ফলত আকৌ এই প্ৰশ্নৰ উদ্ভৱ হয়—কিহক নো আমি মূল সত্য বোলোঁ আৰু কিহক আপেক্ষিক সত্য বোলোঁ—অসত্য বা মিথ্যাৰ লগত সত্যৰ প্ৰভেদ কি? সত্য কেৱল মানুহৰ অভিজ্ঞতা সমূহৰ ভিতৰতে সীমাবদ্ধ হৈ থাকে। অৰ্থাৎ সত্য কেৱল মনোগত আৰু ইন্দ্ৰিয়গত বা বিষয়ীগত নে ই জ্ঞাতাৰ অতিৰিক্ত কোনো সৎবস্তুক ভিত্তি কৰিহে জ্ঞাতাৰ মনত সত্যৰূপে প্ৰতিফলিত হয়। যদি তেনে বস্তু স্বৰূপক ভেটি কৰি সত্য নিৰ্ণীত হয় তেন্তে বস্তু আৰু সত্যৰ পাৰস্পৰিক সম্বন্ধ কি? বিজ্ঞানে এইবোৰ মূলগত প্ৰশ্নৰ বিচাৰ নকৰে; এইবোৰ দাৰ্শনিকৰ বিচাৰ্য্য। দাৰ্শনিক বিচাৰ হে এইবোৰত সম্ভৱপৰ।

বস্তু আৰু সত্যৰ সম্বন্ধ, সত্যৰ প্ৰকৃত স্বৰূপ আদি প্ৰশ্নৰ মূলতে আছে দৰ্শনৰ আদিম চিৰন্তন প্ৰশ্ন—জ্ঞাতা আৰু জ্ঞেয়, বিষয়ী আৰু বিষয়, ভোক্তা আৰু ভোগ্য, পুৰুষ আৰু প্ৰকৃতি, এই দ্বৈতৰ প্ৰকৃত তত্ত্ব বিচাৰ কি আৰু তাৰ আনুষঙ্গিক প্ৰশ্ন জ্ঞাতা আৰু জ্ঞানৰ, জ্ঞানৰ আৰু জ্ঞেয়ৰ পাৰস্পৰিক সম্বন্ধ কি আৰু সেই সম্বন্ধৰ তাত্বিক তাৎপৰ্য্য কি ( The Relationship between the Knower, the Knowledge and the Known )

বৈজ্ঞানিক জ্ঞানৰ আপেক্ষিকতাৰ লগতে এই প্ৰশ্নও স্বাভাৱিকতে উদয় হয়—বৈজ্ঞানিক জ্ঞানৰ উপৰিও আমি কেনে বিভিন্ন ধৰণৰ জ্ঞান লাভ কৰোঁ, অৰ্থাৎ বৈজ্ঞানিক পদ্ধতিৰে জ্ঞান লাভৰ উপৰিও আৰু অন্য কি কি উপায়েৰে বেলেগ ধৰণৰ

জ্ঞান আমি পাব পাৰোঁ; আৰু তেনে ধৰণৰ জ্ঞানৰ প্ৰকৃত মূল্য কি? সাধাৰণতে আমাৰ হয় ইন্দ্ৰিয় জ্ঞান; সেই জ্ঞানক বৈজ্ঞানিক পদ্ধতিৰে বিচাৰ কৰি বৈজ্ঞানিক জ্ঞান পোৱা যায়। এই দুই বিধৰ উপৰিও মানৱ মনৰ অন্য কোনো দ্বাৰ আছে নে কি যাৰ দ্বাৰা ইন্দ্ৰিয়াতীত ধৰণৰ জ্ঞান আমি পাব পাৰোঁ। এইবোৰ প্ৰশ্নও দৰ্শনৰ প্ৰধান প্ৰশ্ন। আৰু মানুহৰ মনৰ বহু ভুল ধাৰণা দূৰ কৰি সত্যপথ লাভৰ বাবে সহায় কৰাত উক্ত প্ৰশ্নবোৰৰ নিৰপেক্ষ আৰু যুক্তিযুক্ত বিচাৰ অতি প্ৰয়োজনীয়।

ওপৰত উল্লেখ কৰা দাৰ্শনিক প্ৰশ্নবোৰৰ বিষয়ে বিচাৰ কৰা উজু কাম নহয়। ইয়াৰ বাবে দৰ্শনৰ কেৱল প্ৰাথমিক জ্ঞান থাকিলেই নহয় বা প্ৰশ্নবোৰৰ বিষয়ে প্ৰচলিত দাৰ্শনিক যুক্তি-বিচাৰৰ ধাৰা মুখস্থ কৰি সেইবোৰক ভব্য গব্য ভাৱে যতে ততে গাই ফুৰি নিজকে দাৰ্শনিক পণ্ডিত বুলি সমাজত বৃত্তিগত সম্মান আৰু প্ৰতিষ্ঠা লাভ কৰিলেই 'Man' বুলি লোকমাঝে মান্য সংকাৰ খুজি লৈ ফুৰিলেই নহয়। এইবোৰৰ দাৰ্শনিক বিচাৰ আৰু তাৰ তাৎপৰ্য্য উপলব্ধি কৰাৰ কাম বহু সাধনা আৰু অধ্যৱসায় সাপেক্ষ, জীৱনৰ বহু অভিজ্ঞতা সাপেক্ষ, যাৰ পৰিণতি ৰূপেহে প্ৰকৃত দাৰ্শনিক দৃষ্টি পৰিণত বয়সত সাধকৰ মনত উদয় হ'ব পাৰে। যি সকলে এনেকুৱা প্ৰকৃত দাৰ্শনিক জ্ঞান লাভৰ সাধক সেই সকলে জীৱনৰ অন্য চিন্তা—যেনে অৰ্থ চিন্তা, সামাজিক উচ্চ প্ৰতিষ্ঠা লাভৰ চিন্তা, ক্ষমতালাভৰ চিন্তা আদি তল পেলাই জীৱনৰ উপলব্ধি লাভকেই একমাত্ৰ লক্ষ্য হিচাবে লব লাগে। এনে ধৰণৰ প্ৰকৃত তত্ত্বজ্ঞানৰ সাধক অতি কম। বহুবোৰ তথাকথিত দাৰ্শনিকে দাৰ্শনিকৰ ভাও হে জোৰে। এনে ধৰণৰ তত্ত্বজ্ঞানীৰ মুখাপিন্ধা সকলে সমাজত দপদপাই ফুৰি প্ৰকৃত ও তত্বানুৰাগীক তল পেলাই থয়। অকল দাৰ্শনিকৰ ক্ষেত্ৰতে নহয়, বিজ্ঞানসাধক, শিল্পসাধক, সমাজৰ মঙ্গলসাধক আদি সকলো নতুন পথৰ প্ৰদৰ্শক সকলে সম-



সাময়িক সমাজৰ হাতত নানা নিৰ্য্যাতন ভুগিব লগা হয়, নিন্দা, কপটতা, গোপন আৰু প্ৰকাশ্য হিংসা আদি সকলো প্ৰকাৰ শত্ৰুতাৰ মাজত পৰিব লগীয়া হয়। মানুহ যিমানেই সভ্যতাৰ পথত আগ নেবাঢ়ক, সমাজৰ শ্ৰেষ্ঠ মানৱসকলৰ প্ৰতি এনে ধৰণৰ অমানুষিক বৰ্ব্বৰতা কমা নাই। ধৰ্ম্ম, ৰাজনীতি, বিজ্ঞান আদিৰ পথপ্ৰদৰ্শক সকলে নতুন আলোকৰ সাধনাত যিদৰে সমসাময়িক সমাজৰ হাতত নিৰ্য্যাতন ভুগিছে, সেইদৰে দৰ্শনৰ সাধক বহুতেও তেনে নিৰ্য্যাতন ভোগ কৰিছে। গ্ৰীক দাৰ্শনিক চক্ৰেটিচক এথেঞ্চৰ নাগৰিক নেতাসকলে বিষপান কৰাই হত্যা কৰিছিল; ৰেণেচাঞ্চৰ যুগৰ দাৰ্শনিক গৰ্ডিয়ানো ব্ৰুণোক ধৰ্ম্মৰ নামত জুইত পুৰি মৰা হৈছিল। ইহুদী দাৰ্শনিক স্পিনোজাক ইহুদীসকলে জুই পানী বৰ্জ্জিত কৰি ৰাখিছিল। বুদ্ধদেৱকো প্ৰথম অৱস্থাত ৰজা অজাতশত্ৰুৱে গোপন চক্ৰান্ত কৰি হত্যা কৰিব খুজিছিল। শ্ৰীমৎ শঙ্কৰাচাৰ্য্যকো সম-সাময়িক ব্ৰাহ্মণ সমাজ প্ৰচ্ছন্ন বৌদ্ধ বুলি নিন্দা কৰিছিল আৰু সমাজত এঘৰীয়া কৰি ৰাখিছিল।

কিন্তু এনে নিৰ্য্যাতনৰ মাজতো সমাজৰ বুকুৰ পৰা তত্ত্ব আৰু জ্ঞানৰ আলোক নুমাই নেযায়। তেওঁলোকৰ নতুন চিন্তা আৰু সাধনাই লাহে লাহে বিয়পি গৈ মানুহৰ মনক আচ্ছন্ন কৰি ৰখা অজ্ঞতা, কুসংস্কাৰ, কুনীতি আদিৰ পৰা মুক্ত কৰে; সামূহিক চেতনাক উচ্চতৰ আৰু মহত্তৰ কৰে। সেই নতুন তত্ত্ব আৰু চিন্তাৰ আলোকত সমাজে নিজকে আৰু ভালকৈ চিনি পাবৰ সুবিধা হয় আৰু সেই নতুন পৰিচয়ৰ ভিতৰেদি সমাজৰ মনে নতুন মুক্তি লাভ কৰে। কেৱল বিজ্ঞানৰ প্ৰয়োগৰ দ্বাৰা প্ৰকৃতিৰ শক্তিক বশীভূত কৰিলেই মানৱ সমাজৰ আৰু সভ্যতাৰ উন্নতি নহয়। কাৰণ সমাজৰ আৰু ৰাষ্ট্ৰৰ কৰ্ণধাৰ সকলৰ অন্তৰ যদি জ্ঞানৰ আলোকৰ দ্বাৰা মহীয়ান নহয় তেন্তে বিজ্ঞানৰ দান বিৰাট শক্তি তেওঁলোকে মানৱ সমাজৰ অকল্যাণৰ কাৰণে প্ৰয়োগ কৰিব পাৰে। মানুহৰ

অন্তৰৰ পশুশক্তিক জয় কৰি সভ্যতাৰ পথ পৰিষ্কাৰ কৰাৰ কামত দাৰ্শনিক পথিকৃৎ সকলৰ দান অসীম।

অৱশ্যে মানৱ সমাজ সাধাৰণতে যুক্তিৰ দ্বাৰা পৰিচালিত নহয়; হয় প্ৰধানতঃ জীয়াই থকাৰ প্ৰয়োজনৰ দ্বাৰা। সমাজবদ্ধভাৱে নাথাকিলে প্ৰকৃতিৰ বিৰুদ্ধে মানুহ জীয়াই থাকিব নোৱাৰে। সেয়ে সমাজ-বন্ধনৰ প্ৰচলিত আচাৰ-নীতি, ধ্যান-ধাৰণা আদৰ্শ আদি যিমানেই কুসংস্কাৰপূৰ্ণ আৰু বৰ্ব্বৰ নহওক, তাকেই সাৱটি ধৰি থাকিব খোজে। আৰু মানুহৰ অন্তৰত থকা যি যুক্তি বা চিন্তাশক্তি সেই শক্তিৰ অপপ্ৰয়োগ কৰি প্ৰচলিত আচাৰ নীতি সমূহকে সমুচিত আৰু সুযুক্তিপূৰ্ণ বুলি সমাজৰ মনত প্ৰতিপন্ন কৰিবৰ চেষ্টা কৰা হয়। কেৱল যুক্তিৰ দ্বাৰাই নহয়, সমাজৰ আৰু ৰাষ্ট্ৰৰ যি দৈহিক বলপ্ৰয়োগৰ শক্তি, সেই শক্তিক সৰ্ব্বতোভাৱে প্ৰয়োগ কৰা হয় সেইবোৰ কুসংস্কাৰাদি ৰক্ষা কৰিবৰ কাৰণে।

কিন্তু সমাজৰ ওপৰত এই ৰক্ষণশীল শক্তি যিদৰে সমাজ-মানসৰ বাহিৰে ভিতৰে কাম কৰে, সেইদৰে সময়ৰ লগে লগে সমাজক উন্নতিৰ স্তৰলৈ নিবলৈ সেই সমাজৰ ভিতৰতে এটা প্ৰচেষ্টা চলে। সমাজৰ বুকুত পৰিবৰ্ত্তন আৰু উন্নতিৰ এই বেগ বহুখিনি পাৰি-পাৰ্শ্বিকতাৰ কাৰণে হয় আৰু পৰিৱেশৰ প্ৰতিক্ৰিয়া হিচাবে অগ্ৰ-গতিৰ অনুকূল ভাৱনা, মূল্যবোধ আৰু কৰ্ম্মপ্ৰেৰণা কমসংখ্যক সচেতন, অনুভূতিপ্ৰৱণ আৰু চিন্তাপ্ৰৱণ মানুহৰ মনত জাগে। তেওঁলোকে মুক্ত-চিন্তা মুক্ত-অনুভূতি আৰু মঙ্গল প্ৰেৰণা লৈ সাধনাৰ পথত নামে। আৰু যুগস্ৰষ্টা, সমাজৰ পথিকৃৎ চিন্তানায়ক কবি, শিল্পী, দেশনেতা আৰু সমাজনেতা হিচাবে গোটেই সমাজৰ ভাৱনা-জগতত এটা নতুন চেতনা জগাই দিয়ে, সমাজ-মানসক নতুন দৃষ্টি আৰু প্ৰেৰণাৰে অগ্ৰগতিৰ পথত আগুৱাই নিয়ে। শিল্পী, নেতা কৰ্ম্মী আদিকো নতুন দৃষ্টি আৰু মুক্ত আবেগ আনি দিয়াৰ মূল দায়িত্ব পৰে দাৰ্শনিক চিন্তানায়ক সকলৰ ওপৰত। তেওঁ-



লোকৰ যুক্তি আৰু চিন্তা কুসংস্কাৰমুক্ত অন্ধবিশ্বাসমুক্ত হোৱাৰ কাৰণে জীৱন আৰু সমাজৰ নতুন সত্য আৰু নতুন ৰূপ তেওঁলোকৰ দৃষ্টিত পৰে। সেই 'নতুন দেখাৰ দেখা' লাহে লাহে সমাজৰ বুকুত বিয়পি যায় আৰু সচেতন অগ্ৰগামী সকলৰ কৰ্ম্মপথ আলোকিত কৰে। সেইকাৰণে প্ৰকৃত দাৰ্শনিক সকলৰ সম্বন্ধে কোৱা হয় যে তেওঁলোক 'the unacknowledged Legislators of the world' বা মানৱ সমাজৰ অস্বীকৃত অথচ সেই সমাজৰ নীতি আৰু বিধান ৰচনাকাৰী।

যুক্তি আৰু চিন্তাক মুক্ত আৰু স্বনিয়ন্ত্ৰিত কৰিব লাগিলে অকল সামাজিক প্ৰচলিত কু-আচাৰ, ভ্ৰান্ত-ধাৰণা, অন্ধ বিশ্বাস আদিৰ বিৰুদ্ধে আৰু সমাজৰ ৰক্ষণশীল শক্তিৰ হেঁচাৰ বিৰুদ্ধে সংগ্ৰাম কৰিলেই নহয়; নিজৰ মনৰ ভিতৰত থকা স্বাৰ্থ-কামনা, ক্ষমতা আৰু আৰ্থিক প্ৰতিপত্তি আদিৰ প্ৰলোভন, প্ৰয়াসহীন, অধ্যৱসায়হীন আৰামী জীৱনৰ মোহ আদিৰপৰা সত্যান্বেষণৰ সাধনাক মুক্ত ৰাখিব পাৰিব লাগিব। সমাজৰ প্ৰচলিত মান-সম্মানাদিৰ ধাৰণাৰ দ্বাৰা প্ৰশংসা বা নিন্দাৰ দ্বাৰা বিচলিত নোহোৱাকৈ থাকিব পাৰিব লাগিব। সমাজ-জীৱনত এইটোৱে আটাইতকৈ টান কাম। কাৰণ সমাজৰ প্ৰচলিত মান সম্মান লৈ সুখেৰে নিৰুপদ্ৰৱ ভাৱে সংসাৰ কৰিব লাগিলে নিজৰ বুদ্ধিবৃত্তিক আৰু অন্তৰকো নিজৰ স্বাৰ্থৰ ভৃত্য কৰিব লগীয়া হয়। সামাজিক উন্নতি আদিৰ সুবিধাৰ কাৰণে নিজৰ বিবেকক ছুটি দিব লগা হয়। সমাজে উচ্চশিক্ষা আৰু শাস্ত্ৰাদি অধ্যয়নৰ যি ব্যৱস্থা প্ৰচলিত ৰাখে সেইমতে শিক্ষাত আৰু শাস্ত্ৰাদিৰ বিদ্যাত পাৰ্গত হৈ সেই বিদ্যাক বিত্তোপাৰ্জ্জন, সম্মানাৰ্জ্জন আদিৰ কাৰণে ব্যৱহাৰ কৰিব লগীয়া হয়। তেনে অৱস্থাত দৰ্শন শাস্ত্ৰ অধ্যয়ন কৰি দাৰ্শনিক পণ্ডিত হৈ পাণ্ডিত্য বিক্ৰী কৰাৰ তাগিদহে সাধাৰণতে মনৰ ভিতৰত দেখা দিয়ে। আৰু যিয়ে তেনে ধৰণৰ পাণ্ডিত্যক চল চাই ব্যৱহাৰ কৰিব পাৰে 'স বুদ্ধিমান মনুষ্যেষু'—সিয়েই বুদ্ধিমান।

দৰ্শনশাস্ত্ৰৰ অধ্যয়ন আৰু পাণ্ডিত্য আৰু প্ৰকৃত দাৰ্শনিক উপলব্ধি, দুয়োটা বেলেগ বস্তু। দাৰ্শনিক দৃষ্টিলাভৰ কাৰণে দৰ্শনৰ অধ্যয়ন এটা উপায়হে মাত্ৰ। সেই অধ্যয়নে মনৰ চিন্তাশক্তিক প্ৰখৰ কৰি তোলে আৰু মনৰ ভিতৰত দৰ্শনৰ প্ৰতি এটা আকৰ্ষণ আৰু অনুকূল মনোভাৱ গঢ়ি তোলাত সহায় কৰে। মনোভাৱ এইদৰে গঢ়ি উঠিলে, প্ৰচলিত দাৰ্শনিক যুক্তি-তৰ্কৰ আৰু সমস্যাদিৰ লগত পৰিচয় ঘটিলে, যুক্তিশক্তিৰ প্ৰখৰতা বাঢ়িলে, সাধকে তেতিয়াহে তত্ত্বানুসন্ধানী হৈ জীৱনৰ, জগতৰ আৰু সমাজৰ নানাৰূপ অভিজ্ঞতা আহৰণ কৰি, সেইবোৰৰ দায়িত্বপূৰ্ণ বিচাৰ কৰি পৰিপক্ক বয়সত হয়তো উপলব্ধিৰ ভিতৰেদি জীৱনৰ সত্যৰ আলোক পাব পাৰে। এই সাধনাৰ পথ অতি দুৰ্গম। উপনিষদৰ ভাষাতেই এই পথৰ কথা ক'ব পাৰি—'ক্ষুৰস্য ধাৰা নিশিতা দুৰত্যয়া দুৰ্গম পথস্তৎ কবয়ো বদন্তি।'

যি কোনো সমাজতে কমসংখ্যক হলেও এনেধৰণৰ কিছুমান মানুহ থাকে যি সকলে স্বাভাৱিকতে নিজৰ স্বাৰ্থ সম্বন্ধে অমনোযোগী, যি সকলৰ অন্তৰত এটা স্বাভাৱিক মহত্ত্বৰ প্ৰেৰণা থাকে, যি সকল নিৰহঙ্কাৰী, অন্যৰ প্ৰতি শ্ৰদ্ধাশীল আৰু সৎকথা জানিবলৈ আৰু শুনিবলৈ আগ্ৰহশীল। অৱস্থাৰ বিপাকত আৰু বাধ্যতাত পৰি এনে ধৰণৰ মানুহৰ কিছু সংখ্যকৰ জীৱন সাধাৰণভাৱে, উচ্চবাচ্য-হীন ভাৱে কাটি যায়। কিছুমানে সেৱাৰ আৰু কল্যাণৰ পথ লয়। কিছুমানে ত্যাগ আৰু মহত্ত্বৰ প্ৰেৰণাত ধৰ্ম্মৰ পথ লয়, বৈৰাগ্যৰ পথ লয়। কিছুমানে প্ৰেৰণা আৰু দক্ষতা অনুযায়ী কবি, শিল্পী আদি হয়। এনেধৰণৰ মানুহবোৰ স্বাভাৱিকতে বেচি অনুভূতি-প্ৰৱণ আৰু কল্পনাপ্ৰৱণ, যুক্তিপ্ৰৱণ নহয়। যুক্তি আৰু চিন্তাপ্ৰৱণ সকলে জ্ঞান সাধনাৰ পথ লয়; বৈজ্ঞানিক, বিশেষজ্ঞ, দাৰ্শনিক হয়। তাৰ ভিতৰত মূলতঃ যুক্তিৰ পথেদি জ্ঞান লাভৰ পথ হৈছে দৰ্শনৰ পথ। এই পথত আন এটা বিপদ হৈছে যে যুক্তিৰ ক্ষেত্ৰত



সাধাৰণতে অহমিকাবোধ প্ৰবল থাকে। নিজৰ যুক্তিশক্তিৰ লগত পূৰ্ব্বগামী সকলৰ আৰু সমসাময়িক সকলৰ যুক্তিৰ তুলনা-মূলক বিচাৰৰ ফলত সহজতে অপৈণত বয়সত এটা তাৰ্কিক অহমিকাৰ ভাৱ মনলৈ আহে। আৰু তেতিয়া সেই অহমিকাৰ দ্বাৰা চালিত হৈ দায়িত্বহীনভাৱে যুক্তিৰ অপব্যৱহাৰ কৰি আনক চমক লগাই দিয়াৰ প্ৰলোভনে বহুতকে বিপথগামী কৰিব পাৰে আৰু সমাজৰ মনত যুক্তিবাদিতাৰ প্ৰতি, আনকি দৰ্শনৰ প্ৰতিও এটা বিৰূপ ভাৱ আনি দিব পাৰে। দায়িত্বহীন যুক্তিবিলাসে বিশেষকৈ ধৰ্ম্মবিশ্বাসীসকলক বেচি অসন্তুষ্ট কৰে। যুক্তিৰ দ্বাৰা মানুহৰ মনৰ পৰা ধৰ্ম্মভাৱ দূৰ কৰিব নোৱাৰি। ধৰ্ম্মৰ ভিতৰত এফালে যেনেকৈ অন্ধ কুসংস্কাৰ, ভণ্ড গোঁৱামী, অৰ্থহীন আচাৰ সৰ্ব্বস্বতা আদি আছে —যিবোৰে মানুহৰ চিন্তাশক্তিক ৰুদ্ধ কৰি জীৱনৰ বাস্তৱ সত্যৰ পৰা মনক আচ্ছন্ন কৰি ৰাখে আৰু সমাজৰ মঙ্গলৰ আৰু প্ৰগতিৰ পথ ৰুদ্ধ কৰি ৰাখে, আনহাতে আকৌ ধৰ্ম্মভাৱৰ ভিতৰত থকা ভূমাৰ প্ৰেৰণাই, মুক্ত জীৱনৰ আকাঙ্ক্ষাই, তাৰ বিশ্বজনীন দৃষ্টিয়ে অন্তৰক জাগ্ৰত, উদাৰ আৰু মহৎ কৰি তোলে, মানৱ চেতনাক লৌকিকতাৰ সঙ্কীৰ্ণতাৰ পৰা মুক্ত কৰি মঙ্গলৰ প্ৰতি প্ৰয়াসী কৰি তোলে। এনেকুৱা ধৰ্ম্মভাৱ মানুহৰ অন্তৰৰ গভীৰ অনুভূতিৰ পৰা জন্মে, যুক্তিৰ ভেটিত ই গঢ়ি নুঠে। দায়িত্বপূৰ্ণ যুক্তিবাদৰ বিৰোধিতাও এনে ধৰ্ম্মভাৱে নকৰে। যুক্তিৰে এনে ধৰ্ম্মভাৱৰ বিৰোধিতা কৰাৰ প্ৰয়োজন নহয়। দাৰ্শনিক যুক্তিয়ে বিচাৰ কৰিব লাগে জীৱনৰ কি উৎসৰ পৰা, কি তাগিদৰ ফলত সৎ আৰু সৱল অন্তৰৰ মানুহৰ মনত এনে ধৰ্ম্মভাৱৰ উৎপত্তি হয়; এনে ধৰ্ম্মভাৱৰ সামাজিক, নৈতিক আৰু তাত্ত্বিক তাৎপৰ্য্য কি এনে প্ৰশ্নবোৰ।

অৱশ্যে দৰ্শনক যি সকলে সাধনাৰ বস্তু হিচাবে গ্ৰহণ কৰে সেই সকলে কেৱল তাৰ্কিকতাৰ মাজতেই নিজৰ সাধনা শেষ নকৰে। কিন্তু তেতিয়াও আন এটা ভুল পথৰ সম্ভাৱনা থাকি

যায়। প্ৰকৃত সাধক দাৰ্শনিক সকলে যুক্তিৰ আলোকত বহু কথা অতি স্পষ্ট ভাৱে দেখে আৰু আনকো যুক্তিৰে সেই সত্যবোৰ বুজাব খোজে। কিন্তু যেতিয়া দেখে যে আন মানুহে তেনে যুক্তিৰ প্ৰতি কাণসাৰ নিদিয়ে আৰু বহু সময়ত তেনে দাৰ্শনিকৰ ধাৰণা সমূহক অবান্তৰ আৰু অৰ্থহীন বুলি ইতিকিং কৰে, তেতিয়া কোনো কোনো দাৰ্শনিকৰ মনলৈ প্ৰথমতে এটা অভিমানৰ ভাৱ আৰু ক্ৰমে আনৰ ওপৰত এটা অসন্তুষ্টি আৰু তাচ্ছিল্যৰ ভাৱ আহি যাব পাৰে, এটা Cynicismৰ ভাৱ আহি যাব পাৰে। নিজৰ যুক্তি আৰু দৃষ্টিৰ ক্ষমতাৰ শ্ৰেষ্ঠত্ব সম্বন্ধে আহমিকাবোধৰ পৰাই এনে cynicism বা অন্যৰ প্ৰতি তাচ্ছিল্যৰ ভাৱ জন্মে। দৰ্শনৰ সাধনাৰ পথত এই cynicismৰ ভাৱ এটা ডাঙৰ অন্তৰায়। সমাজৰ প্ৰতি দাৰ্শনিকৰ যি মহান দায়িত্ব পালন কৰিব লগীয়া থাকে সেই দায়িত্বৰ দ্বাৰা অনুপ্ৰাণিত হলে দাৰ্শনিক জ্ঞান-সাধনাৰ এই অন্তৰায় অতিক্ৰম কৰিব পৰা যায়। তেতিয়া সাধনাৰ জীৱনক এটা যজ্ঞ হিচাবে উপলব্ধি কৰা যায়; ইতিহাসৰ বুকুত নিজৰ জীৱনৰ এক সুমহান তাৎপৰ্য্যৰ প্ৰেৰণা আহি যায়।

দীৰ্ঘ বছৰ ব্যাপী নিয়ত অনুশীলন, ধ্যান, আৰু জীৱনৰ নানা অভিজ্ঞতাৰ পৰ্য্যবেক্ষণৰ ফলত পৰিণত বয়সত যেতিয়া এটা স্থিৰ দাৰ্শনিক জীৱনবোধৰ উদয় হয় তেতিয়া দেশকাল পৰিব্যাপ্ত সমস্ত অস্তিত্বকেই এক সামগ্ৰিক সমন্বয় আৰু ঐক্যৰ ভিতৰেদি দেখা যায়, জীৱন আৰু জগতৰ সকলো বিক্ষিপ্ত সত্যকে সেই বিৰাট সমন্বয়ৰ মাজত পৰ্য্যায়ক্ৰমে নিজ নিজ আপেক্ষিক গুৰুত্ব আৰু তাৎপৰ্য্যৰ স্বৰূপত উপলব্ধি কৰা যায়। খণ্ডদৃষ্টিত হয়তো জীৱনৰ আৰু বস্তুজগতৰ অতি সামান্য কথাটোকে অতি বেচি গুৰুত্ব দিয়া যায় আৰু তেনে ভ্ৰান্ত গুৰুত্ববোধৰ ফলত বস্তুৰ আৰু অভিজ্ঞতাৰ ভুল মূল্যাঙ্কন হয়, যাৰ প্ৰতিফলনৰূপে জীৱনৰ পথো ভ্ৰান্ত হৈ যাব পাৰে। জীৱনচৰ্য্যাৰ এনেধৰণৰ ভ্ৰান্তি সম্বন্ধে মানৱ-



সমাজক সচেতন কৰি দিবলৈ আৰু সামগ্ৰিক বিশ্ববোধৰ ভিত্তিত উপলব্ধি কৰা জীৱনৰ সত্য পথৰ সন্ধান দিবলৈ দাৰ্শনিকৰ সাধনা সমাজৰ অমূল্য সম্পদ।

চৰম দাৰ্শনিক উপলব্ধিৰ এটা অনিৰ্ব্বচনীয় আনন্দ আছে যিটো দাৰ্শনিকৰ মনক জীৱনৰ সকলো ক্ষেত্ৰতে সকলো অৱস্থাতে অভিভূত কৰি ৰাখে। শ্ৰেষ্ঠ শিল্পীৰ জীৱনত শ্ৰেষ্ঠ শিল্প সম্বন্ধে সৃজন-সফলতাৰ যি পৰিপূৰ্ণ আনন্দ, কৰ্ম্মযোগীৰ কৰ্ম্মৰ সফলতাৰ ভিতৰেদি মঙ্গলৰ বাস্তৱ ৰূপ গঢ়ি তোলাৰ সাৰ্থকতাৰ যি চৰম প্ৰশান্তিবোধ, দাৰ্শনিক জ্ঞানোদয়ৰ মাজেদিও তেনে পৰম অবি-মিশ্ৰ চিত্তসুখ লাভ কৰে। চেতনাৰ মুক্তি আৰু পূৰ্ণ জাগৰণৰ এই অতুলনীয় আনন্দবোধক মোক্ষ বা নিৰ্ব্বচনৰ আনন্দ বুলিয়েই ক'ব পাৰি। এই পৰিব্যাপ্ত উপলব্ধিৰ ভিতৰেদি মানৱ-জীৱনৰ সাংসাৰিক সুখ-দুখ, দ্বন্দ্ব-সংঘাত, ভাগ্যৰ উত্থান-পতন, লাভ-ক্ষতিৰ হিচাব-নিকাশ আদি নানা মোহ-বেষ্টনীৰে শৃঙ্খলিত জীৱন-যাত্ৰা অতি অকিঞ্চিৎকৰ হিচাবে প্ৰতিভাত হয়। এই উদাৰ, শান্ত, নিৰ্লিপ্ত বৈৰাগ্যৰ আনন্দময় স্থিতি এৰি মনে পুনৰ সংসাৰৰ আৰু সমাজৰ দ্বন্দ্ব কোলাহলৰ মাজলৈ নামি আহিবলৈ টান পায়, সাধাৰণ মোহাচ্ছন্ন মানুহৰ লগত মিলি সেইসকলৰ সুখ-দুখ, ৰাগ-দ্বেষ আদিৰ অংশ গ্ৰহণ কৰি জীৱন নাটত পুনৰ নিৰ্দ্দিষ্ট ভাও দিবলৈ টান পায়। মনত প্ৰৱল আৱেগ জন্মে—সকলোকে সত্যৰ আলোকেৰে জীৱনৰ চৰম উপলব্ধি পথলৈ আনিবলৈ। জগত-বাসীক চিঞৰি চিঞৰি কৈ দিবলৈ—'শৃন্বন্তু বিশ্বে অমৃতস্য পুত্ৰাঃ।' 'তৎ তমসি, 'উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্যবৰান্নিবোধত', বেদাহমেতং পুৰুষং মহন্তমাদিত্যবৰ্ণং তমসঃ পৰস্তাৎ' ইত্যাদি। কিন্তু সাধাৰণ জীৱন-যাত্ৰাত এই ধৰণৰ বাণীৰ তাৎপৰ্য্যই বা ক'ত? এনেধৰণৰ ভাৱনাততো ভাত-কাপোৰ নিমিলে। জীয়াই থকাৰ কাৰণে কৰিব লগীয়া যি নিৰ্ম্মম দুখময় সংগ্ৰাম সেই সংগ্ৰামতো

প্ৰত্যক্ষভাৱে এই ভাৱনাই সহায় নকৰে। সৰ্ব্বসাধাৰণে সেই কাৰণে নিজৰ স্বাভাৱিক ব্যৱহাৰিক বুদ্ধি-বিবেচনাৰ দ্বাৰাই চালিত হয়। দাৰ্শনিকৰ কথাৰ অৰ্থ বুজিও নাপায় সহজে, উপলব্ধি কৰিবৰ প্ৰয়োজন বোধো নকৰে। হয়তো দাৰ্শনিকৰ আন্তৰিকতা, ঐকান্তিকতা আৰু উদ্বেগবিহীন বৈৰাগ্যৰ শান্তৰূপ দেখি তেওঁক শ্ৰদ্ধা কৰিব পাৰে আৰু তেওঁৰ কথাও বিনীতভাৱে শুনিব পাৰে, কিন্তু জীৱন চলাই যায় গতানুগতিক সাধাৰণ ৰীতিত। সেই জীৱনৰ লগত মিহলি হৈ থকা যি দয়ামায়াহীন বাস্তৱ অভিজ্ঞতা, তাৰ লগত দাৰ্শনিক উপদিষ্ট জীৱন-চৰ্য্যাৰ পথৰ কোনো কাৰ্য্যকৰী সঙ্গতি বিচাৰি নাপায়। স্বাভাৱিকতে এনেকুৱা অৱস্থাত দাৰ্শনিকৰ প্ৰয়াস হয় ব্যৰ্থ, অন্যক জ্ঞান দিয়াৰ মূঢ় প্ৰচেষ্টা ত্যাগ কৰি নিজৰ ভাবনাৰ ভিতৰত সোমাই পৰিব-লগীয়া হয় আৰু এইদৰে সমাজ-জীৱনত দাৰ্শনিকৰ সাধনা হয় ব্যৰ্থ।

জীৱনৰ দাৰ্শনিক উপলব্ধি আৰু সেই উপলব্ধিকে তাৎপৰ্য্যপূৰ্ণ কৰি সাধাৰণৰ প্ৰচলিত জীৱন-যাত্ৰাৰ লগত মিলাই প্ৰকাশ কৰা, অৰ্থাৎ সেই উপলব্ধিক সামাজিক কৰ্ম্মক্ষেত্ৰত কাৰ্য্যকৰী ভাবে প্ৰয়োগ আৰু তাক সামাজিক জীৱনত প্ৰচলিত বোধগম্য ভাষাৰে প্ৰকাশ—এই দুইটাৰে মিল মিলোৱা বৰ দুৰূহ কাম। এই মিল সাধন কৰিব পাৰিলেহে দাৰ্শনিকে মানৱ-সমাজৰ প্ৰতি প্ৰকৃত দায়িত্ব পালন কৰা হয়। এই দায়িত্ব পালনত দাৰ্শনিকে কেৱল দ্ৰষ্টা হৈ নাথাকি স্ৰষ্টা আৰু কৰ্ত্তাও হ'ব লগীয়া হয়। জীৱন সংগ্ৰামত নামি সামাজিক কৰ্ম্মপথত অংশ গ্ৰহণ কৰি জ্ঞানৰ আলোকেৰে জীৱন-পথ আলোকিত কৰিব লগীয়া হয়, উদ্গাতা-ৰূপে উপলব্ধিকে হৃদয়স্পৰ্শী উদ্বোধক বাণীৰূপ দিব লগীয়া হয়, অশুভ আৰু অসত্যৰ বিৰুদ্ধে সংগ্ৰামৰ পথত নামি মঙ্গলৰ পৰিকীৰ্ণ প্ৰভাৱ সমাজ-জীৱনত বাস্তৱ কৰিব লগীয়া হয়। ইয়াকে কৰিবলৈ গৈ পালেই প্ৰচলিত ধ্যান-ধাৰণাৰ বিৰুদ্ধে আপোচ-



সংগ্ৰাম আৰম্ভ কৰি দিবলৈ গ'লে দাৰ্শনিকৰ ব্যৰ্থতাৰ সম্ভাৱনাই বেচি হয়। সেইবোৰ ধ্যান-ধাৰণা ৰীতি-নীতি আদিৰ মৰ্ম্মগত তাৎপৰ্য্যক সহানুভূতিপূৰ্ণভাৱে বিবেচনা কৰি সেইবোৰৰ ভিতৰে-দিয়েই তাৰ অন্তৰ্নিহিত অকল্যাণকৰ ৰূপ দূৰ কৰি জীৱনৰ নতুন অৰ্থ সেইবোৰত সুমুৱাই দিব লাগে। দাৰ্শনিক হৈছে ভৱিষ্যৎ-দৰ্শী, আৰু সমাজ হৈছে বৰ্ত্তমানৰ কুঁৱলীজালত আৱদ্ধ। সমাজৰ ভিতৰত পৰিবৰ্ত্তনৰ অনুকূল পৰিৱেশ আৰু আভ্যন্তৰীণ শক্তি গঢ়ি উঠাত সময় লাগে। সেই পৰিবৰ্ত্তনৰ ভাৱমণ্ডল গঢ়ি তোলাই দাৰ্শনিকৰ দায়িত্ব। পুৰণি ভাৱমণ্ডলৰ ঠাইত নতুন ভাৱমণ্ডল গঢ়ি তোলাৰ কাৰণে সৃষ্টিধৰ্ম্মী শিল্পীৰ প্ৰয়োগ-কৌশল দাৰ্শনিকৰ প্ৰয়োজন হয়। এই কাৰণেই দাৰ্শনিকে বিভিন্ন যুগত বিভিন্ন সমাজত, বিভিন্ন সভ্যতা সংস্কাৰৰ পটভূমিত জীৱন-সত্যৰ উপলব্ধিৰ মূলগত এক স্বৰূপকেই বিভিন্নৰূপে, বিভিন্ন ধৰণৰ বাণী কৌশলেৰে আৰু বিভিন্ন নীতি-নিৰ্দ্দেশ আদিৰ মাজেদি প্ৰকাশ কৰিব লগীয়া হয়। মহৎ জীৱন যাপনৰ যি মূলনীতি তাৰ স্বৰূপ মানৱ ইতিহাসত ভিন ভিন যুগৰ বিভিন্ন সমাজত উদ্ভৱ হোৱা শ্ৰেষ্ঠ দাৰ্শনিক সকলৰ উপলব্ধিত একে সত্য ৰূপে উদ্ভাসিত হৈছে—যদিও বাস্তৱত প্ৰয়োগৰ সময়ত দেশকাল ভেদে, সভ্যতা সংস্কৃতি ভেদে তাৰ পৰিদৃশ্যমান প্ৰকাৰ ভেদ হৈছে। প্ৰাচীন চীনদেশৰ দাৰ্শনিক আৰু সমাজ-সংস্কাৰক কনফিউচিয়াচে প্ৰচাৰ কৰা জীৱন-চৰ্য্যাৰ মূল নীতি "the law of the golden mean" বা মধ্যম পন্থা, বুদ্ধদেৱৰ প্ৰচাৰিত ধৰ্ম্মৰ মধ্যম পথ, ইহুদী ধৰ্ম্মৰ আৰু খৃষ্টান ধৰ্ম্মৰ মোজেচৰ জৰিয়তে ঈশ্বৰে দিয়া ( Then Commandments ), গ্ৰীক দাৰ্শনিক চক্ৰেটিচৰ 'সামূহিক মঙ্গলৰ বাণী'—এই সকলো-বোৰৰ মূলগত ঐক্য আছে—সেই ঐক্যই হৈছে সমগ্ৰ মানৱ-সমাজৰ মৈত্ৰী, মিলন আৰু সমতাৰ বিধান। এই এক মূলগত সাৰ্ব্বজনীন বিধানকে প্ৰয়োগৰ ক্ষেত্ৰত সমাজ-সংস্কৃতিৰ পৰিবেশ

ভেদে 'পঞ্চশীল', 'দশ বিধান', যোগশাস্ত্ৰৰ 'দশ যম নিয়ম' আদি বিভিন্নৰূপে প্ৰকাশ পাইছে—আকৌ দাৰ্শনিকৰ নিজৰ মনৰ আকৰ্ষণ অনুযায়ী আৰু সমসাময়িক সম্বন্ধত উদ্ভৱ হোৱা প্ৰধান সমস্যানুযায়ী কোনোৱে হয়তো জীৱনৰ এটা ফালত, কোনোৱে আন এটা ফালত বেচি জোৰ দিয়ে। কনফিউচিয়াচৰ মূল প্ৰেৰণা আছিল সমাজনীতি আৰু ৰাজনীতি আৰু নিজৰ উপলব্ধিকো সেই ক্ষেত্ৰত প্ৰয়োগ কৰিছিল। চক্ৰেটিচৰো প্ৰেৰণা আছিল সামাজিক আৰু ৰাষ্ট্ৰীয় আৰু নিজৰ উপলব্ধিকো প্ৰয়োগ কৰিছিল সেই ক্ষেত্ৰত। আনহাতে ভাৰতীয় দাৰ্শনিক সাধনাৰ মূল প্ৰেৰণা আছিল আধ্যাত্মিক। সেয়ে উপনিষদৰ ঋষিসকলে, বুদ্ধদেৱ আৰু মহাবীৰে, কপিল, পতঞ্জলি, ব্যাস, শঙ্কৰাচাৰ্য্য আদিয়ে জীৱনৰ আধ্যাত্মিক মঙ্গল আৰু মুক্তিৰ নিৰ্দ্দেশ দিছিল। যীশুখৃষ্টৰ প্ৰেৰণা আৰু পথো আধ্যাত্মিক মুক্তিৰ। আনহাতে পশ্চিমীয়া আধুনিক যুগৰ দাৰ্শনিক ল'ক, ৰুচো, কাণ্ট, হেগেল, মাৰ্কচ আদিৰ প্ৰেৰণাও সামাজিক আৰু ৰাষ্ট্ৰীয়। অৱশ্যে ৰাষ্ট্ৰীয় আৰু সামাজিক জীৱনৰ কেন্দ্ৰ হৈছে আধ্যাত্মিক ( বহল অৰ্থত ) আৰু আধ্যাত্মিক জীৱনৰ প্ৰকাশ হয় ৰাষ্ট্ৰীয় আৰু সামাজিক জীৱনত। অৰ্থাৎ ৰাষ্ট্ৰীয় আৰু সামাজিক জীৱনৰ প্ৰগতি আৰু বিকাশে আধ্যাত্মিক জীৱনৰ উৎকৰ্ষ সাধন কৰে, আৰু আনহাতে আধ্যাত্মিক উন্নতি আৰু মঙ্গলে সমাজ আৰু ৰাষ্ট্ৰৰ বিকাশমূলক পৰিবৰ্ত্তন আনে। সেই কাৰণে সামগ্ৰিক জীৱনবোধ হৈছে একেৰাহে আধ্যাত্মিক আৰু সামাজিক। ৰাষ্ট্ৰ আৰু সমাজ হৈছে আধ্যাত্মিক জীৱনৰ বহিঃ-প্ৰকাশ।

ৰাষ্ট্ৰ আৰু সমাজৰ সামগ্ৰিক মঙ্গল আৰু মুক্তিৰ পথত কেৱল প্ৰকৃতিক জয় কৰাৰ ভিতৰেদি অৰ্থনৈতিক উন্নতিৰ বাবে তৎপৰ হ'লেই অকল নহয়। সমাজ-মনৰ চিত্তশক্তিৰ বিকাশ, ব্যক্তি-মানসৰ সমৃদ্ধি আৰু বন্ধনমুক্তি মানৱতাৰ মূলগত ঐক্যৰ উপলব্ধিৰ ভিতৰেদি গঢ়ি উঠা সামূহিক মঙ্গলৰ প্ৰেৰণা অৰ্থাৎ নব চেতনাৰ উদ্বোধনৰ প্ৰয়োজন অপৰিহাৰ্য্যতা, যাৰ ফলতহে প্ৰকৃতিৰ লগত সংগ্ৰামত সমাজে স্বতঃস্ফূৰ্ত্ত প্ৰেৰণাৰে আত্মবলৰ সমগ্ৰ শক্তি নিয়োগ কৰিব পাৰে, অথচ শক্তিৰ গোলামীৰ পৰা সমাজ-মনক মুক্ত ৰাখিব পাৰে।



প্ৰকৃতিৰ বিৰুদ্ধে সংগ্ৰামত আৰু জীয়াই থকাৰ বাস্তৱ প্ৰয়োজনত মানুহৰ প্ৰথমতে দলবদ্ধ জীৱন আৰু ক্ৰমে সমাজ-জীৱন আৰু ৰাষ্ট্ৰীয়-জীৱনৰ পাতনি হয়। পশু-জীৱনতো দলবদ্ধতা আছে আৰু জৈৱিক তাগিদতেই এই দলবদ্ধতো দেখা দিয়ে। মানৱ সেই পশু-জগতৰে শ্ৰেষ্ঠতম বিকাশ। প্ৰথম অৱস্থাত দলৰ বা গোষ্ঠীৰ এটা সমূহীয়া চেতনাৰহে উপলব্ধি থাকে, ব্যক্তি-চেতনাৰ কোনো স্বকীয়া নিজস্ববোধ নাথাকে। সভ্যতাৰ বিকাশৰ লগে লগে দলৰ চেতনা বহুমুখী হ'ব ধৰে, বহল দলবদ্ধ চেতনাৰ পৰিসৰৰ ভিতৰত ব্যক্তিৰ নিজস্ব চেতনা-বোধ গঢ়ি উঠিব ধৰে। গতিকে ব্যক্তি-চেতনাৰ বৈশিষ্ট্যৰ পটভূমিত প্ৰত্যেক ব্যক্তিৰে চেতনাত সামূহিক চেতনা মিলি এক হৈ থাকে। সামূহিক চেতনা ব্যক্তি-চেতনাৰ ওপৰত বাহিৰৰ পৰা জাপি দিয়া চেতনা নহয়। সমূহীয়া চেতনাই ব্যক্তি-মানসৰ বিকাশৰ আৰু সকলো মহৎ সৃষ্টি আৰু সাধনাৰ উৎস। ইয়েই যুক্তি আৰু চিন্তাশক্তি ৰূপে, সমাজ, কল্যাণৰ প্ৰেৰণা ৰূপে, সাৰ্ব্বজনীন হৃদয়ানুভূতিৰ সংবেদন ৰূপে গঢ়ি উঠে। তাৰ পৰাই উদ্ভৱ হয় সমাজৰ সামূহিক ৰীতি-নীতি, ধ্যান-ধাৰণা আৰু শিল্প-সংস্কৃতি আদি সামূহিক সম্পদ। অৱশ্যে সমাজৰ সকলো ব্যক্তিৰ চেতনাতে এইবোৰৰ বিকাশ সমভাৱে নহয়। ব্যক্তি-চেতনাত এই ধৰণৰ উচ্চ মানসৰ বিকাশত স্তৰভেদ আছে আৰু সেয়ে কেৱলমাত্ৰ দৈহিক সুখ-দুখাত্মক। নিতান্ত ব্যক্তি-কেন্দ্ৰিক অনুভূতিৰ পাৰস্পৰিক বিভিন্নতাৰ উপৰিও উচ্চ মানস সম্পদৰ ক্ষেত্ৰতো ব্যক্তিগত

বৈশিষ্ট্যই প্ৰকাশ লাভ কৰে। চেতনাৰ উন্মুখতা আৰু বিকাশত অতি সাধাৰণৰ পৰা অতি অসাধাৰণলৈকে সমাজত ব্যক্তিগত বিভিন্নতা জন্মে। তথাপিতো সেই সকলো বৈশিষ্ট্যৰ মাজত এটা নিম্নতম সামূহিক উমৈহতীয়া চেতনা থাকে—যাৰ ফলত সমাজৰ ভাষাৰ দ্বাৰা, কৰ্ম্মৰ দ্বাৰা মানুহে মানুহে চিন্তা ভাৱনা, আবেগ-অনুভূতি আৰু বাসনা-প্ৰেৰণা আদিৰ পাৰস্পৰিক আদান-প্ৰদান সম্ভৱপৰ হয়। সেয়ে যি যুক্তি আৰু চিন্তা আনক বুজাব নোৱাৰি সেই চিন্তা আদি প্ৰকৃত চিন্তা নহয়, ব্যক্তিগত খামখেয়ালী মাত্ৰ। অৱশ্যে যুক্তি-শক্তি আৰু অভিজ্ঞতাৰ প্ৰাচুৰ্য্যৰ তাৰতম্য থকা হেতুকে সমাজত শ্ৰেষ্ঠ চিন্তাশীলজনৰ যুক্তি আৰু উপলব্ধিকে সম্পূৰ্ণ ৰূপে আনৰ বোধগম্য কৰিব নোৱাৰি; কিন্তু সেই উপলব্ধিৰ দ্যোতনাৰে আনৰ চিন্তা-ভাৱনাক জগাই তুলিব পাৰি। 'মানুহ-টোৰে প্ৰতি মনটো, ধানটোৰে প্ৰতি কণটো' এই যোজনা ফাকি তাত্বিক ভাৱে সত্য হোৱা হলে কোনোৱে কাৰো লগত চিন্তা-অনুভূতি আদিৰ আদান প্ৰদানেই কৰিব নোৱাৰিলেহেতেন। ঐক্যবদ্ধ সমাজ-জীৱন, উমৈহতীয়া ভাষা-সংস্কৃতি, সভ্যতা আদি গঢ়িয়েই নুঠিলহেতেন।

সেই কাৰণে প্ৰত্যেক মানুহৰে নিজা নিজা দৰ্শন থাকিব নোৱাৰে। সমাজবদ্ধ মানুহৰ সমূহীয়া চেতনা আৰু সমূহীয়া অভিজ্ঞতা সমূহক কেন্দ্ৰ কৰিয়েই দাৰ্শনিক চিন্তাৰ উদ্ভৱ হয়। ব্যৱহাৰিক প্ৰয়োজনত কৰা দাৰ্শনিক চৰ্চ্চা আৰু যুক্তিৰ প্ৰখৰতা প্ৰতিপাদনৰ লোভত উদ্ভৱ হোৱা দায়িত্বহীন তাৰ্কিকতাই সমাজৰ অৱস্থা বিশেষে নানা ৰূপ পাব পাৰে আৰু তাৰ ফলত নানা দাৰ্শনিক মতবাদ সেই সমাজত উদ্ভৱ হ'ব পাৰে। আকৌ সময়ৰ গতিত কেতিয়াবা কেতিয়াবা সমাজৰ ভিতৰত এনে এটা অৱস্থা আহি পৰে যে পুৰণি ৰীতি-নীতি, ধ্যান-ধাৰণা আদিৰ নিকপকপীয়া বান্ধোন ভাঙি জীৱন আগুৱাই যাব খোজে। কিন্তু এই বিকাশোন্মুখী প্ৰেৰণাই নতুন



এটা সামগ্ৰিক জীৱনৰ উপলব্ধি নোপোৱা পৰ্য্যন্ত যুক্তিয়ে প্ৰথমতে নেতিবাচক পদ্ধতিলৈ পুৰণি ধ্যান-ধাৰণাৰ বিৰোধিতা নানা ফালৰ পৰা কৰিব ধৰে। এনে ধৰণৰ ধ্বংসকাৰী উদ্দেশ্যে প্ৰযোজিত যুক্তিয়ে নানা দৃষ্টিভঙ্গীৰে ভাঙনৰ কাম আৰম্ভ কৰে আৰু লগে লগে নানা মতবাদৰ উদ্ভৱো হয়। প্ৰাচীন ভাৰতৰ বৈদিকধৰ্ম্ম আৰু ৰীতিনীতি আৰ্য্যসকলৰ বিস্তাৰ আৰু বিকাশৰ বাধা হিচাবে দেখা দিয়াত আৰু সিবোৰে মানুহৰ নতুন অভিজ্ঞতাৰ ভেটিত উদ্ভৱ হোৱা জীৱনৰ ব্যাপকতৰ আৰু গভীৰতৰ উপলব্ধিৰ পথত কঠিন অন্তৰায় স্বৰূপে প্ৰকাশিত হোৱাত সেইবোৰৰ বিৰুদ্ধে পৌৰাণিক যুগত ভাঙনমূলক যুক্তিৰ ভিতৰেদি জাগি উঠা নানা মতবাদৰ খেলিমেলি আৰম্ভ হয়। ভাৱনা জগতৰ এনে এটা অৱস্থাৰ সময়ত বৌদ্ধধৰ্ম্মৰ যুক্তিবাদে অন্য প্ৰায়বোৰ মতবাদক তলপেলাই প্ৰাধান্য বিস্তাৰ কৰে। বৌদ্ধ ধৰ্ম্মগ্ৰন্থ 'দীঘনিকায়'ৰ 'ব্ৰহ্মজাল সূত্ৰ'ত সেই সময়ত প্ৰচলিত চৌষষ্ঠীটা বিভিন্ন মতবাদৰ উল্লেখ আছে। সেই সময়ৰ নানা মতবাদৰ অৰিয়াঅৰিত সমাজৰ সাধাৰণ মানুহ প্ৰায় দিগ্‌ভ্ৰান্ত হৈ পৰিছিল। মহাভাৰতত তাকেই 'নানা মুনিৰ নানা মত' (না সৌ মুনিৰ্যস্য মতং নি ভিন্নতম্) বুলি উল্লেখ কৰিছে। প্ৰাচীন গ্ৰীচ দেশতো বহু-দেৱবাদ আৰু নানা দেৱতাৰ অৰ্থে বিহিত নানা ধৰ্ম্মাচাৰ আৰু তাৰেই ভিত্তিত ৰচিত নানা সামাজিক বিধানাদিয়ে বিকাশমুখী শিল্প-বাণিজ্যেৰে সমৃদ্ধ, আত্মশক্তি-সচেতন গ্ৰীক জাতিৰ সমাজ জীৱন ৰুদ্ধ কৰি ৰাখিছিল আৰু তাৰ ফলত বিদ্ৰোহী যুক্তিবাদী সকলক চফিষ্ট ( Sophist ) বুলি অভিহিত কৰা হৈছিল। অৱশ্যে পিচত চক্ৰেটিচৰ সৃষ্টিমূলক দাৰ্শনিক জীৱনবোধে গ্ৰীক চিন্তা-জগতত প্ৰতিপত্তি লাভ কৰিলে।

মানৱ-চেতনাৰ অগ্ৰগতিৰ পথত নতুন জীৱনবোধৰ জন্ম দুই ৰকমে হব পাৰে। যেতিয়া সেই চেতনাৰ পূৰ্ব্বৰ সংকীৰ্ণ পৰিসৰে তাৰ নতুন সমৃদ্ধিলাভৰ বাধা ৰূপেহে দেখা দিয়ে, তেতিয়া যুক্তি আৰু

চিন্তাই তাৰ বন্ধনৰ ফালটোহে প্ৰধানভাবে দেখে আৰু সেই বন্ধন যুক্তিৰে ভাঙিবৰ প্ৰয়াস কৰে। ইয়াৰ ফলত উদ্ভৱ হয় তৰ্কবাদ। এনে ক্ষেত্ৰত দৰ্শন হৈ পৰে তৰ্কশাস্ত্ৰ। এই মহাব্যাপ্তী ৰূপ তৰ্কশাস্ত্ৰই পুৰণি ভাৱধাৰা ভুল আৰু অবাঞ্ছনীয় বুলি প্ৰতিপন্ন কৰাৰ পাচত সমাজখনৰ ওপৰত সেইবোৰৰ আধিপত্য লাহে লাহে আঁতৰি যায়, আৰু নতুন সৃষ্টিমূলক জীৱনবোধৰ বাবে নতুন সন্ধান আৰম্ভ হয়। এনে অৱস্থাত সমাজখনৰ আৱৰ্জ্জনা আঁতৰোৱাৰ কাম যুক্তিয়ে কৰে, তাৰ পাচতহে মানৱ-চিত্তত নতুন জীৱন-দৃষ্টি বা দৰ্শনৰ উপলব্ধি হয়। তেতিয়া যুক্তিয়ে তাৰ্কিকতাৰ যুদ্ধবৃত্তি পৰিহাৰ কৰি সেই উপলব্ধিক সমাজৰ জীৱনত প্ৰয়োগ কৰাৰ কামত লাগে। ইয়াৰ ফলত লাহে লাহে সমাজত নতুন ৰীতি-নীতি, নতুন সংস্কাৰ, নতুন ধ্যান-ধাৰণা মূল্যবোধ আদি আৰু নৱপ্ৰেৰণাৰে উত্তম সৃষ্টিমূলক শিল্পকলা আদিয়ে জন্মলাভ কৰে।

আনহাতে সমাজ আৰু সংস্কৃতিৰ অৱস্থাভেদে পুৰণি জীৱনবোধৰ ভিতৰত নিহিত থকা যি স্বল্পপৰিসৰ সত্য, সেই সত্যকেই ভিত্তি কৰি নতুন অভিজ্ঞতা আৰু চিন্তা-ভাৱনাৰে সমৃদ্ধ হৈ সংস্কৃত আৰু বৰ্দ্ধিত নতুন জীৱনবোধ সৃজনীমূলক ভাবে গঢ় লৈ উঠে। তেতিয়া সেই নৱলব্ধ দৃষ্টিক সমাজ-মানসত ৰূপ দিয়াৰ কামত যুক্তিৰ প্ৰয়োগ হয়। যুক্তিয়ে সেই নতুন উপলব্ধিৰ আলোকেৰে উদ্ভাসিত হৈ পুৰণি জীৱন-দৃষ্টিৰ আৱৰ্জ্জনাময় কুসংস্কাৰ আৰু অন্ধ বিশ্বাসাদিৰ বিৰুদ্ধে সংগ্ৰাম কৰে, যাতে সেইবোৰৰ বিৰুদ্ধে সমাজ-মানসৰ ভাৱনাত নতুন ভাবাদৰ্শক সহজে প্ৰতিষ্ঠিত কৰিব পৰা হয়। অৱশ্যে পুৰণি মূল্যবোধৰ ওপৰত ভিত্তি কৰি সমাজৰ যি সকলৰ সামাজিক প্ৰতিষ্ঠা আৰু শক্তি কৰায়ত্ত হৈ থাকে সেই সকলে নতুন ভাৱাদৰ্শ আৰু মূল্যবোধক সহজে প্ৰতিষ্ঠা লাভ কৰিবলৈ নিদিয়ে, যুক্তিৰে বলে নোৱাৰি শক্তি আৰু ষড়যন্ত্ৰেৰে সেইবোৰক খৰ্ব্ব কৰিবলৈ বিচাৰে। তেতিয়া মূল্যবোধৰ আৰু যুক্তিৰ সংঘাত পৰিণত হয়গৈ



সামাজিক শক্তিৰ আভ্যন্তৰীণ সংঘাতত, সামাজিক গৃহবিপ্লৱত আৰু ৰাষ্ট্ৰ-বিপ্লৱত। ইয়াৰ অতি উৎকৃষ্ট দৃষ্টান্ত হৈছে খৃষ্টান ধৰ্ম্মৰ প্ৰতিষ্ঠা আৰু চিন্তাৰ ইতিহাস। ইহুদীসকলৰ পূৰ্ব্বপ্ৰচলিত ধৰ্ম্ম আৰু জীৱনচৰ্য্যাৰ ভিত্তিকেই অৱলম্বন কৰি যীশুখৃষ্টই নবজীৱনৰ বাণী সেই সমাজতেই প্ৰচাৰ কৰিলে। জীৱনৰ সেই নতুন মুক্তিৰ বাণীৰ বিৰুদ্ধে যুক্তিৰে আৰু উপলব্ধিৰে টিকিব নোৱাৰি, চক্ৰান্ত, ষড়যন্ত্ৰ আৰু পাশৱিক শক্তিৰে যীশুখৃষ্টক ক্ৰচবিদ্ধ কৰি মাৰিলে, শিষ্যসকলৰ ওপৰত নানা অত্যাচাৰ চলালে। কিন্তু মানৱ বেদনাৰ ওপৰত এই সৰল অনাড়ম্বৰ আৰু আলোকময় বাণীৰ প্ৰভাৱে সকলো পাশৱ শক্তিৰ বিৰুদ্ধে আধ্যাত্মিক মহিমাৰে জয় লাভ কৰি প্ৰতিষ্ঠা লাভ কৰিলে। এই খৃষ্টান ধৰ্ম্মৰ প্ৰতিষ্ঠা ইউৰোপত হোৱাৰ দিনৰে পৰা আজিলৈকে ইয়াৰ অন্তৰ্নিহিত জীৱনৰ মহিমাবোধ আৰু মূল্যবোধে ইউৰোপৰ দাৰ্শনিক চিন্তাধাৰাৰ ঘাই সুঁতি ৰূপে চলি আহিছে। হিন্দুধৰ্ম্মৰ ইতিহাসতো দেখা যায় যে পৰৱৰ্ত্তী মধ্যযুগত মুছলমান সাম্ৰাজ্য বিস্তাৰক কেন্দ্ৰ কৰি ইচলাম ধৰ্ম্মৰ সামাজিক সাম্যভাৱৰ প্ৰভাৱৰ আকৰ্ষণবশতঃ উক্ত ধৰ্ম্মই ভাৰতবৰ্ষত বিস্তাৰ লাভ কৰিব ধৰাত হিন্দুধৰ্ম্মৰ অন্তৰ্নিহিত প্ৰাচীন সত্যৰ লগত ইচলাম ধৰ্ম্মৰ ভিতৰেদি এটা মহান নতুন সত্যৰ সৃষ্টি-মূলক সমন্বয় হয়—নৱবৈষ্ণৱ ধৰ্ম্মৰ উদ্যমত সন্ত কবি আৰু আচাৰ্য্য-সকলৰ ভিতৰেদি। এই নৱভাবধাৰাৰ আন্দোলনৰ ভিতৰেদি প্ৰাচীন হিন্দুধৰ্ম্মৰ এটা সংস্কাৰমূলক পৰিৱৰ্ত্তন হয়। এই পৰিৱৰ্ত্তনে বিস্তাৰ লাভ কৰাত প্ৰাচীন-পন্থীসকলৰ লগত অৱশ্যে যুক্তি আৰু আদৰ্শৰ সংঘাতহে প্ৰধানকৈ হৈছিল। ভাৰতীয় সংস্কৃতিৰ ইতিহাসত যুক্তিৰ আৰু মতামতৰ স্বাধীনতাৰ নিদৰ্শন হিচাবে এইটোকে দেখুৱা হয়।

দাৰ্শনিক যুক্তিবোধ অকল যুক্তিৰ ওপৰত ভিত্তি কৰিয়েই গঢ়ি নুঠে। দৰ্শন মানে কেৱল যুক্তি-সৰ্ব্বস্বতাই নুবুজায়। প্ৰকৃত

দাৰ্শনিক উপলব্ধি হব লাগিলে সমগ্ৰ চেতনাৰ জাগৰণ হব লাগে। জীৱনৰ সকলো সম্ভাৱনাৰ সমন্বয়ৰ ভিতৰেদি সেইবোৰৰ অন্তঃস্থিত বা সেইবোৰৰ ভিত্তিৰূপ প্ৰকৃত অস্তিত্ব আৰু সৎবস্তুৰ সন্ধান যুক্তিৰ আলোকেৰে কৰাই হৈছে দৰ্শনৰ কাম। অৱশ্যে অসীম দেশকালৰ সকলো অস্তিত্বকে সামৰি এক তত্ত্ববোধৰ সামগ্ৰিকতাৰ উপলব্ধি মানুহৰ সীমাবদ্ধ অভিজ্ঞতাৰে আৰু সীমাবদ্ধ মননশীলতাৰে নিশ্চিতভাবে কৰিব পৰাতো সম্ভৱপৰ নহয়। তথাপি তেনে তত্ত্বৰ ৰূপৰেখামূলক দিগ্‌দৰ্শন সম্ভৱপৰ। অস্তিত্বৰ স্বৰূপ নিৰূপণ ক্ষেত্ৰত দাৰ্শনিক তত্ত্ব মূলগত ভাবে মাত্ৰ তিনি প্ৰকাৰেহে হব পাৰে, যেনে— বস্তুবাদ, আধ্যাত্মবাদ, আৰু গতিবাদ। এনে কোনো এটা মূল তত্ত্বৰ ভেটিত মানৱ-জীৱনৰ প্ৰকৃত স্বৰূপ কি তাৰ উপলব্ধি হয়। জীৱনৰ প্ৰকৃত স্বৰূপৰ ধাৰণাৰপৰা ব্যক্তি-জীৱনৰ ভৱিতব্যতা আৰু মানৱতাৰ ভৱিষ্যত সম্বন্ধে ধাৰণা জন্মে। মানৱ-জীৱনৰ লক্ষ্যৰ সম্বন্ধে হোৱা ধাৰণাক কেন্দ্ৰ কৰি সেই লক্ষ্য লাভ কৰিবলৈ বা জীৱনক পূৰ্ণভাবে বিকাশ বা প্ৰকাশ কৰিবলৈ জীৱন কেনেকৈ কি নীতিৰ দ্বাৰা আৰু কোন পথেদি নিয়ন্ত্ৰণ আৰু পৰিচালিত কৰিব লাগে তাৰ জ্ঞান হয়। এই জ্ঞানলাভ কৰাটোৱেই হৈছে দৰ্শন সাধনাৰ প্ৰকৃত উদ্দেশ্য।

দৰ্শনৰ উদ্দেশ্য জ্ঞানলাভ, বিদ্যালাভ নহয়। জীৱনক কি দৰে উৎকৃষ্টভাবে চলাব লাগে, জীৱনত আমি কি শ্ৰেষ্ঠ সম্পদ লাভ কৰিব পাৰোঁ, জীৱনৰ পৰম গতি কি—এইবোৰ অতি জৰুৰী আৰু অপৰিহাৰ্য্য প্ৰশ্নৰ এক বিশ্বাসযোগ্য আৰু নিৰ্ভৰযোগ্য উপলব্ধিয়েই হৈছে জ্ঞান। আনহাতে বিদ্যা হৈছে যি কোনো শাস্ত্ৰৰ ব্যুৎপত্তি আৰু পাৰদৰ্শিতা অথবা যি কোনো কাৰ্য্য সম্পাদনৰ দক্ষতা বা শিল্পাদি সৃষ্টি আৰু নিৰ্ম্মাণ পদ্ধতি বা কৌশল নিজৰ আয়ত্বাধীন কৰাতো। বিদ্যালাভেই মানুহক মহীয়ান কৰিব নোৱাৰে, চিত্তৰ গভীৰতা আনি দিব নোৱাৰে, হৃদয়ক উদ্বুদ্ধ কৰিব নোৱাৰে। বিদ্যাই বৰং মানুহৰ



মনত সহজতে অহমিকাবোধ জগাব পাৰে, আনৰ লগত প্ৰতিদ্বন্দ্বিতা ভাব জগাই তাৰপৰা উদ্ভৱ হোৱা বিদ্বেষ, ঘৃণা, তাচ্ছিল্য ভাব আদিৰহে বৃদ্ধি কৰিব পাৰে। ৰবীন্দ্ৰনাথৰ ভাষাত কবলৈ গলে, বিদ্যাৰ আছে বোজা বা ভাৰ, জ্ঞানৰ আছে ভাৰশূন্য দীপ্তি। কাৰ্য্যকৰী বিদ্যা অৱশ্যেই সমাজৰ স্থিতি আৰু প্ৰগতিৰ কাৰণে অপৰিহাৰ্য্য। কিন্তু বিদ্যা হৈছে যন্ত্ৰ মাত্ৰ। সেই যন্ত্ৰ মানব মঙ্গলৰ কাৰণেহে ব্যৱহৃত হব লাগে। মানৱৰ প্ৰকৃত মঙ্গলৰ ধাৰণাই হৈছে জ্ঞান বা দাৰ্শনিক জীৱনবোধ। গতিকে বিদ্যাৰ পথ-নিৰ্দ্দেশক আৰু নিয়ামক হোৱা উচিত জ্ঞান। কিন্তু অৱস্থাৰ বিপাকত পৰি যদি বিদ্যাই মানুহৰ ওপৰত আধিপত্য কৰিব ধৰে আৰু যদি সমাজত বিদ্যাই হৈ পৰে সামাজিক মৰ্য্যাদাৰ জোখমাৰি, তেন্তে সেই সমাজত মানৱতাৰ বিপৰ্য্যয় হোৱাটো অতি স্বাভাৱিক।

জ্ঞান আৰু বিদ্যাৰ প্ৰভেদৰ দৰে বিদ্যা আৰু সাধাৰণ জ্ঞান হৈছে সমাজৰ গতি আৰু বিকাশ পথত যিবোৰ ঘটনা ঘটে, যিবোৰ পৰিৱৰ্ত্তন হয়, সেইবোৰৰ বিষয়ে সচেতন হৈ থকা আৰু সমাজৰ প্ৰচলিত ৰীতি-নীতি, সমাজৰ ব্যৱস্থাপনা আৰু পৰিচালনা সম্বন্ধীয় যাবতীয় খবৰাদিৰ বিষয়ে অৱস্থিত হৈ থকা প্ৰকৃতিৰ লগত সামূহিক সংগ্ৰামৰ যোগেদি আৰু সেই সংগ্ৰামৰ প্ৰয়োজনত প্ৰাকৃতিক পৰিৱেশৰ লগত সামূহিক মনৰ যি পৰিচয় হয়, তাৰ সম্বন্ধে মনক সজাগ ৰখা। জীৱনযাত্ৰাৰ সংগ্ৰামৰ যোগেদি সমূহীয়া জীৱনৰ লগত ব্যক্তিৰ কৰ্ম্ম সমুচিত ভাবে সম্পাদন কৰিবলৈ পৰিৱেশ আৰু সমাজৰ যাবতীয় বিষয় জনাৰ জৰুৰী প্ৰয়োজন হয় যাৰ ফলত ব্যক্তিয়ে সমাজত নিজৰ কৰ্ম্মৰ মূল্য আৰু তাৎপৰ্য্য বুজি লব পাৰে। প্ৰাকৃতিক বুদ্ধি আৰু কৰ্ম্মদক্ষতাৰ দ্বাৰা জয় কৰাৰ ভিতৰেদি সমাজৰ যি বিস্তাৰ আৰু বিকাশ হয় তাৰ ফলত সমাজত ক্ৰমবৰ্দ্ধমান ভাবে শ্ৰম-বিভাজন হয়। শ্ৰম-বিভাজনৰ ফলত হোৱা ভিন্ ভিন্ কৰ্ম্মনিয়ত অনুশীলনৰ পৰা কৰ্ম্ম সম্পাদনৰ কৌশলৰ যি ব্যুৎপত্তি জন্মে সেয়েই

হৈছে বিদ্যা। বিদ্যা হৈছে বিশেষ বিশেষ কৰ্ম্ম সম্পাদন কৌশলৰ বিশেষ ভাবে আয়ত্ব কৰিব লগীয়া পদ্ধতি বা দক্ষতা।

সমাজত প্ৰয়োজন হোৱা সকলো বিষয়ৰ বিদ্যাৰে বিশেষ বিশেষ গুৰুত্ব আছে। ভিন্ ভিন্ ব্যক্তিয়ে কৰ্ম্মভেদে বিভিন্ন বিদ্যা অভ্যাস কৰি তাক সচেতনভাবে সামূহিক মঙ্গলৰ কাৰণে কৰ্ম্মক্ষেত্ৰত প্ৰয়োগ কৰাৰ দায়িত্ব পালন কৰিব লগীয়া হয়। কিন্তু বিদ্যাৰ প্ৰয়োগ সমাজৰ মঙ্গলৰ কাৰণে নহৈ নিছক ব্যক্তি-স্বাৰ্থ তৃপ্তিৰ কাৰণেও হব পাৰে, বা ব্যক্তিয়ে নিজৰ স্বাৰ্থৰ দ্বাৰা পৰিচালিত হৈ দায়িত্বপূৰ্ণ কৰ্ম্ম সম্পাদনত হেলা কৰিব পাৰে। কৰ্ম্ম প্ৰতি ব্যক্তিৰ উক্ত দুই বিভিন্ন ধৰণৰ মনোবৃত্তিৰ ভেটিত কৰ্ম্মপথৰ শ্ৰেয়স্ আৰু প্ৰেয়সৰ ( The right and the pleasant ) প্ৰভেদ হয়।

কৰ্ম্মমাৰ্গৰ শ্ৰেয়স্ আৰু প্ৰেয়সৰ প্ৰভেদ জ্ঞান যদি প্ৰচলিত প্ৰথানুযায়ী হয় তেন্তে সেই জ্ঞান মাত্ৰ গতানুগতিক—বহল দৃষ্টিত সেই জ্ঞান সাধাৰণ জ্ঞানৰ পৰ্য্যায়তহে পৰে। কিন্তু জীৱনৰ সামগ্ৰিক উপলব্ধিৰ পৰা যদি শ্ৰেয়োমাৰ্গ আৰু প্ৰেয়োমাৰ্গৰ জ্ঞান জন্মে, তেন্তে সেই জ্ঞানেই হে প্ৰকৃত জ্ঞান। শ্ৰেয়োমাৰ্গ আৰু প্ৰেয়োমাৰ্গৰ নিৰ্দ্ধাৰণৰ মূল প্ৰশ্ন হৈছে কৰ্ম্মৰ ভিতৰত, এই প্ৰভেদ কোনো চিৰন্তন বা সনাতন নীতি বা বিধানৰ ওপৰত প্ৰতিষ্ঠিত নে ই সময় সাপেক্ষ বা আপেক্ষিক। অৰ্থাৎ কোনো কৰ্ম্মৰ শ্ৰেয়ত্বৰ নিৰ্ণয় সকলো অৱস্থাত একে নে সেই কাম সমাজৰ আৰু সময়ৰ অৱস্থা ভেদে কেতিয়াবা শ্ৰেয়ঃ আৰু কেতিয়াবা মাত্ৰ প্ৰেয়ঃ হৈ পৰে। কৰ্ম্মৰ মূল্যাঙ্কন স্থায়ী নে সুবিধাভেদে ইয়াৰ পৰিৱৰ্ত্তন হৈ থাকে। আকৌ আন এটা মূল প্ৰশ্ন হৈছে আমাৰ চেতনাৰ কি বৃত্তিৰে কৰ্ম্মৰ এনে ধৰণৰ মূল্যাঙ্কন আমি কৰোঁ? অৰ্থাৎ যুক্তিৰ দ্বাৰা ই নিৰ্দ্ধাৰিত হয় নে আমাৰ চেতনাৰ কোনো যুক্তিৰ অতিৰিক্ত স্বভাৱজ অন্তৰেন্দ্ৰিয় বা বিবেক শক্তি আছে নেকি, যাৰ সংবেদনত বা যাৰ বিচাৰত আমি কৰ্ম্মৰ কৰ্ত্তব্যাকৰ্ত্তব্যৰ ভেদ দেখোঁ। আকৌ কৰ্ত্তব্য বা অকৰ্ত্তব্য



কাম কৰাৰ সিদ্ধান্ত আমি স্বাধীন বিবেকেৰে কৰোঁ নে সেই সিদ্ধান্ত নিৰ্দ্ধাৰিত হয় বাসনাৰ তাড়নাত অথবা জন্মগত স্বভাৱ। সংস্কাৰাদি আৰু পৰিৱেশৰ প্ৰভাৱত গঢ়ি উঠা মানসিকতা আৰু চৰিত্ৰৰ পৰিচালনাত। এই ধৰণৰ কৰ্ম্ম-মীমাংসাক নীতিশাস্ত্ৰ বা ধৰ্ম্মশাস্ত্ৰ বোলা হয়। এই নীতিশাস্ত্ৰৰ ভিত্তি দাৰ্শনিক তত্বও হব পাৰে নাইবা লৌকিক ব্যৱহাৰ-জ্ঞান মাত্ৰ হব পাৰে। যদি জীৱনৰ অস্তিত্বৰ তাত্বিক ধাৰণাৰ ওপৰত ভিত্তি কৰি নীতিজ্ঞানৰ তাৎপৰ্য্য নিৰ্ণয় কৰ হয়, তেন্তে সি হয় দাৰ্শনিক নীতিশাস্ত্ৰ আৰু যদি নীতিবোধৰ মীমাংসা কৰোঁতে জীৱনৰ স্থায়ী সত্যৰ পাৰমাৰ্থিক বিচাৰলৈ নগৈ মাত্ৰ বৰ্ত্তমানৰ সুযোগ সুবিধা আৰু ভবিষ্যতৰ প্ৰয়োজনাদিৰহে বিবেচনা কৰা হয়, তেন্তে সি হয় ব্যৱহাৰিক ( empirial ) নীতি-তত্ব।

অৱশ্যে শ্ৰম বিভাজন আৰু শ্ৰম উৎপাদনৰ সামগ্ৰীৰ ক্ৰয়-বিনিময়ৰ ভেটিত গঢ়ি উঠা সমাজত কৰ্ম্মৰ বৈচিত্ৰানুযায়ী বিভিন্ন মানুহৰ যি সামাজিক স্থান আৰু কৰ্ত্তব্য নিৰ্দ্ধাৰিত হয়, সেই সম্পাদনৰ দায়িত্ব যে সকলোৱে বাহিৰৰ নিৰ্দ্দেশ আৰু নিয়ন্ত্ৰণ নোহোৱাকৈ কেৱল নিজৰ বিবেকৰ প্ৰেৰণা মতেই বা নীতিজ্ঞান অনুসৰি স্বতঃস্ফূৰ্ত্ত ভাবে কৰি যায়, সেইটো নহয়। সমাজৰ বহু সংখ্যক মানুহে অজ্ঞতাৰ কাৰণে, সামূহিক চেতনাৰ অভাৱৰ কাৰণে, নিজৰ স্বাৰ্থ সুখৰ কাৰণে, ন্যায় অন্যায় আদি সম্বন্ধে প্ৰচলিত ধাৰণাৰ আৰু বিধানাদিৰ প্ৰতি বিৰোধিতাৰ কাৰণে সমাজৰ যি স্থিতিস্থাপক শক্তি তাৰ অৰ্থাৎ ৰাষ্ট্ৰৰ বিধান মানি চলিবলৈ বা বিহিত কৰ্ম্মভাৰ গ্ৰহণ কৰিবলৈ অৱহেলা কৰিব পাৰে বা তাৰ বিৰোধিতাও কৰিব পাৰে। তেতিয়াই সমাজক সংগঠিত ভাবে পৰিচালনা কৰি নিয়াৰ কাৰণে বা সমাজ-ব্যৱস্থা অচল হবলৈ নিদিবলৈ যন্ত্ৰ-শক্তিৰ প্ৰয়োগৰ দ্বাৰা বা দণ্ডবিধিৰ দ্বাৰা ব্যক্তিক ৰাষ্ট্ৰৰ বিধান মানি চলিবলৈ আৰু আনহাতে পুৰস্কাৰাদিৰ আকৰ্ষণৰ দ্বাৰা বিহিত কৰ্ম্ম সুচাৰু

ৰূপে সম্পন্ন কৰিবলৈ ৰাষ্ট্ৰই যথোপযোগী ব্যৱস্থা গ্ৰহণ কৰে। সমাজৰ আভ্যন্তৰীণ স্থিতিস্থাপকতাৰ নিয়ন্ত্ৰণৰ উপৰিও বহিঃশত্ৰুৰ আক্ৰমণৰপৰা সমাজক ৰক্ষা কৰিবৰ দায়িত্বও ৰাষ্ট্ৰৰ ওপৰতে পৰে। অৱশ্যে মানৱ-গোষ্ঠীত শ্ৰম বিভাজনৰ ভিত্তিৰ ওপৰত ব্যক্তিৰ কৰ্ম্ম-বৈচিত্ৰ্য গঢ়ি নুঠা পৰ্য্যন্ত সমাজত ব্যক্তি-স্বাৰ্থৰ বিভেদ নঘটে আৰু তেতিয়া দণ্ডবিধিৰ শাসনৰ দ্বাৰা সমাজৰ আভ্যন্তৰীণ স্বাৰ্থ-সংঘাত দমন আৰু নিয়ন্ত্ৰণ কৰাৰ প্ৰশ্নও নুঠে। সেই আদিম গোষ্ঠী-সমাজত গোষ্ঠী-স্বাৰ্থৰ অতিৰিক্ত স্বকীয়া ব্যক্তিত্ব গঢ়ি নুঠে আৰু ৰাষ্ট্ৰশক্তিও সেয়ে সেই সমাজত নাথাকে। সমাজত ব্যক্তি স্বাৰ্থ গঢ়ি উঠিলেও সকলো ক্ষেত্ৰতে ব্যক্তি অনুসৰি স্বাৰ্থৰ সম্পূৰ্ণ বিভেদ নহয়, ব্যৱহাৰিক প্ৰয়োজনত বহু ব্যক্তিৰ স্বাৰ্থ ভিন্ ভিন্ হৈ পৰে আৰু তাৰ ফলত দলীয় স্বাৰ্থৰ বা শ্ৰেণীৰ উদ্ভৱ হয়।

সমাজত স্বাভাৱিকতে ব্যক্তিস্বাৰ্থ আৰু দলীয় বা শ্ৰেণী-স্বাৰ্থ, সমূহীয়া স্বাৰ্থ আৰু ৰাষ্ট্ৰীয় স্বাৰ্থ এই চাৰিটা কৰ্ম্মপ্ৰেৰণাৰ উৎস পৰিলক্ষিত হয়। ইয়াৰ ভিতৰত ব্যক্তিস্বাৰ্থ আৰু সমূহীয়া স্বাৰ্থৰ সম্বন্ধৰ ভিতৰেদি সমাজৰ স্থিতিস্থাপকতাই ৰূপ পায়। অৰ্থাৎ সমাজৰ আত্মৰক্ষাৰ্থে আৰু সমাজে সমূহীয়া সংগ্ৰামৰ জৰিয়তে সৃজন কৰা সমূহীয়া সম্পদ সংস্কৃতি আদি বিপৰ্য্যয়ৰ বা ধ্বংসৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ প্ৰত্যেক ব্যক্তিৰে মূল কৰ্ত্তব্য হয়, সেই সমূহীয়া জীৱনৰ সংৰক্ষাৰ দায়িত্ব বহন কৰাটো। ৰাষ্ট্ৰৰ প্ৰয়োজন এই কাৰণেই হয়। ৰাষ্ট্ৰৰ প্ৰতি ব্যক্তিৰ আনুগত্যৰো সেয়েই মূল নৈতিক ভেটি। এই আনুগত্যৰ অভাৱ হলে সমাজত অৰাজকতা, উচ্ছৃঙ্খলতা আদি হয়, সভ্যতা সংস্কৃতি আদিত ভাঙন ধৰে। যেতিয়া সমূহীয়া স্বাৰ্থৰ প্ৰতি ব্যক্তিৰ আনুগত্য বিবেকৰ নিৰ্দ্দেশত হয়, তেতিয়া উদ্ভৱ হয় শ্ৰেয়সৰ, আৰু শ্ৰেয়সৰ প্ৰেৰণাত চলা সমাজেই হৈছে প্ৰকৃত স্বাধীন সমাজ। ব্যক্তিৰ আনুগত্য যদি ৰাষ্ট্ৰশক্তিৰ দ্বাৰা নিয়ন্ত্ৰিত হয়, তেতিয়া উদ্ভৱ হয় মানুহে



মানুহে বাধ্যবাধকতাৰ সম্বন্ধ, শাসক-শাসিতৰ ভেদ—সমাজত দেখা দিয়ে শ্ৰেয়সৰ সলনি যান্ত্ৰিকতা, স্বচ্ছন্দতাৰ ঠাইত গতানুগতিকতা। সমাজত শ্ৰেয়সৰ পৰিৱৰ্ত্তে যান্ত্ৰিকতাৰ প্ৰাধান্য হলেই সমাজৰ স্থিতি-স্থাপকতাইহে মাত্ৰ বজায় ৰয়, তাৰ অগ্ৰগতি আৰু সমূহীয়া সমৃদ্ধিৰ সৃষ্টি আৰু সমাজ-মানসৰ বিকাশৰ পথ ৰুদ্ধ হৈ যায়। কিন্তু এনে স্থিতিস্থাপকতাৰ ভিতৰতো সমাজৰ অন্তৰ্নিহিত বিকাশ-প্ৰয়াসী গতিবেগৰ প্ৰেৰণা সহজতে নষ্ট হৈ নাযায়। সমাজৰ অভ্যন্তৰীণ দলীয় স্বাৰ্থৰ সংঘাতৰ ভিতৰেদি এই গতিবেগৰ সংক্ষোভ প্ৰকাশ পায়।

ব্যক্তিস্বাৰ্থ আৰু সমূহীয়া জীৱনৰ সংৰক্ষণৰ স্বাৰ্থ এই দুই শক্তিৰ হেঁচা ঠেলাৰ পৰিণতি হিচাবে যি ভাৰসাম্য বা সামাজিক স্থিতিস্থাপকতাৰ উদ্ভৱ হয়, সেই ভাৰসাম্যৰ ভিতৰত আলোড়ন তোলে শ্ৰেণী-স্বাৰ্থৰ সংঘাতে। ব্যক্তিস্বাৰ্থ আৰু সামাজিক স্বাৰ্থৰ মাজখিনিতে কাম কৰে দলীয় স্বাৰ্থই। সামাজিক ভাৰসাম্যৰ অৱস্থাত ব্যক্তিৰ যথালব্ধ সংৰক্ষণৰ ব্যৱস্থা ৰাষ্ট্ৰীয় বিধানৰ জৰিয়তে হলেও ব্যক্তিয়ে সদায় আকাঙ্ক্ষা কৰে নিজৰ অৱস্থাৰ সম্ভাব্য উন্নতি লাভ কৰাৰ। সেই আশা পুৰণৰ বাবে সংগঠিত ভাবে দলীয় ঐক্য প্ৰতিষ্ঠা কৰি প্ৰচেষ্টা চলায়। কিন্তু দলীয় প্ৰচেষ্টা শক্তিশালী হৈ উঠিবলৈ দলীয় স্বাৰ্থ বৃদ্ধিৰ উপৰিও সমাজৰ মঙ্গলৰ (the good) শক্তি হিচাবে ই আদৰ্শগত আৰু নীতিগত ভিত্তিত প্ৰতিষ্ঠিত হব লগীয়া হয়। দলীয় শক্তিৰ এই আদৰ্শগত শক্তিয়েই হৈছে সমাজৰ সামূহিক চেতনাক জগাই তোলাৰ শক্তি আৰু সমাজৰ মঙ্গলৰ প্ৰেৰণা আৰু পৰিণতি ৰূপে সমাজ আৰু সভ্যতাৰ উন্নততৰ নববিধান ৰচিত হয়। অৱস্থাভেদে এই ধৰণৰ নববিধান প্ৰধানতঃ আদৰ্শগত সংঘৰ্ষৰ ভিতৰেদি আপেক্ষিক শান্তিপূৰ্ণ ভাবে আহে আৰু কেতিয়াবা সহিংস সংগ্ৰামৰ ভিতৰেদি বৈপ্লৱিক ধৰণে হয়। ফৰাছী বিপ্লৱ আৰু ইংলণ্ডৰ শিল্প-বিপ্লৱৰ তুলনা কৰিলে এই কথা সহজে বুজিব পৰা যায়।

মূঠ কথা, ব্যক্তি-বেদনাত একান্ত ব্যক্তি-স্বাৰ্থ, দলীয় স্বাৰ্থ, সামূহিক আত্মসংৰক্ষণৰ স্বাৰ্থ, ৰাষ্ট্ৰানুগত্য, এই সমুদয় শক্তিৰ ঘাত প্ৰতিঘাত হৈ থাকে। সেইবোৰৰ ভিত্তিত গঢ়ি উঠা সুখ বাসনা, শ্ৰেয়সৰ নৈতিক বিধান আৰু মঙ্গলৰ প্ৰেৰণাই ব্যক্তিৰ ভাৱনা জগতত নানা খেলিমেলি লগাই থাকে। এনেবোৰ খেলিমেলিৰ এটা সমাধান নিজৰ যুক্তি আৰু উপলব্ধিৰে কৰিব নোৱাৰিলে—যি কোনো অৱস্থাত থাকিলেও ব্যক্তিৰ মনত 'কঃ পন্থা' এই প্ৰশ্নটো জাগি থাকে আৰু মনৰ গভীৰত এটা অশান্তি আৰু অতৃপ্তিবোধে মনক সদায় আলোক-সন্ধানী কৰি ৰাখে। মানৱ চিত্তত প্ৰাৰ্থনা জাগে—'তমসো মা জ্যোতির্গময়'। এই আলোকৰ সাধনাই কৰে দাৰ্শনিকে। সাধাৰণ জীৱন-যাত্ৰাত চলা মানুহে এই মানসিক ভাব-সংঘাতৰ কথা খুব বেচি চিন্তা নকৰে। অৱস্থা বিশেষে প্ৰয়োজনৰ তাগিদত মনত জাগি উঠা বৃত্তিৰ বেগৰ প্ৰাধান্য অনুসৰিয়েই কাম কৰি যায়, নিজৰ আস্থা থকা কোনো নেতা বা বেচি জনা মানুহৰ উপদেশ নিৰ্দ্দেশাদিৰ মতে কাম কৰি যায়। সেয়ে দেখা যায় যে সাধাৰণতে ব্যক্তি-জীৱনৰ কৰ্ম্মপ্ৰয়াসত এটা ধাৰাবাহিক সুসঙ্গতি নাথাকে। কেতিয়াবা ব্যক্তি স্বাৰ্থত কাম কৰে। কেতিয়াবা দলীয় প্ৰেৰণাত, কেতিয়াবা ৰাষ্ট্ৰীয় বিধান মানি, কেতিয়াবা একেবাৰে ৰক্ষণশীল গতানুগতিকতাৰ পথত চলে। সেয়ে কেতিয়াবা সাময়িক-ভাবাবেগত পৰি সামাজিক দ্বন্দ্ব সংঘাতত অংশ গ্ৰহণ কৰিব। আকৌ, হয়তো পিচ মুহূৰ্ত্ততে একেবাৰে সংঘাত এৰাই ধাৰাবাহিক মতে চলি যাব। সেয়ে যি সকলে ভাব জগতত আৰু কৰ্ম্ম জগতৰ নেতৃত্ব কৰে বা সেই নেতৃত্বৰ দায়িত্ব উপলব্ধি কৰে তেওঁলোকে নিজৰ আদৰ্শেৰে দৃষ্টিৰ সত্যতাৰে আৰু নিষ্ঠাপূৰ্ণ কৰ্ম্মব্ৰতেৰে জনসাধাৰণৰ মনত গভীৰ আস্থা আৰু আনুগত্যৰ সৃষ্টি কৰি জনচেতনাক উদ্বুদ্ধ কৰিব পাৰিলেহে সমাজ মানসৰ নৈতিক দৃঢ়তা আৰু মঙ্গলৰ প্ৰেৰণা জাগি উঠিব পাৰে।

জনজীৱনত সাধাৰণতে কৰ্ম্ম আৰু নীতিবোধৰ পৰিসৰৰ সীমা



দিয়ে ৰাষ্ট্ৰীয় শক্তি আৰু শাসনে। কাৰণ ৰাষ্ট্ৰশক্তি হৈছে ব্যক্তিৰ দণ্ডমুণ্ডৰ কৰ্ত্তা। আনহাতে সমাজৰ ওপৰত ৰাষ্ট্ৰীয় শক্তি আৰু শাসন সাৰ্ব্বভৌম। কিন্তু ৰাষ্ট্ৰৰ পৰিচালনা যি সকলে কৰে, তেওঁলোকে যে সদায় মঙ্গলৰ পথতেই শাসন চলাব, সেইটো সম্ভৱ নহয়। বৰং শক্তিৰ প্ৰেৰণা আৰু মঙ্গলৰ প্ৰেৰণা সাধাৰণতে বিপৰীত মুখীহে হয়। শক্তিয়ে সাধাৰণতে বাসনাক আৰু স্বাৰ্থবোধক প্ৰণোদিত কৰে; আনহাতে মঙ্গলৰ উৎস স্বাৰ্থনিৰপেক্ষ সামূহিক চেতনা। গতিকে ৰাষ্ট্ৰ শক্তিসম্পন্ন হিচাবে সাৰ্ব্বভৌম হলেও নৈতিক বিচাৰত ইয়াৰ প্ৰাধান্য ন্যায়সন্মত নহবও পাৰে। ব্যক্তিৰ বিবেক নিৰ্দ্দেশিত নীতি আৰু ৰাষ্ট্ৰৰ বিধানৰ মিল নাথাকিবও পাৰে, আৰু তেতিয়া ব্যক্তিৰ আনুগত্য বিবেকৰ প্ৰতিহে থাকিব। বিবেকৰ নিৰ্দ্দেশে এনে ক্ষেত্ৰত ব্যক্তিৰ ৰাষ্ট্ৰীয় বিধানৰ বিৰোধিতা কৰিবলৈ প্ৰেৰিত কৰিব আৰু তাৰ ফলত ব্যক্তি-চেতনাত এটা অন্তৰ্বিৰোধে দেখা দিব।

এই অন্তৰ্বিৰোধৰ সমাধানৰ ক্ষেত্ৰত মূল প্ৰশ্ন জাগে—ৰাষ্ট্ৰৰ যি শক্তি সেই শক্তিৰ প্ৰতিষ্ঠা কি বা ক'ত? ৰজা বা শাসকৰ লগত প্ৰজাৰ প্ৰভেদৰ ভিত্তি কি? শাসকৰ শাসন কৰিবৰ যোগ্যতা আৰু দায়িত্ব কিহৰ ওপৰত নিৰ্ভৰ কৰে? ৰাজশক্তিৰ ভিত্তি সৈন্যবাহিনী আৰু ৰক্ষকবাহিনী মাত্ৰ নে যি কোনো ঐশ্বৰিক শক্তি নে প্ৰজাৰ শক্তিৰেই ই এটা বাস্তৱ ৰূপ। অৱশ্যে বৰ্ত্তমানৰ গণতন্ত্ৰৰ যুগত এই সাৰ্ব্বজনীন ভাব স্বীকৃত যে ৰাইজেই ৰজা; ৰাইজৰ মঙ্গলৰ কাৰণেই ৰাষ্ট্ৰৰ অস্তিত্ব, তাৰ শক্তি, নীতি, বিধান সকলো আৰু প্ৰজাৰ হিতৰ অৰ্থে প্ৰয়োজন অনুসৰি সেই সকলো পৰিৱৰ্ত্তনীয়, আনকি ৰাষ্ট্ৰৰ স্বৰূপো পৰিৱৰ্ত্তনীয়। কিন্তু গণতন্ত্ৰৰ প্ৰতিষ্ঠা হোৱাৰ আগতে ৰাজশক্তি আৰু প্ৰজাশক্তিৰ গুণগত ভেদ আছিল আৰু ৰাজশক্তি ধৰ্ম্মৰ নামত প্ৰতিষ্ঠিত হৈছিল। আৰু প্ৰচলিত দাৰ্শনিক সিদ্ধান্তইও ৰাষ্ট্ৰৰ ধৰ্ম্মমূলক কৰাকে যুক্তিৰে সাব্যস্ত কৰিছিল।

এইখিনিতেই এটা কথা বিশেষ ভাবে লক্ষণীয় যে মানৱ-সমাজৰ বিৱৰ্ত্তনত ৰাষ্ট্ৰৰ উৎপত্তি হোৱাৰ লগে লগে হে দৰ্শনৰ উৎপত্তি হয়। ৰাষ্ট্ৰবিহীন গোষ্ঠী জীৱনত আৰু তাৰ পূৰ্ব্বৱৰ্ত্তী আদিম গণজীৱনত জীৱন সম্বন্ধে যি ধাৰণা আছিল তাত যুক্তিৰ স্বাতন্ত্ৰ্য নাছিল। সেই সমাজ আছিল কৃষি সমাজৰ পূৰ্ব্বৱৰ্ত্তী পশুপালন সমাজ আৰু চিকাৰী সমাজ। সমাজ-চেতনাক নিয়ন্ত্ৰিত কৰিছিল অলৌকিক শক্তি সম্বন্ধে প্ৰাচীন ধৰ্ম্মবিশ্বাসে আৰু সেইবোৰ শক্তিক বশীভূত কৰিবলৈ বা সন্তুষ্ট কৰিবলৈ কৰা আচাৰসমূহে ( Magico-religious rites )। কৃষি সমাজ আৰম্ভ হোৱাৰ পাচত গোষ্ঠী সমূহে যেতিয়া নিগাজী ঠাইত বসবাস আৰম্ভ কৰিলে আৰু কুটিৰ শিল্প বিস্তাৰৰ ফলত তাৰ উৎপাদনৰ সামগ্ৰীবোৰ পণ্য হিচাবে ক্ৰয় বিক্ৰয়ৰ কাৰণে ওচৰা-ওচৰিকৈ বসতি কৰা গোষ্ঠী সমূহৰ মাজত পৰস্পৰৰ আদান প্ৰদান হবলৈ ধৰিলে, তেতিয়া বিভিন্ন গোষ্ঠীক সামৰি আঞ্চলিক ভিত্তিত ৰাজ্যবোৰ গঠিত হৈ উঠিল। এনেদৰে বিভিন্ন গোষ্ঠীয়ে একৰাষ্ট্ৰৰ অন্তৰ্ভুক্ত হোৱাৰ পথত বিশেষ সহায়ক হ'ল ভিন ভিন গোষ্ঠীৰ নানা ৰকমৰ ধৰ্ম্মীয় আচাৰসমূহৰ সংমিশ্ৰণৰ প্ৰয়োজনত উদ্ভৱ হোৱা নতুন চিন্তা-ভাৱনাই। এইদৰে ধৰ্ম্মীয় আচাৰৰ যুক্তিসন্মত বিচাৰ আৰম্ভ হ'ল। দাৰ্শনিক যুক্তিবাদৰ জন্ম হল, তাৰ পৰিণতি হিচাবে নানা ধৰণৰ অলৌকিক শক্তি, দেৱদেৱী সম্বন্ধে থকা বিশ্বাসৰ ঠাইত এক-ঈশ্বৰবাদ সকলো দেৱ-দেৱীৰ মূল বুলি নতুন ধৰ্ম্ম-ভাৱনা আৰম্ভ হ'ল। এই এক-ঈশ্বৰবাদ এক-দেৱ প্ৰধান্য ভাবক ভিত্তি কৰি ৰাষ্ট্ৰীয় ঐক্য গঢ়ি উঠিবৰ সুবিধা হ'ল। মুঠ কথা-মানবৰ সমাজ বিৱৰ্ত্তনৰ পথত এক যুক্তিসন্মত চিন্তাধাৰা অৰ্থাৎ দৰ্শন আৰু আনহাতে আঞ্চলিক ঐক্যৰ ভিত্তিত বিভিন্ন গোষ্ঠীৰ ভিতৰত ৰাষ্ট্ৰ-শাসন একেলগে গঢ়ি উঠিল, আৰু ইটোৱে সিটোৰ সহায়ক হৈ উত্তৰোত্তৰ বৃদ্ধি পালে।



সেয়ে দেখা যায় যে এফালে ৰাষ্ট্ৰীয় চেতনা আৰু আন ফালে ধৰ্ম্মীয় চেতনাৰ লগত দৰ্শনৰ সম্বন্ধ গছ আৰু গুটিৰ সম্বন্ধৰ নিচিনা। ধৰ্ম্মীয় চেতনাৰ লগত সংঘাতৰ ফলত দাৰ্শনিক চেতনাৰ উদ্ভৱ হয়, আকৌ সেই দাৰ্শনিক চিন্তাৰেই পৰিণতি হিচাবে নতুন ধৰ্ম্মবোধৰ উৎপত্তি হয়। এইদৰেই দুয়োটাই উত্তৰোত্তৰ ঘাট প্ৰতিঘাতৰ ভিতৰেদি বৰ্দ্ধিত হয়। আধুনিক বিজ্ঞানৰ যুগত যেতিয়া বিজ্ঞানৰ ঐহিক জ্ঞানে ধৰ্ম্মবিশ্বাসৰ তীব্ৰ প্ৰতিদ্বন্দ্বী হিচাবে দেখা দিলে, তেতিয়া বিজ্ঞানৰ লগত দৰ্শনৰ সম্বন্ধও সেই একে গছ আৰু গুটিৰ সম্বন্ধৰ নিচিনা হ'ল। অৰ্থাৎ বিজ্ঞানে নতুন দাৰ্শনিক বোধৰ জন্ম দিয়ে আৰু নতুন দৰ্শনে বিজ্ঞানৰ তত্ত্বৰ পৰিৱৰ্ত্তন আৰু বৃদ্ধিৰ প্ৰেৰণাক জন্ম দিয়ে। বিজ্ঞানৰ উদ্ভৱ হোৱাৰ পাচৰেপৰা দৰ্শনৰো দুই ধাৰা হ'ল।—এক ধাৰা হল বিজ্ঞানৰ সহগামী আৰু অন্য ধাৰা হৈ থাকিল ধৰ্ম্মৰ সহগামী। ধৰ্ম্মৰ আৰু বিজ্ঞানৰ যি বিৰোধ, এই দুই দাৰ্শনিক ধাৰাৰ ভিতৰতো সেই একেধৰণৰ বিৰোধ।

আগতে কোৱা হৈছে যে ধৰ্ম্মও দুই ধৰণৰ। এক ধৰণে ধৰ্ম্ম অনুষ্ঠানগত, সংগঠনত আৰু আচাৰ-নীতি আদিৰ ভিতৰেদি গঢ়ি উঠা সামাজিক সংহতি। ইয়াৰ ভিতৰেদি সমাজৰ ভিতৰত ভিন্ ভিন্ ধৰ্ম্মৰ সম্প্ৰদায় গঢ়ি উঠে। ধৰ্ম্মৰ সম্প্ৰদায়ৰ পৰস্পৰৰ ভিতৰত যি ভেদ সি প্ৰধানতঃ আচাৰ নীতি আদিৰ ভেদ আৰু বিভিন্ন ধৰ্ম্মৰ তত্ত্বগত মতবাদ ভেদ। হিন্দু ধৰ্ম্মৰ বাহিৰে আন-বোৰ প্ৰধান ধৰ্ম্মৰ প্ৰতিষ্ঠা হৈছে একো একোজন অৱতাৰ গণ্য মহাপুৰুষৰ আধ্যাত্মবাণীক ভিত্তি কৰি। হিন্দু ধৰ্ম্মক অৱশ্যে ভগবানৰ নিজৰ মুখৰ বাণী সম্ভূত বুলি কোৱা হয়। ঋষি সকলে এই বাণীৰে অৱস্থাভেদে তাৎপৰ্য্য নিৰ্ণয় কৰি প্ৰয়োগ কৰিছে। মূল কথা হ'ল ধৰ্ম্মই সমাজগত ভাবে সম্প্ৰদায় সংহতিৰ ধৰণী হৈ থাকে, আৰু সেই বোৰৰ তত্ত্বগত মতবাদসমূহ ধৰ্ম্ম প্ৰতিষ্ঠাতা

সকলে প্ৰচাৰ কৰা মূল আধ্যাত্মবাণীক পৰৱৰ্ত্তী শিষ্য সকলে যুক্তিৰে আলোচনা কৰি নিৰ্ণয় কৰে আৰু ধৰ্ম্মগ্ৰন্থ সমূহত লিপিবদ্ধ কৰে। এনেকুৰা তাত্বিক নিৰ্ণয় কৰিব লগীয়া হয় দুটা কাৰণত। প্ৰথমতে শিষ্যসকলৰ মনত যুক্তিৰে পৰমাৰ্থ সম্বন্ধে এটা সামগ্ৰিক দৃষ্টি লাভ কৰিবৰ যি মানসিক প্ৰয়োজন হয়, তাক পুৰাবৰ কাৰণে আৰু দ্বিতীয়তঃ প্ৰচাৰৰ প্ৰয়োজনত অন্য ধৰ্ম্মাৱলম্বী সকলৰ লগত যুক্তিৰে ধৰ্ম্মমত প্ৰতিষ্ঠা কৰাৰ প্ৰয়োজনত প্ৰত্যেক ধৰ্ম্মৰে এনেধৰণৰ তত্ত্ববাদ ( Theology ) ৰচিত হয়। ইয়াত দৰ্শন ধৰ্ম্মৰ অনুগামী হয় আৰু ধৰ্ম্মৰ বহুল প্ৰচাৰ আৰু প্ৰতিষ্ঠাৰ কাৰণে নিযুক্ত হয়।

দ্বিতীয় ৰূপত ধৰ্ম্ম হৈছে অন্তৰ্মুখী। লৌকিক জীৱনৰ ক্ষুদ্ৰতা আৰু গতানুগতিকতাৰ অন্তঃসাৰশূন্য জীৱনযাত্ৰা মোহাচ্ছন্ন জীৱনৰ প্ৰবৃত্তিৰ গোলামী। এইবোৰৰ প্ৰতিক্ৰিয়া ৰূপে মানব চেতনাৰ গভীৰৰ পৰা ওপজা অতৃপ্তি আৰু মুক্ত, বিশ্বজনীন আৰু অমৃতময় জীৱনৰ সন্ধান বিচাৰি কৰা আধ্যাত্ম-সাধনাই হৈছে এই ধৰ্ম্মৰ স্বৰূপ। ইয়াৰ সাধনাই মানুহৰ চেতনাক ব্যৱহাৰিক জীৱনৰ বন্ধনৰ পৰা মুক্ত কৰি আত্মাৰ নৱজন্ম আনি দিয়ে। ধৰ্ম্মৰ বাহ্যিক আচাৰ-নীতিৰ বন্ধনৰ পৰাও এই সাধনা মুক্ত, যদিও বহুক্ষেত্ৰত আধ্যাত্ম-সাধনাৰ প্ৰথম অৱস্থাত এনেবোৰ আচাৰনীতিয়ে মনক আধ্যাত্মমুখী কৰি তোলাত সহায়ক হয়। এনে আধ্যাত্ম সাধনাৰ মাজেদি চেতনাৰ নৱজন্ম হলে সমগ্ৰ জীৱন আৰু জগত জুৰি এক নতুন আলোক উদ্ভাসিত হয়। ই চেতনাৰ নৱজাগৰণ, ধৰ্ম্মৰ পুৰণি আচাৰ-নীতি আদিৰ বাহ্যিকতাৰ মাজত ধৰ্ম্ম সম্প্ৰদায়ৰ ভিতৰত যি অন্তঃসাৰশূন্যতা দেখা দিয়ে, আধ্যাত্মিকতা লোপ পাই বিধান-সৰ্ব্বস্বতা দেখা দিয়ে, তাৰ বন্ধন ভাঙি, ই সমাজত চেতনাৰ নবোন্মেষ কৰি মঙ্গল আৰু মুক্তিৰ কাৰণে—নতুন নতুন সংস্কাৰৰ পথত সমাজক আগুৱাই নিয়ে। জীৱনৰ এই উপলব্ধিত



যুক্তিৰ স্থান সাধাৰণতঃ নাথাকে। চেতনাৰ গভীৰৰ পৰা জাগি উঠা ই এক অভিনৱ আৰু ৰহস্যময় ( mystic ) উপলব্ধি। 'নৈষা তৰ্কেন মতিৰাপনেয়া' এই উপলব্ধি সত্যক জনা মাত্ৰ নহয়, ই সত্য হোৱাৰ উপলব্ধি। ই চিন্তা, অনুভূতি আৰু কৰ্ম্ম সকলোৰে ৰূপান্তৰ ঘটাই দিয়ে। উপনিষদীয় অৰ্থত জীৱনত এইদৰে সত্য হৈ উঠাৰ ভিতৰেদি সত্য দেখাকহে প্ৰকৃত দৰ্শন বোলে। দাৰ্শনিক যুক্তি-তৰ্কই প্ৰথম অৱস্থাত চিত্তৰ বিক্ষেপে ঘটোৱা ভ্ৰান্ত ধাৰণাৰ পৰা মনক মুক্ত কৰাত সহায় কৰে। আধ্যাত্ম উপলব্ধি হোৱাৰ পাচত সেই উপলব্ধ সত্যক সমাজত প্ৰয়োগ কৰাৰ কামত অন্যৰ সন্দেহ নিৰাকৰণৰ কাৰণে দ্বন্দ্বমূলক যুক্তি-তৰ্কৰ ( Dialectics ) প্ৰয়োজন হয়। প্ৰথমতে যুক্তিৰ কাম মনৰ আৱৰ্জ্জনা আঁতৰোৱাৰ কাম। অৱশ্যে কিছুমান মানুহৰ মন শৈশৱৰ পৰা এনেধৰণৰ বাহ্যিকতাৰ পৰা মোহমুক্ত হৈ থাকে। তেওঁলোকৰ চিত্তত নবোন্মেষৰ বাবে যুক্তিৰ আৱৰ্জ্জনা আঁতৰোৱা কামৰ কোনো প্ৰয়োজন নহয়; আৰু যুক্তিৰ দ্বাৰা বিচাৰৰ পথ লোৱাৰ কোনো প্ৰয়োজনেই তেওঁলোকে অনুভৱ নকৰে।

কিন্তু যি বিলাকৰ মনোজগতত চিন্তাশক্তিৰ প্ৰাধান্যই বেচি, তেওঁলোকে জীৱনৰ সত্যলাভৰ বাবে আৰু নিজৰ চিত্তৰ নবোন্মেষৰ বাবে প্ৰধানতঃ যুক্তিৰ আৰু মননশীলতাৰ পথ লয়। অৱশ্যে যুক্তি-শক্তিৰ প্ৰাধান্যই সাধাৰণতে মানুহক বিজ্ঞান আৰু উৰ্দ্ধতৰ পথলৈহে নিয়ে। কিন্তু তাৰ ভিতৰত যি সকলৰ চিত্ত অন্তৰ্মুখী আৰু যি সকলে ব্যক্তি-জীৱনৰ আৰু সমাজ-জীৱনৰ মূল্যবোৰ আৰু ভবিতব্যতাৰ 'যতি প্ৰশ্ন'ৰ দ্বাৰা আকৃষ্ট হয়, তেওঁলোকে যুক্তি-তৰ্ক সৃষ্টিমূলক ভাবে প্ৰয়োগ কৰি তত্ত্বজ্ঞানৰ পথ লব খোজে; কিন্তু যুক্তিৰ প্ৰাবল্যবশতঃ অন্তৰৰ সহজ উপলব্ধিৰ পথক কেৱল বিশ্বাসৰ দ্বাৰা মানি লবলৈ অপাৰগ হয়। তাৰ উপৰি সমাজৰ ভিতৰত থকা জীৱন সম্বন্ধে বিভিন্ন ৰকমৰ মূল্যবোধৰ ধাৰণাৰ

সংঘাতৰ ফলত উদ্ভৱ হোৱা প্ৰশ্ন মানৱ জীৱনৰ প্ৰকৃত পথ কি তাক নিৰ্ণয় কৰাটো তেওঁলোকৰ চিন্তাত অপৰিহাৰ্য্য হৈ উঠে। এনে দাৰ্শনিক বিচাৰ তেতিয়া সমাজৰ আভ্যন্তৰীণ নানাবাদৰ দলীয় যুক্তি-তৰ্কৰ ঘাত-প্ৰতিঘাতৰ মাজেদি অৰ্থাৎ প্ৰচাৰধৰ্ম্মী তৰ্কযুদ্ধৰ মাজেদি নহৈ দাৰ্শনিকৰ নিজৰ মনৰ ভিতৰত চলে। সমাজত চলা সকলো ধৰণৰ ধ্যান-ধাৰণাক লৈ নিজৰ মনৰ ভিতৰত তৰ্ক যুদ্ধখন চলায়। ৰবীন্দ্ৰনাথৰ ভাষাত কবলৈ গলে—

“জীবনের তথ্য যত ফেলে ৰাখি দূৰে
জীবনেৰ তত্ব যত খুঁজি
নিঃসঙ্গ মনেৰ মধ্যে খুঁজি।”

মানব সভ্যতাৰ ইতিহাস বিচাৰ কৰি চালে আমি পাওঁ যে প্ৰথমতে প্ৰাচীন ভাৰতত উপনিষদীয় চিন্তাধাৰাৰ মাজেদি আৰু তাৰ পাচত প্ৰাচীন গ্ৰীচ দেশত উদ্ভৱ হোৱা পাৰলৌকিকতাৰ প্ৰহেলিকামুক্ত যুক্তি-বিচাৰৰ ওপৰত প্ৰতিষ্ঠা কৰিব খোজা বিশ্ববোধৰ ভিতৰেদি দাৰ্শনিক চিন্তাধাৰাৰ প্ৰথম উন্মেষ হয়। সমাজ আৰু সভ্যতাৰ বিৱৰ্ত্তনৰ পথত দৰ্শন সাধনাৰ পথো বিভিন্ন ভাবে বিকাশ লাভ কৰে। উপনিষদীয় চিন্তাধাৰাত বিশ্বৰ আৰু জীৱনৰ সমগ্ৰ অভিজ্ঞতাকে একতত্বৰ ভিতৰেদি উপলব্ধি কৰাৰ যি পথ সি হৈছে—(১) ‘অধ্যাৰোপ’ অৰ্থাৎ দৃশ্যমান আৰু অনুভূয়মান। সকলো অভিজ্ঞতাকে সত্যৰূপে গ্ৰহণ কৰা ; যাৰ ফলত উদ্ভৱ হৈছে এই বাণী—“সৰ্ব্ব যশ্বিদং ব্ৰহ্ম’, “আনন্দৰূপমমৃতং যশ্বিভাতি”, আৰু (২) অপবাদ সেই’ অভিজ্ঞতা সমূহৰ তুলনামূলক বিচাৰ কৰি সেইবোৰৰ ভিতৰত থকা অসত্যসমূহক যুক্তিৰ দ্বাৰা নিৰ্ণয় কৰি প্ৰকৃত সত্যত উপনীত হোৱা বা নেতি নেতি ইত্যাদি।



আনহাতে প্ৰথম গ্ৰাক দাৰ্শনিক থেলিচ ( Thales )-ৰ মতে সমগ্ৰ অস্তিত্বৰে মূল হৈছে পানী, কাৰণ তেওঁৰ মতে দৃশ্যমান ভাবে সকলো বস্তু পানীৰেই ৰূপান্তৰ। এইটো হৈছে গতিশীল বিশ্বৰ পৰীক্ষামূলক বিচাৰৰ দ্বাৰা আনুমানিক সিদ্ধান্ত নিৰ্ণয়ৰ পদ্ধতি। এনেকুৱা পদ্ধতিৰ পৰাই আধুনিক যুগত বিজ্ঞানৰ উৎপত্তি হৈছে।

দৰ্শনে যেতিয়া বহিৰ্বিশ্বৰ তত্বজ্ঞানৰ উপৰিও বা সেই জ্ঞানৰ লগত সমন্বয় বিচাৰি মানৱ অন্তৰৰ গভীৰ সত্যৰ অন্বেষণ কৰে আৰু ব্যক্তি আৰু সমাজৰ সম্বন্ধৰ তাত্বিক নিৰ্ণয়ৰ ভিতৰেদি জীৱনৰ মূল্য আৰু গতি নিৰ্ণয় কৰিবলৈ বিচাৰে, তেতিয়া বেলেগ ধৰণৰ দাৰ্শনিক বিচাৰ আৰম্ভ হয়। ইয়াত মতবাদৰ সংঘাত তীব্ৰ হয় কাৰণে দৰ্শনৰ তাৰ্কিক ( Dialectical ) ৰূপ সেইটোৰে প্ৰকাশ পায়। এই তাৰ্কিকতাত সদায় পক্ষ-বিপক্ষ থাকে। গ্ৰাচ দেশৰ ছফিষ্ট সকলৰ আৰু চক্ৰেটিছৰ তাৰ্কিকতাৰ এই পদ্ধতি আছিল। চক্ৰেটিছৰ বিশেষ বৈশিষ্ট্য হৈছে যে তেওঁ প্ৰতিপক্ষই শেহত যি মত প্ৰকাশ কৰিবলৈ বাধ্য হয় সেই মত নিজৰে প্ৰথম মতৰ বিৰোধী হয়। ইয়াৰ ফলত প্ৰতিপক্ষই হাৰি লজ্জিত হব লগা হয়। চক্ৰেটিছৰ শিষ্য প্লেটোৰ যুক্তি বিচাৰৰ পদ্ধতি হৈছে আলোচনামূলক, সহৃদয় সত্যান্বেষী কেইজনমানে মিলি যি কোনো বিবাদমূলক বিষয়ৰ বিচাৰ পাৰস্পৰিক শ্ৰদ্ধাৰ ভিত্তিত আলোচনাৰ যোগেদি কৰাটোৱেই তেওঁৰ দাৰ্শনিক পদ্ধতি। ভাৰতীয় দৰ্শনত চক্ৰেটিছৰ পদ্ধতি পোৱা নাযায়। ইয়াত পক্ষ প্ৰতিপক্ষৰ বাদেই প্ৰধান। বৃহদাৰণ্যক উপনিষদৰ জনক-যাজ্ঞবল্ক্য সংবাদত গুৰু-শিষ্যৰ ভিতৰত প্লেটোৰ পদ্ধতিৰ নিচিনা আলোচনামূলক ( কল্পন্যায় ) বিচাৰ আৰু পক্ষ-প্ৰতিপক্ষমূলক বিচাৰ ( বাদন্যায় ) দুইটাই আছে। কিন্তু উপনিষদৰ মূলবাণী হৈছে গুৰুৱে নিজৰ সাধনালব্ধ পৰাজ্ঞানক শিষ্যৰ আগত প্ৰকাশ কৰা বাণী। ইয়াত তৰ্ক মীমাংসা একেবাৰেই নাই।

সৃষ্টিধৰ্ম্মী দাৰ্শনিক বিচাৰৰ এটা প্ৰধান পদ্ধতি হৈছে প্ৰথমে

সকলো অভিজ্ঞতাকে আৰু ধাৰণাকে ভ্ৰমযুক্ত বুলি ধৰি লৈ সন্দেহাতীত সত্যৰ অন্বেষণ কৰাটো। এইটো ডেকাৰ্টৰ (Descartes) পদ্ধতি। বাৰ্কলে ( Berkeley ) আৰু কিছু পৰিমাণে হিউমেও ( Hume ) দাৰ্শনিক বিচাৰৰ কাৰণে কাল্পনিক কথোপকথনৰ ( Dialogue ) পদ্ধতি প্ৰয়োগ কৰিছে। মানুৱেল কাণ্টৰ মূল পদ্ধতি হৈছে মানুহে সত্য জানে বুলি ধৰি লৈ কেনে ধৰণৰ তাত্ত্বিক ভিত্তিত সেই জ্ঞান সম্ভৱ হয় তাৰ নিৰ্ণয় কৰাটো।

ধ্বংসাত্মক তাৰ্কিকতাৰ এটা প্ৰধান পদ্ধতি পাশ্চাত্য দেশত বিশেষ ভাবে ব্যৱহৃত হৈছে যিটো গ্ৰীক দাৰ্শনিক জেনোৰ ( Zeno ) তাৰ্কিকতা। কোনো এটা বিষয়কে যুক্তিপূৰ্ণ ভাৱে বিচাৰ কৰি দুটা পৰস্পৰ বিৰোধী সিদ্ধান্ত দেখুৱাই দিব পাৰিলে যুক্তিৰ স্ব-বিৰোধিতাৰ দ্বাৰা সেই মূল বিষয়টোৰে সত্যতা প্ৰমাণিত হয়। কাণ্ট আৰু ব্ৰেডলিয়ে ( Bradley ) এনে ধৰণৰ স্ব-বিৰোধাত্মক যুক্তি খণ্ডন পদ্ধতি ব্যৱহাৰ কৰিছে। শ্ৰীমৎ শঙ্কৰাচাৰ্য্যই মায়াবাদ প্ৰতিপন্ন কৰাত উক্ত যুক্তিৰ স্ব-বিৰোধিতা দেখুৱা পদ্ধতি প্ৰয়োগ কৰিছে। অৰ্থাৎ দৃশ্যমান জগত সত্যও নহয়, অসত্যও নহয়; গতিকে ই মায়া, সৎ হব নোৱাৰে।

আজিকালি পাশ্চাত্যত আন এটা পদ্ধতি দেখা দিছে। সেইটো হৈছে যুক্তিপূৰ্ণ বিশ্লেষণৰ ( logical analysis ) পদ্ধতি। ইয়াত কোনো ইন্দ্ৰিয়াতীত সত্ত্বাৰ অস্তিত্ব স্বীকাৰ কৰা নহয়। দৃশ্যমান তথ্যকেই যুক্তিমূলক বিচাৰৰ দ্বাৰা সেই তথ্যৰ মূল পদাৰ্থ সমূহ আৰু সেই পদাৰ্থ সমূহৰ পাৰস্পৰিক সম্বন্ধাদিৰ স্বৰূপ নিৰ্ণয় কৰিবৰ চেষ্টা কৰা হয়। ইয়াত ঐক্যৰ সলনি বহুত্বৰ অস্তিত্ব মনা হয়। এই সমুদয় বিচাৰ পদ্ধতিৰ বহল আলোচনা হোৱাৰ প্ৰয়োজন।

এই দীঘলীয়া আলোচনাৰ সামৰণি মৰাৰ আগতে এটা মন্তব্য প্ৰয়োজনীয়। যি সকলে কয় যে যি হেতু দাৰ্শনিক মীমাংসাৰ দ্বাৰা কোনো সঠিক নিৰ্ণয় হব নোৱাৰে, মানৱ জীৱনত দৰ্শনৰ কোনো



প্ৰয়োজন নাই, তেওঁলোকৰ মত হয়তো বিশেষ যুক্তিমূলক বিচাৰৰ ওপৰত স্থাপিত, নাইবা এটা একতৰফা মত। যদি একতৰফা মত তেন্তে সেই মত যুক্তিপূৰ্ণ হব নোৱাৰে। আৰু যদি ই যুক্তি বিচাৰৰ দ্বাৰ নিৰ্ণীত, তেন্তে দৰ্শন নালাগে বুলি কোৱাটোও এটা বিশেষ দাৰ্শনিক সিদ্ধান্ত। আৰু এই সিদ্ধান্তত প্ৰতীতি জন্মিবৰ কাৰণে মানব ইতিহাসৰ সমুদয় দাৰ্শনিক বিচাৰৰ প্ৰচেষ্টাৰ সত্য-মিথ্যাৰ বিচাৰ কৰি চিন্তা-শক্তিক সন্তুষ্ট কৰিব লাগিব। কাৰণ মানুহ যুক্তিশীল আৰু চিন্তাশীল হোৱাৰ কাৰণে দৰ্শনৰ মূল প্ৰশ্নবোৰৰ সিদ্ধান্ত বিচাৰিবই; আৰু সেইবোৰৰ সমাধান নাপালে মানবৰ চিন্তা-শক্তি সন্তুষ্ট নহয়। সেই বিচাৰ প্ৰয়াসৰ ফল যিয়েই নহওক, সেই প্ৰয়াসতেই দৰ্শনৰ জন্ম। গতিকে সমাজৰ পৰা দৰ্শনক আঁতৰাই ৰাখিব নোৱাৰি। বৰং যাতে বেয়া দৰ্শনে সমাজত প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰে, তাৰ কাৰণে প্ৰকৃত যুক্তিপূৰ্ণ দৰ্শন চিন্তা সমাজ-মানসৰ কল্যাণৰ কাৰণে অপৰিহাৰ্য্য।

---

# ভাৰতীয় সংস্কৃতিত পাশ্চাত্য প্ৰভাৱ

ভাৰতীয় সংস্কৃতি ভৱিষ্যতে কোন পথেদি আগবাঢ়িব লাগিব সেই প্ৰশ্ন আজি আমাৰ সন্মুখত অতি তীব্ৰ ভাৱে দেখা দিছে। আমাৰ প্ৰাচীন সভ্যতাৰ ওপৰত যোৱা দুশ বছৰে পৰাধীনতাৰ যি হেঁচা পৰিছিল তাৰ পৰা আজি আমি ৰাষ্ট্ৰীয় ক্ষেত্ৰত মুক্ত। আজি আমাৰ পথ আমি নিজে বিচাৰি লব লাগিব। কিন্তু যদিও আমাৰ যুগমীয়া সংস্কৃতিৰ বুকুত সময়ৰ লেখ হিচাবে যোৱা দুশ বছৰ অতি কম, তথাপি আমাৰ জীৱন-যাত্ৰাত আৰু আমাৰ সমাজ-ব্যৱস্থাত এই সময়ৰ ভিতৰতে ব্যাপক পৰিৱৰ্ত্তন হৈছে। এই পৰিবৰ্ত্তন কিছুমান ক্ষেত্ৰত ভাল আৰু আন কিছুমান ক্ষেত্ৰত বেয়া হৈছে। সেইবোৰ যদি আমি ঠিক মতে বিচাৰ কৰি লব পাৰোঁ, তেন্তে আমাৰ সংস্কৃতিত পাশ্চাত্য সভ্যতাৰ পৰা পোৱা বেয়াখিনি আঁতৰাই ভালখিনি ৰাখিব পাৰোঁ আৰু জাতিৰ অগ্ৰগতিৰ পথ নিৰ্দ্দেশ কৰিব পাৰোঁ।

এটা মতবাদ হৈছে যে আমাৰ প্ৰাচীন সংস্কৃতিৰ ওপৰত পৰা সকলোখিনি পাশ্চাত্য প্ৰভাৱ বেয়া। আমাৰ সংস্কৃতি আধ্যাত্মমূলক; ই ঐহিক জীৱনক প্ৰধান বুলি নাভাবে। পাশ্চাত্য সংস্কৃতিৰ কল-কাৰখানা আৰু ঐহিক ভোগ-বিলাসৰ প্ৰাধান্যই আমাৰ সংস্কৃতিক পথভ্ৰষ্ট কৰিছে। সেই কাৰণে পাশ্চাত্য শিল্পযুগৰ সকলো প্ৰভাৱৰ পৰা আমাৰ জাতীয় জীৱনক মুক্ত কৰি অতীতৰ ভাৰতীয় সমাজ-ব্যৱস্থা আৰু সংস্কৃতি ঘূৰাই অনাটো আজিৰ দিনৰ কৰ্ত্তব্য।

এইটো কথা ঠিক যে আমাৰ জাতীয় সংস্কৃতিৰ মহত্ত্বক আৰু তাৰ সৃজনী প্ৰতিভাক বিদেশী শাসন আৰু শোষণে বহুপৰিমাণে খৰ্ব্ব আৰু বিপথগামী কৰিছে। ইংৰাজ শাসকৰ প্ৰৰোচনাত আমাৰ জাতীয়



জীৱনত সাম্প্ৰদায়িকতাৰ বীজ সোমাই জাতিৰ শক্তি দুৰ্ব্বল কৰি পেলাইছে, আমাৰ প্ৰকৃত মুক্তি আৰু প্ৰগতিৰ পথ বহুখিনি ৰুদ্ধ কৰি পেলাইছে। প্ৰাক্-ইংৰাজ যুগৰ ভাৰতীয় সংস্কৃতিত এই সাম্প্ৰদায়িকতাৰ চাপ পৰা নাছিল। হিন্দু, মুছলমান, পাৰ্চী, খৃষ্টান আদিৰ সমাবেশ ভাৰতৰ ৰাষ্ট্ৰীয় জীৱনত নানাভাৱে তোলপাৰ লগাইছিল— যদিও আমাৰ সমাজ-জীৱনৰ বন্ধন আৰু সাংস্কৃতিক-জীৱনৰ সমন্বয়ক ব্যাহত আৰু বিপৰ্যস্ত কৰিব পৰা নাছিল। তাৰ প্ৰধান কাৰণ আমাৰ জাতীয় জীৱন ৰাষ্ট্ৰ-প্ৰধান নাছিল, সি আছিল সমাজ-প্ৰধান। সেয়ে ৰাষ্ট্ৰীয় ক্ষেত্ৰত নানা ৰাজ্য সাম্ৰাজ্যৰ উত্থান পতনেও ভাৰতীয় গণ-জীৱনত আৰু সংস্কৃতিত কোনো গভীৰ সংঘাত সৃষ্টি কৰিব নোৱাৰিছিল। পৰন্তু, আবহমান উদাৰ ভাৰতীয় সংস্কৃতিত বিভিন্ন সাংস্কৃতিক প্ৰভাৱ পৰি এটা সুচাৰু সমন্বয় প্ৰকাশ পাইছিল। তাৰ পৰিণতি হিচাবে আমি দেখা পাওঁ, বৈষ্ণৱ যুগৰ সময়ত সন্ত, কবি, সাধু আৰু ভক্তসকলৰ ধৰ্ম্ম আৰু কাব্যসাহিত্যৰ ভিতৰেদি প্ৰকাশ পোৱা হিন্দু আৰু মুছলমানৰ ভাবধাৰাৰ অনুভূতিৰ আৰু কৰ্ম্ম প্ৰয়াসৰ এটা বিৰাট সমন্বয়। বৈষ্ণৱ যুগৰ বিকাশৰ ভিতৰেদি প্ৰকাশ পোৱা ভাৰতীয় প্ৰাণেই হৈছে ভাৰতীয় সংস্কৃতিৰ প্ৰকৃত সৃষ্টি-ধৰ্ম্মী ফাল। কাৰণ ই জাতিভেদ, ধৰ্ম্মভেদ আদি মধ্যযুগীয় সংকীৰ্ণতা বহুখিনি দূৰ কৰি উদাৰ মানৱ প্ৰেমৰ বাণীৰে ভাৰতভূমি প্লাবিত কৰিছিল, ঠিক যিদৰে অতীতত বৈদিক যুগৰ পৰৱৰ্ত্তী পৌৰাণিক যুগত বৈদিক কৰ্ম্ম-কাণ্ডৰ যাগ, যজ্ঞ, হোম, ব্ৰত আদিৰ আচাৰ-সৰ্ব্বস্বতাৰ মাজত ঠেকা খাই মৃতপ্ৰায় হোৱা ভাৰতীয় প্ৰাণে উপনিষদীয় আৰু বৌদ্ধ যুগৰ উদাৰ বিশ্বজনীনতা, জ্ঞান-সন্ধিৎসা আৰু মানৱ-প্ৰেমৰ মাজত নব মুক্তি লাভ কৰি ভাৰতীয় সংস্কৃতিৰ সুদৃঢ় ভেটি ৰচনা কৰিব পাৰিছিল। এইদৰে পৌৰাণিক যুগৰ আৰু পৰৱৰ্ত্তী মধ্যযুগৰ নৱবৈষ্ণৱবাদৰ জাগৰণৰ ভিতৰেদি হোৱা ভাৰতীয় সংস্কৃতিৰ বিকাশৰ বিকাশে গোটেই ভাৰতীয় সমাজক এক সুদৃঢ় সাংস্কৃতিক ঐক্যৰ দোলেৰে বান্ধি

পেলাইছিল। সেয়ে প্ৰাক্-ইংৰাজ যুগত ৰাষ্ট্ৰগত ঐক্য ভাৰতভূমিত নাথাকিলেও সমাজগত আৰু সংস্কৃতিগত ঐক্য অতি গভীৰ আছিল। ইংৰাজ শাসন অহাৰ লগে লগে এফালে সমগ্ৰ ভাৰতবৰ্ষ এক ৰাষ্ট্ৰীয় শাসনৰ তললৈ আহিল। কিন্তু আনফালে শাসকসকলৰ কূটনীতিৰ ফলত আমাৰ সাংস্কৃতিক জীৱনত বিভেদে দেখা দিলে। তাৰ বিষময় পৰিণাম আজিও আমি ভোগ কৰিব লাগিছোঁ। সাম্ৰাজ্যবাদৰ চক্ৰান্তত পৰি আমি আমাৰ হিন্দু-মুছলমানৰ সাংস্কৃতিক সমন্বয়ৰ গৌৰৱোজ্জ্বল ঐতিহ্যৰ পৰা আঁতৰি আহি ভাতৃ-বিৰোধত মগ্ন হৈ শাসক সকলৰ খেলাৰ পুতলাত পৰিণত হৈ আহিছিলোঁ। এই সাম্প্ৰদায়িকতাই হৈছে ভাৰতীয় সংস্কৃতিৰ ওপৰত পাশ্চাত্য সাম্ৰাজ্যবাদৰ ডাঙৰ কুঠাৰাঘাত। ইয়াৰ পৰা মুক্ত হবলৈ আমি আমাৰ উপনিষদীয় আৰু বৈষ্ণৱ যুগৰ প্ৰাণবান ঐতিহ্যৰ পৰা প্ৰেৰণা লাভ কৰি জাতিভেদ, সাম্প্ৰদায়িক ভেদ আদিৰ পৰা আমাৰ সংস্কৃতিক মুক্ত কৰিব লাগিব।

সাম্প্ৰদায়িক বিভেদৰ উপৰিও সাম্ৰাজ্যবাদে আমাৰ দেশত ভাষাগত আৰু প্ৰদেশগত বিভেদ ভাবক প্ৰশ্ৰয় দিছিল আৰু প্ৰণোদিত কৰিছিল। কিন্তু নৱবৈষ্ণৱ যুগত আমি দেখোঁ ভিন্ ভিন্ ভাৰতীয় ভাব বোৰে সৃষ্টি-ধৰ্ম্মী সাহিত্য-প্ৰতিভাৰ প্ৰকাশ কৰি ঠন ধৰি উঠিছিল আৰু সিবিলাকৰ ভিতৰত উদাৰ সহযোগ আছিল; কিন্তু বিৰোধ নাছিল। বৃটিছ সাম্ৰাজ্যবাদৰ কূট কৌশলত সেই ভাষাবোৰ পৰস্পৰ বিদ্বেষী হৈ পৰিল। বিশেষকৈ অসমীয়া জাতিয়ে তাৰ বিষফল ভালকৈয়ে ভোগ কৰিছে। অৰ্থনৈতিক ক্ষেত্ৰত দেখা যায় যে পাশ্চাত্য বণিক-সভ্যতাৰ মানদণ্ডই যেতিয়া ভাৰতবৰ্ষত ৰাজদণ্ড হিচাবে দেখা দিয়ে, তেতিয়া বিদেশী বৈশ্য-শাসক সকলে দেশত হোৱা নতুন যন্ত্ৰশিল্পৰ বিপ্লৱৰ প্ৰভাৱ স্বৰূপে আমাৰ দেশত হব লগা যন্ত্ৰশিল্পৰ বিস্তাৰ বহুখিনি বন্ধ কৰি ৰাখিলে। তাৰ ফলত আমি দেখোঁ যে এফালে স্বাধীন জাপানে শিল্পবিপ্লৱৰ সকলো সুবিধা



লৈ অৰ্থনৈতিক সমৃদ্ধিৰ পথত আগবাঢ়ি পাশ্চাত্য দেশৰ সমকক্ষ হব পাৰিলে; অথচ অৰ্থনৈতিক ক্ষেত্ৰত অতি পঙ্গু হৈ যদি আমি পৰাধীন নহলোঁহেঁতেন, তেনেহলে স্বাভাৱিক গতিত আমাৰ দেশতো শিল্পবিপ্লৱ হলহেঁতেন আৰু যান্ত্ৰিক সভ্যতাৰ পথত আমিও বহুখিনি আগবাঢ়ি যাব পাৰিলোঁহেঁতেন—এই কথা নিশ্চয়কৈ কব পাৰি।

ভাৰতলৈ অৱশ্যে যান্ত্ৰিক সভ্যতাৰ জোৱাৰ আহিছে। সাম্ৰাজ্যবাদী বাধাই তাৰ পথ ব্যাহত কৰিলেও সম্পূৰ্ণ ভাৱে ৰোধ কৰিব পৰা নাই। এই যান্ত্ৰিক সভ্যতাৰ লগতে বিজ্ঞানৰ প্ৰভাৱো আমাৰ সামাজিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক জীৱনত বহুল পৰিমাণে পৰিছে। এই প্ৰভাৱ ভাৰতীয় সামাজিক আৰু সাংস্কৃতিক জীৱনৰ পক্ষে মঙ্গলজনক। এইটোৱেই আমাৰ জাতীয় জীৱনৰ প্ৰতি পাশ্চাত্য সভ্যতাৰ মহৎ দান। বহুতে ভাবে যে সাম্ৰাজ্যবাদ বেয়া কাৰণে তাৰ জৰিয়তে অহা বা তাৰ বাধা উলঙ্ঘা কৰি অহা পাশ্চাত্য দেশৰ যন্ত্ৰশিল্প আৰু বিজ্ঞানৰ প্ৰভাৱো অকল্যাণকৰ, তাৰ পৰা মুক্ত হোৱাটোও আমাৰ জাতীয় প্ৰগতিৰ উৎকৃষ্ট পথ।

এই ধাৰণা ভ্ৰান্ত, কাৰণ অৰ্থনৈতিক ক্ষেত্ৰত বিজ্ঞান আৰু যন্ত্ৰশিল্পৰ প্ৰয়োগে মানুহক প্ৰকৃত গোলামীৰ পৰা বহুখিনি মুক্তি দিছে আৰু জৈৱিক প্ৰয়োজনৰ বাবে কৰিব লগীয়া বহুখিনি শ্ৰমৰ পৰা আমাক আহৰি দি উচ্চ সাংস্কৃতিক জীৱন-যাপনৰ পথ সুগম কৰি দিছে। এই সভ্যতাই সমগ্ৰ পৃথিবীক আমাৰ দৃষ্টি আৰু অনুভূতিৰ বিষয় কৰি আমাৰ সভ্যতাৰ বিশ্বজনীনতাৰ বিকাশ আৰু সামগ্ৰীকতাৰ প্ৰয়াসক সুগম কৰি দিছে। এই যান্ত্ৰিক সভ্যতাৰ জৰিয়তে আমাৰ সংস্কৃতিৰ প্ৰাচীন, আধ্যাত্মিক মানৱতাবোধে পাশ্চাত্য দেশৰ পৰা অহা ঐহিক মানৱতাবোধৰ লগত মিলি গৈ এটা উৎকৃষ্ট সমন্বয়ৰ পথত আগ বাঢ়িবৰ সুবিধা পাইছে। প্ৰাচীন উপনিষদৰ যুগৰ আধ্যাত্ম মানৱতাৰ ভাবে ইচলাম সংস্কৃতিৰ সমন্বয়লৈ আহি পৰৱৰ্ত্তী মধ্যযুগৰ নৱবৈষ্ণৱবাদৰ ভিতৰেদি নবজন্ম লাভ কৰে। জাতিৰ প্ৰাণৰ

সেই জাগৃতি আকৌ যজমানী গতানুগতিকতাৰ মাজত হেৰাই যাব খুজিছিল। কিন্তু সেই সৃষ্টি-ধৰ্ম্মী প্ৰাণে আকৌ পাশ্চাত্য সভ্যতাৰ উদাৰ নৈতিকতাৰ আৰু মানৱতাবোধৰ সংস্পৰ্শলৈ আহি নৱসৃষ্টিৰ সন্ধানী হবলৈ সুবিধা পালে। ভাৰতীয় সভ্যতাৰ আধুনিক যুগৰ এই নবন্যাসক বাদ দিবলৈ গলে আমাৰ জাতীয় সংস্কৃতিৰ প্ৰাণশক্তিয়েই লুপ্ত হৈ যাব—এই কথা অতি স্পষ্টভাবে অনুভৱ কৰা প্ৰয়োজন।

মুঠ কথা, পাশ্চাত্য প্ৰভাৱৰ দুটা ফাল আছে, এটা সাম্ৰাজ্যবাদী শাসন আৰু শোষণৰ প্ৰভাৱ আৰু আনটো বিজ্ঞান, যন্ত্ৰ-শিল্প আৰু ঐহিক মানৱতাবোধৰ প্ৰভাৱ। প্ৰথমটোৰ প্ৰভাৱে আমাৰ সংস্কৃতিক বিকৃত, পঙ্গু আৰু বহুখিনি বিপথগামী কৰিছে। দ্বিতীয় ফালটোৰ প্ৰভাৱে তাক সমৃদ্ধ কৰিছে। স্বাধীনতা লাভৰ পাছত সেই প্ৰথম ফালটোৰ প্ৰভাৱক সম্পূৰ্ণ ভাবে দূৰ কৰি আমাৰ সমাজ-মানসৰ সৃষ্টি-ধৰ্ম্মী বিকাশৰ পথ মুকলি কৰি দিয়াটো আমাৰ প্ৰধান জাতীয় লক্ষ্য হোৱা উচিত।

ভাৰতীয় প্ৰাণে যোৱা দুশ বছৰে এহাতে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে জাতিৰ সৰ্ব্বাঙ্গীন মুক্তিৰ অৰ্থে সংগ্ৰাম কৰিছে আৰু আনহাতে পাশ্চাত্য সংস্কৃতিৰ সংঘাত আৰু সমন্বয়তাৰ মাজেদি ভাৰতীয় সংস্কৃতিৰ ব্যাপ্তি আৰু সৃষ্টিৰ পথত আগ বাঢ়িছে। যদি সাম্ৰাজ্যবাদৰ বিৰুদ্ধে সংগ্ৰাম কৰিব লগীয়া নহলহেতেঁন, তেন্তে অৱশ্যে সেই সাংস্কৃতিক নব-জাগৰণ আৰু বেচি গভীৰ, ব্যাপক আৰু বেগবান হলহেতেঁন। ভাৰতীয় প্ৰাণশক্তিয়ে এইদৰে দ্বিধা-বিভক্ত হোৱাৰ ফলত আমি সাম্ৰাজ্যবাদৰ বিৰোধিতাৰ ভিতৰেদি স্বাধীনতা লাভ কৰাত জাতিৰ সমগ্ৰ শক্তি নিয়োগ কৰিব নোৱাৰাৰ কাৰণে এই সংগ্ৰাম দীঘলীয়া হ'ল। ভাৰতীয় প্ৰাণৰ এই আন্তৰিক দুইমুখী গতি কেতিয়াবা পৰস্পৰ বিপৰীতমুখী হৈ দুয়োটাকে ব্যাহত কৰিছে। এই অন্তৰ্দ্বন্দ্ব নথকা হলে হয়তো সাম্ৰাজ্যবাদে আমাৰ সামাজিক আৰু ৰাজনৈতিক জীৱনত সাম্প্ৰদায়িকতা প্ৰাদেশিকতা আদিৰ প্ৰয়োগৰ দ্বাৰা ভাৰতীয়



প্ৰাণক খৰ্ব্ব কৰিব নোৱাৰিলেহেতেঁন। এই অন্তৰ্বিৰোধ তীব্ৰ ভাবে দেখা দিয়ে ১৯২১ চনত অসহযোগ আন্দোলনক কেন্দ্ৰ কৰি ভাৰতীয় সংস্কৃতিৰ দুই শ্ৰেষ্ঠ পুত্ৰ মহাত্মা গান্ধী আৰু ৰবীন্দ্ৰনাথৰ মাজত হোৱা বিবাদৰ মাজেদি। মহাত্মা গান্ধীয়ে দক্ষিণ আফ্ৰিকাত পাশ্চাত্য সভ্যতাৰ অতি কদৰ্য্য ফাল সাম্ৰাজ্যবাদ আৰু বৰ্ণবিদ্বেষৰ লগত মুখামুখী হব লগাৰ কাৰণে সামগ্ৰিক ভাবে সেই সভ্যতাক বেয়া বুলি মনুষ্যত্বৰ বিনাশকাৰী বুলি বুজিলে; তাৰ বাবে দোষ দিলে যন্ত্ৰশিল্পৰ সভ্যতাক; বিচাৰিলে কুটীৰ শিল্প আৰু অনাড়ম্বৰ গ্ৰাম্য জীৱনৰ স্নিগ্ধতাক পুনৰায় জীয়াই তুলিবলৈ—যাৰ কাৰণে প্ৰয়োজন মুক্তি সংগ্ৰাম। আনফালে ৰবীন্দ্ৰনাথৰ চিত্তত পশ্চিমৰ ঐহিক বোধ আৰু মানৱতাবোধে ভাৰতীয় সংস্কৃতিৰ গভীৰ বাণী অধ্যাত্ম মানৱতা-বোধৰ লগত মিলি এক নতুন সৃজনী প্ৰতিভাৰ বিকাশ ঘটালে—যাৰ ইঙ্গিত প্ৰাচ্য-পাশ্চাত্যৰ সমন্বয়, যন্ত্ৰশিল্প আৰু বিজ্ঞানৰ প্ৰয়োগ, বিশ্বজনীন মানৱপ্ৰেম, যাৰ নিৰ্দ্দেশ পাশ্চাত্যৰ বিৰুদ্ধে নেতিবাচক সংগ্ৰামৰ পথৰ নহয়, বৰং ভাৰতীয় সংস্কৃতিৰ সৃষ্টিমূলক বিকাশৰ মাজেদি জগত-সভাত নত-মস্তক উন্নত কৰি প্ৰাচ্য-পাশ্চাত্যৰ মৈত্ৰী আৰু মিলনৰ পথেদি গত-গৌৰৱ আৰু হৃত-আসন ফিৰাই অনাটো। পাশ্চাত্য সভ্যতাৰ গৰিমাময় ফালটোত মুগ্ধ হৈ ৰবীন্দ্ৰনাথে তাৰ কদৰ্য্য ফালটো দেখা স্বত্বেও তাৰ বিৰুদ্ধে নেতিবাচক সংগ্ৰাম কৰাৰ বিৰোধিতা কৰিছিল।

পাশ্চাত্য সংস্কৃতিৰ আঘাতত সৰ্ব্বভাৰতীয় প্ৰাণত যি দ্বিধাগ্ৰস্ত আৰু দুইমুখী সংবেদন, তাৰ প্ৰতিক্ৰিয়া কমবেচি পৰিমাণে অসমীয়া জাতীয় জীৱনতো দেখা দিছিল। পাশ্চাত্যৰ ঐহিক মানৱতাবোধৰ প্ৰেৰণা পাই আমাৰ 'জোনাকী' যুগৰ জাতীয় বীৰ সকলে সেই সভ্যতাক আহ্বান জনাইছিল আৰু নিজৰ দেশৰ মধ্যযুগীয় সংকীৰ্ণতা-বোধ, যেনে জাতিভেদ, পৌত্তলিকতা, নাৰীৰ ওপৰত সামাজিক নিৰ্য্যাতন আদি সকলো প্ৰকাৰৰ কুসংস্কাৰ বোৰৰ বিৰুদ্ধে সংগ্ৰাম

কৰিবৰ প্ৰেৰণা পাইছিল। পাশ্চাত্য সংস্কৃতিৰ আগমনীক জোনাকী যুগৰ সাংস্কৃতিক আগৰণুৱা সকলে আমাৰ জাতীয় সংস্কৃতিৰ নব-প্ৰভাত হিচাবে দেখিছিল। তেওঁলোকেও ৰবীন্দ্ৰনাথৰ দৰে সাম্ৰাজ্য-বাদৰ বিৰুদ্ধে নেতিবাচক সংগ্ৰাম ভাল নাপাইছিল। [ ৰবীন্দ্ৰনাথৰ শেষ বয়সত অৱশ্যে সাম্ৰাজ্যবাদ সম্বন্ধে সম্পূৰ্ণ মোহমুক্তি ঘটিছিল। সেয়ে তেখেতে ভাৰতীয় সংস্কৃতিৰ উজ্জীৱন তথা সমগ্ৰ প্ৰাচ্যৰ উজ্জীৱন, ভাৰত চীন আদি দেশৰ সৰ্ব্বাঙ্গীন সহযোগ আৰু আদান-প্ৰদানৰ ভিতৰেদি হে হব পাৰিব—এই বিশ্বাসত দৃঢ়ধাৰণাত উপনীত হৈছিল। ]

কিন্তু জোনাকী যুগৰ ঠিক পৰৱৰ্ত্তী যুগতে সাম্ৰাজ্যবাদৰ কদৰ্য্য-কালটো আমাৰ সমাজসেৱী আৰু সংস্কৃতিসেৱী সকলৰ দৃষ্টিত দেখা দিলে। সেয়ে সাম্ৰাজ্যবাদ-বিৰোধী মুক্তি-সংগ্ৰামৰ প্ৰেৰণাৰ ভিতৰেদি তেওঁলোকৰ কাৰ্য্য-প্ৰেৰণা আৰু হৃদয়ানুভূতিয়ে কেৱল অসমীয়া জাতীয়তা বোধতেই আৱদ্ধ নাথাকি এক সৰ্ব্বভাৰতীয় জাতীয়তা বোধ আৰু সাংস্কৃতিক জাগৰণৰ ভিতৰেদি প্ৰকাশ বিচাৰিলে। অসমীয়া সাহিত্য ক্ষেত্ৰত এই সৰ্ব্বভাৰতীয় সাম্ৰাজ্যবাদ-বিৰোধী প্ৰেৰণাৰ বাহক বিশেষকৈ ৰঘুনাথ চৌধুৰী আৰু অম্বিকাগিৰি। তেওঁলোকৰ প্ৰাণত ভাৰতীয় সাংস্কৃতিক প্ৰেৰণাৰ লগত কমবেচি পৰিমাণে অসমৰ শঙ্কৰী সংস্কৃতিৰ প্ৰেৰণা মিলি গৈছিল।

ভাৰতীয় সংস্কৃতিৰ সাম্ৰাজ্যবাদ-বিৰোধী প্ৰেৰণাক মূলগত ভাবে পাশ্চাত্য সংস্কৃতিৰ বিৰোধী প্ৰেৰণা বুলি বুজিলে অতি ডাঙৰ ভুল হব। কাৰণ সৰ্ব্বভাৰতীয় জাতীয়তা বোধ আৰু ৰাষ্ট্ৰীয় সংগ্ৰামৰ ভেটিও হৈছে পাশ্চাত্য সংস্কৃতিৰ গণৰাষ্ট্ৰীয় আৰু সাম্য, মৈত্ৰী, আৰু স্বাধীনতাৰ প্ৰেৰণাৰ দ্বাৰা ৰচিত। ইটালীৰ মেজিনি, গেৰিবল্ডিৰ আদৰ্শ, ফ্ৰান্সৰ বিপ্লৱৰ বাণী আৰু ইংৰাজী ভিক্টোৰীয় যুগৰ উদাৰ বিশ্বপ্ৰেমৰ আহ্বানৰ ভিতৰেদি আধাত্মা মুক্তি-প্ৰয়াসৰত ভাৰতীয় আত্মাই ৰাষ্ট্ৰগত মুক্তিৰ প্ৰেৰণা পাইছিল। সেই প্ৰেৰণা নোহোৱা



হলে ভাৰতৰ সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামে গণ-সংগ্ৰামৰ পথ হয়তো নেপালেহেতেঁন, সি হলহেতেঁন সামন্তশ্ৰেণীৰ বা সৈন্যবাহিনীৰ সংগ্ৰাম। যেনে, চিপাহী বিদ্ৰোহৰ কাৰণ আগতেই কোৱা হৈছে যে ভাৰতৰ গণ-জীৱনে ৰাষ্ট্ৰীয় চেতনাৰ বাহিৰত আছিল। ৰাষ্ট্ৰীয় চেতনা আৱদ্ধ আছিল সামন্ত প্ৰভুসকলৰ বা ৰজা-মহাৰজা সকলৰ মাজত। সেই হিচাবে মহাত্মা গান্ধীৰ প্ৰেৰণাও এই পাশ্চাত্য সংস্কৃতি সম্ভূত গণৰাষ্ট্ৰীয় চেতনাৰ দ্বাৰা প্ৰভাৱান্বিত। সেয়ে ৰাষ্ট্ৰীয় মুক্তিৰ বাবে অসহযোগ আন্দোলন, আইন অমান্য আন্দোলন, সত্যাগ্ৰহ আদি সংগ্ৰাম পদ্ধতিও হৈছে পাশ্চাত্য ভাৱধাৰা সম্ভূত স্বাধীন গণৰাষ্ট্ৰীয় আদৰ্শৰ সন্ধানত ভাৰতীয় প্ৰাণৰ অধ্যাত্ম-শক্তিৰ প্ৰেৰণা মাত্ৰ। পাশ্চাত্যৰ প্ৰভাৱবিহীন ভাৰতীয় সাংস্কৃতিক জীৱনত আত্মাৰ শক্তি প্ৰয়োগ কেৱল পাৰমাৰ্থিক মঙ্গল আৰু মুক্তিৰ কাৰণেহে হৈছিল; ৰাষ্ট্ৰীয় আৰু সামাজিক ক্ষেত্ৰত ব্যক্তি-জীৱনৰ মুক্তি বা ভাৱনা ভাৰতীয় চেতনাত আগতে নাছিল।

সাম্ৰাজ্যবাদী শোষণৰ সুবিধাৰ কাৰণে ভাৰতৰ বিভিন্ন প্ৰদেশ-বোৰক এক শাসনৰ তলতীয়া কৰি ভাৰতবাসীক ইংৰাজে এহাতে যেনেকৈ ক্লিষ্ট কৰিলে, আনহাতে সেই কেন্দ্ৰীকৃত শাসনৰ পটভূমিত তাৰেই প্ৰতিক্ৰিয়া হিচাবে এক সৰ্ব্বভাৰতীয় জাতীয়তাবোধ আৰু দেশপ্ৰেমৰ ভিতৰেদি সামাজিক, ৰাজনৈতিক আৰু সাংস্কৃতিক নব-জাগৰণৰ সুত্ৰপাত হ'ল। অৱশ্যে এইটো কথা অনুমান কৰি লব পাৰি যে যিদৰে শিল্পবিপ্লৱৰ স্বাভাৱিক পৰিণতি হিচাবে ইটালী আৰু জাৰ্ম্মাণীত গণ-ৰাষ্ট্ৰীয় ঐক্য সাধন সম্ভৱ হৈছিল, সেইদৰে ভাৰতবৰ্ষতো সাম্ৰাজ্যবাদী বাধা অতিক্ৰম কৰিব নলগাকৈয়ে সেইটো সম্ভৱ হলহেঁতেন। সাম্ৰাজ্যবাদী শোষণৰ ভিতৰেদি ভাৰতীয় চেতনাৰ নবোন্মেষ হব লগাৰ কাৰণে আমাৰ এই অভ্যুত্থান আজিও বহু বিষয়ত পঙ্গু; ভৱিষ্যতৰ বুকুলৈ আমাৰ পদক্ষেপ আজিও বহুখিনি দ্বিধাগ্ৰস্ত। নৱচেতনাৰ বিকাশৰ কাৰণে সেয়ে প্ৰয়োজন হৈছে

সাম্ৰাজ্যবাদী কুশাসন আৰু ভেদনীতিৰ যি কদৰ্য্য চাপে আমাৰ জাতীয় চিত্তক ৰুদ্ধ আৰু ক্লিষ্ট কৰি ৰাখিছিল, সেইখিনি সমূলে দূৰ কৰি আমাৰ ঐতিহ্যৰ ঔপনিষদীয় বিশ্ববোধক পাশ্চাত্যৰ মানৱতা-বোধৰ কাৰ্য্যকৰী যি স্বৰূপ তাৰ লগত সমন্বয় কৰি ভাৰতীয় হৃদয়ৰ লগত বিশ্বহৃদয়ৰ ঐক্য প্ৰতিষ্ঠা কৰিব লাগিব আৰু ব্যক্তিত্ববাদী মানৱতাবোধক ক্ৰমে সমাজ-চেতন সামগ্ৰিক বিশ্বজীৱন বোধৰ বাটেৰে আগুৱাই নিব লাগিব। বিশ্ব-মানৱতাৰ এই নৱ বিকাশ সাধনত আগভাগ লোৱাটোৱেই ভাৰতীয় সংস্কৃতিৰ ভবিষ্যত গতি-পথৰ ইঙ্গিত।

---

# প্ৰাচীন ভাৰতীয় দৰ্শন

স্বামী বিবেকানন্দই লিখিছে, "সমস্ত দেশ কাল ব্যাপিয়া বেদেৰ শাসন, অৰ্থাৎ বেদেৰ প্ৰভাব দেশ বিশেষে বা কাল বিশেষে বা পাত্ৰ বিশেষে আবদ্ধ নহে। সাৰ্ব্বজনীন ধৰ্ম্মেৰ ব্যাখ্যাতা একমাত্ৰ বেদ। অলৌকিক জ্ঞান-বেতৃত্ব কিঞ্চিৎ পৰিমাণে অস্মদ্দেশীয় ইতিহাস পুৰাণাদি পুস্তকে ও ম্লেচ্ছদেশীয় ধৰ্ম্মপুস্তকসমূহে যদিও বৰ্ত্তমান তথাপি অলৌকিক জ্ঞানৰাশিৰ সৰ্ব্বপ্ৰথম সম্পূৰ্ণ ও অবিকৃত সংগ্ৰহ বলিয়া আৰ্য্য জাতিৰ মধ্যে প্ৰসিদ্ধ বেদ-নামধেয় চতুৰ্বিভক্ত অক্ষৰৰাশি সৰ্ব্বতোভাবে সৰ্ব্বোচ্চ স্থানেৰ অধিকাৰী, সমগ্ৰ জগতেৰ পূজাৰ্হ, এবং আৰ্য্য বা ম্লেচ্ছ সমস্ত ধৰ্ম্ম পুস্তকেৰ প্ৰমাণ ভূমি।" উক্ত মতত বেদক অপৌৰুষেয় বুলি স্পষ্ট ভাৱে কোৱা হোৱা নাই, তথাপি 'অলৌকিক জ্ঞানৰাশি' বুলি বেদক আখ্যা দিয়াত সেই কথাই বুজাইছে। অৰ্থাৎ বেদ হৈছে অনাদি অক্ষৰসমূহ আৰু তাকেই বৈদিক ঋষিসকলে সংগ্ৰহ কৰিছে মাত্ৰ। মৰণশীল মানবতো বেদৰ ৰচয়িতা নহয়েই, আনকি ই কোনো অলৌকিক পুৰুষৰ (ঈশ্বৰৰ) বাণীও নহয়। এই মত আচাৰ্য্য শ্ৰীমৎ শঙ্কৰাচাৰ্য্যই প্ৰতিষ্ঠা কৰে।

বেদ সম্বন্ধে আন এটা প্ৰচলিত মত হৈছে যে, ই ভগবানৰ মুখ-নিঃসৃত অৰ্থাৎ ই অলৌকিক আৰু পৌৰুষেয়। মানুহে কোনো পৰিৱৰ্ত্তন, পৰিবৰ্দ্ধন বা সংশোধন আদি কৰিব নোৱাৰে, বেদৰ বিধান উলঙ্ঘা কৰিবৰ কাৰো অধিকাৰ নাই। গতিকে বেদ অনাদি নহলেও অনন্ত আৰু শ্বাশ্বত। ই লৌকিক দেশকালৰ অতীত অৰণ্যে এই ভাৰতভূমিতেই আৰ্য্য সকলৰ সাধনাৰ

ভিতৰেদি সৰ্ব্বমানবৰ বীৰ্য্য হিচাবেই লৌকিক ৰূপ পাইছে। বেদৰ কোনো ইতিহাস নাই, ইয়াৰ উদ্ভৱৰ কোনো সময় নিৰ্ণয় হব নোৱাৰে। ইয়াৰ কোনো বৈজ্ঞানিক আৰু তুলনামূলক বিচাৰ হব নোৱাৰে। যি ধৰ্ম্ম আৰু নীতি বেদ-বাহ্য সেইবোৰৰ কোনো পাৰমাৰ্থিক বা তাত্ত্বিক প্ৰতিষ্ঠা নাই।

হিন্দুৰ ধৰ্ম্মশাস্ত্ৰ অৱশ্যে অকল বেদেই নহয়। চাৰিবেদৰ প্ৰত্যেকৰে চাৰিটাকৈ ভাগ—সংহিতা, ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ। সংহিতা আৰু ব্ৰাহ্মণত যাগযজ্ঞ, হোম, স্তৱ, মন্ত্ৰ আদিৰ বিধান—ইয়েই হৈছে বেদৰ কৰ্ম্মকাণ্ড আৰু ইয়াক আগম বোলা হয়। আৰণ্যক আৰু উপনিষদত উপাসনা, কৰ্ম্মসন্ন্যাস, আৰু ব্ৰহ্মজ্ঞানৰ বিধান। আৰণ্যক সমূহত আৰু উপনিষদত যি বোৰ উপাসনাৰ বিধান আছে, সেইবোৰ ক্ৰিয়াত্মক হোৱাৰ কাৰণে সি বোৰো আগম-প্ৰধান। উপনিষদৰ যি বোৰ অংশত জ্ঞানাত্মক ব্ৰহ্মবিদ্যাৰ পৰামৰ্শ বা নিৰ্দ্দেশ আছে, সেইবোৰকহে নিগম বোলে। এইবোৰৰ বাহিৰে বাকী যি বোৰ ধৰ্ম্মশাস্ত্ৰ, যেনে গীতা, গৃহ্যসূত্ৰ আৰু অন্যান্য কৰ্ম্মবিধানমূলক নীতিশাস্ত্ৰ, যেনে ধৰ্ম্ম, অৰ্থ, কাম এই ত্ৰিবৰ্গ লাভৰ কাৰণে মনু, পৰাশৰ আদিয়ে ৰচনা কৰা বিধান সমূহক স্মৃতিশাস্ত্ৰ বুলি কোৱা হয়। ইয়াৰ উপৰিও ইতিহাস, পুৰাণ, যেনে মহাভাৰত, ৰামায়ণ আৰু পৰৱৰ্ত্তী অষ্টাদশ পুৰাণ, বৈষ্ণৱ আৰু শৈৱপন্থী সকলৰ পাঞ্চৰাত্ৰ আৰু পাশুপত তন্ত্ৰ, শক্তিৰ আৰু ভৈৰৱৰ সাধনাৰ তন্ত্ৰগ্ৰন্থসমূহ—এই সমুদয় শাস্ত্ৰ হিন্দুৰ ধৰ্ম্মশাস্ত্ৰৰ অন্তৰ্গত। কিন্তু এই সমুদয় শাস্ত্ৰৰে মূল ভিত্তি বেদ বুলি ধৰা হয় আৰু বেদেই হৈছে শ্ৰেষ্ঠ প্ৰমাণ। উক্ত ধৰ্ম্মগ্ৰন্থৰ যি বোৰ পাৰস্পৰিক বিৰোধিতা সেইবোৰৰ মীমাংসাৰ ক্ষেত্ৰত শ্ৰুতি বা বেদেই শেষ সিদ্ধান্ত। উক্ত শাস্ত্ৰাদিৰ কোনো বিধানৰ শ্ৰুতিমূলকতা প্ৰমাণ কৰিব নোৱাৰিলে সেই বিধান অগ্ৰহণীয়। কোনো বিধানৰ বেদমূলকতা প্ৰমাণৰ কাৰণে যুক্তিৰ প্ৰয়োগ কৰাটোহে আচাৰ্য্য



সকলৰ কাম। যুক্তি বা তৰ্কৰ নিজা প্ৰমাণভূমি স্বীকাৰ কৰা নহয়। সেয়ে বেদ সামাজিক, ৰাষ্ট্ৰীয় আৰু পাৰলৌকিক সকলো বিধানৰ মূল হোৱাৰ উপৰিও পাৰমাৰ্থিক জ্ঞানৰো প্ৰমাণ বুলি বেদকেই মনা হয়। বেদক অলৌকিক আৰু নিত্যসত্য বুলি নধৰিলে অৰ্থাৎ বেদৰ উৎপত্তিক ঐতিহাসিক বুলি ধৰিলে হিন্দুৰ সমাজ-ব্যৱস্থা আৰু ভাৱাদৰ্শাদি পৰিৱৰ্ত্তনীয় বুলি প্ৰমাণিত হয়। ভাৰতীয় ইতিহাসত নানা বিৰুদ্ধ সামাজিক আৰু ধৰ্ম্মীয় ৰীতিনীতি আৰু ধ্যান-ধাৰণাৰ ঘাত-প্ৰতিঘাতৰ মাজত হিন্দুসমাজৰ সংহতি অক্ষুণ্ণ ৰাখিবৰ কাৰণে বেদৰ স্বতঃ-প্ৰামাণ্যতাৰ বদ্ধমূল ধাৰণাৰ প্ৰয়োজন হৈছিল। বিশেষকৈ পৌৰাণিক যুগত আৰ্য্যসমাজৰ ভিতৰতে উদ্ভৱ হোৱা নানা ধৰণৰ অবৈদিক ভাবাদৰ্শৰ সংঘাতৰ ভিতৰেদি প্ৰধানতঃ বৌদ্ধধৰ্ম্মই বৈদিক ধ্যান-ধাৰণাৰ আৰু সমাজ-ধৰ্ম্মৰ বিধান নষ্ট কৰি নতুন সমাজ ৰচনা কৰাৰ পাচত পুনৰ আৰ্য্য-সকলৰ মাজত বৈদিক সমাজধৰ্ম্ম প্ৰতিষ্ঠাৰ কাৰণে জীৱন-চৰ্য্যাৰ সকলো ক্ষেত্ৰতে বেদৰ স্বয়ংসিদ্ধতাৰ বিশ্বাস আৰ্য্যসকলৰ মনত বদ্ধমূল কৰিবৰ প্ৰয়োজন হৈছিল। আৰু ইয়াৰ দ্বাৰাই হিন্দুৰ সমাজ-মানসত জাতীয় ঐতিহ্যৰ যি ধাৰণা তাৰ পৰা বৌদ্ধধৰ্ম্মৰ সকলো চিন মচি পেলোৱা হৈছিল।

ইংৰাজ শাসন আৰু শিক্ষা ব্যৱস্থা দেশত প্ৰতিষ্ঠা হোৱাৰ পাচত বিশেষকৈ মেক্সমূলাৰ আৰু অন্যান্য পাশ্চাত্য পণ্ডিতসকলৰ গৱেষণা আৰু ঐতিহাসিক যুক্তিবাদী বিচাৰ পদ্ধতিৰ ফলত শিক্ষিত সমাজৰ ভিতৰত বেদৰ অলৌকিকতা আৰু অলঙ্ঘনীয়তাৰ ধাৰণা শিথিল হৈ আহিবলৈ ধৰে। বেদৰ লৌকিক উৎপত্তিৰ সময় আৰু বেদৰ বিভিন্ন অংশৰ ৰচনাৰ কালানুক্ৰম নিৰ্দ্ধাৰণৰ প্ৰচেষ্টা হয় আৰু বেদৰ ভিতৰতেই বিভিন্ন ৰীতিনীতি আৰু ধ্যান-ধাৰণাৰ সংঘাত সমন্বয় আদি স্পষ্ট হৈ পৰে। বিশেষকৈ পাশ্চাত্য সমাজ ব্যৱস্থা আৰু খৃষ্ট ধৰ্ম্মৰ তুলনাত বেদৰ ব্যৱস্থা, যেনে জাতিভেদ, বহুদেৱবাদ,

আৰু তাৰ পৰিণতি হিচাবে গুপ্ত যুগৰ সময়ত উদ্ভৱ হোৱা পৌত্তলিকতা, জীৱন সম্বন্ধে দুঃখবাদী আৰু পলায়নবাদী ধাৰণা ইত্যাদি সকলোবোৰ কুসংস্কাৰপূৰ্ণ আৰু ভ্ৰান্ত বুলি এটা নীচাত্মিকা মনোভাব শিক্ষিত সমাজৰ চেতনাত গঢ় লৈ উঠিব ধৰে। এই নীচাত্মিকা মনোভাব আৰু জাতীয়, ৰাজনৈতিক আৰু সাংস্কৃতিক অৱনতিৰ প্ৰতিক্ৰিয়াৰূপে জাতি পুনৰ্জাগৰণৰ এক সৰ্ব্বতোমুখী প্ৰয়াস গঢ় লৈ উঠাত ভাৰতীয় সাংস্কৃতিক ঐতিহ্যৰ ভিতৰতে মানৱ-ধৰ্ম্মৰ শ্ৰেষ্ঠ মত আৰু পথ আছে বুলি যুক্তিৰে আৰু উপলব্ধিৰে প্ৰতিপন্ন কৰিবৰ প্ৰচেষ্টাৰ ফলত বেদৰ ধৰ্ম্মৰ নিত্যসত্যতাৰ ধাৰণা মূৰ ডাঙি উঠিল। স্বামী বিবেকানন্দৰ উক্ত বাণীয়ে বেদৰ স্বতঃ-সিদ্ধতাৰ প্ৰাচীন ধাৰণাকেই ডাঙি ধৰিছে। আনহাতে ভাৰতীয় দাৰ্শনিকসকলে আধুনিক পদ্ধতিৰে বেদৰ উৎপত্তিৰ সাময়িকতা মানি লৈও বেদে নিৰ্দ্দেশ কৰা মনুষ্যজীৱনৰ পাৰমাৰ্থিকতাৰ তত্ত্বক চিৰন্তন সত্যৰেই প্ৰকাশ বুলি প্ৰতিষ্ঠা কৰিবৰ চেষ্টা কৰিছে, আৰু সেই সত্যক পাশ্চাত্য ধৰ্ম্ম আৰু দৰ্শনাদিৰ তত্ত্বৰ লগত তুলনামূলক-ভাৱে বিচাৰ কৰি যুক্তিপূৰ্ণভাৱে প্ৰতিষ্ঠা কৰিবৰ প্ৰয়াস কৰিছে। বিশেষকৈ ডাঃ ৰাধাকৃষ্ণণৰ নিৰ্দ্দেশিত তুলনামূলক দাৰ্শনিক বিচাৰৰ দ্বাৰা বৈদিক পৰমাৰ্থ তত্ত্বৰ প্ৰামাণ্যতা সাব্যস্ত কৰাৰ পথেদি বৰ্ত্তমান যুগৰ ভাৰতীয় দাৰ্শনিক চৰ্চ্চাৰ পদ্ধতি প্ৰচলিত হৈ আহিছে।

এই পদ্ধতি মতে বেদৰ ঐতিহাসিক সময় নিৰ্ণয় আৰু বেদৰ শাখা-প্ৰশাখাৰ ক্ৰমবিকাশৰ ধাৰা মানি লৈও এনেদৰে দেখুৱা হয় যে বেদৰ ঋষি সকলে নিজৰ সাধনাৰ দ্বাৰা যি পৰমতত্ত্বৰ উপলব্ধি কৰিছে সেই তত্ত্ব বেদান্ত বা উপনিষদত ব্যঞ্জিত হৈছে ভাষাৰ দ্বাৰা। এই তত্ত্ব যুক্তিৰ অতীত, ভাষাৰ অতীত, সকলো বিদ্যাৰ অতীত, দেশ কালৰ অতীত, অপ্ৰকাশ্য, অনিৰ্ব্বচনীয়, পৰমাৰ্থ তত্ত্ব। এই অনিৰ্ব্বচনীয়, লোকাতীত তত্ত্বকেই উপযুক্ত সাধনযুক্ত শিষ্যৰ আগত লৌকিক ভাষাত ৰূপকাদিৰে নানা ভাৱে ইঙ্গিত কৰিব লগীয়া



হোৱাত বেদান্তৰ বাণীত আপাত দৃষ্টিত বহুত স্ব-বিৰোধিতা ওলায়, সেই বৰ্ণনাত সাময়িকতাৰ প্ৰভাৱ পৰে; সময়ৰ আৰু সমাজৰ বিৱৰ্ত্তনৰ লগে লগে সেই এক সনাতন সত্যৰ প্ৰকাশ ভিন্ ভিন্ ৰূপে হয়। আনকথাত, বেদৰ শব্দ সমূহ হৈছে আধাৰ বা পাত্ৰ আৰু তাৰ তত্ত্ব হৈছে সেই পাত্ৰৰ অন্ন। পাত্ৰৰ স্বৰূপ দেশ কাল ভেদে বেলেগ, কিন্তু সেই কাৰণে বিভিন্ন পাত্ৰৰ অন্নও বেলেগ বেলেগ বুলি ভাবিবৰ কোনো যুক্তি নাই। কাৰণ বেদৰ অক্ষৰ সমূহৰ মাজেদি ব্যঞ্জিত হলেও সেই সত্যৰ স্বৰূপ এনে যে 'বেদে যাৰ নপাৱে মহিমা', যাক মেধা আৰু বেদ অধ্যয়ন আৰু চৰ্চ্চাৰ দ্বাৰাই লাভ কৰিব নোৱাৰি, 'ন মেধয়া ন বহুনা শ্ৰুতেন।'

কিন্তু উপনিষদ সমূহৰ ভিতৰত থকা নানাধৰণৰ পৰস্পৰ বিৰোধিতাৰ নিৰাকৰণ এনেদৰে কৰিলেও ইয়াৰ লগত ইয়াৰ অগ্ৰৱৰ্ত্তী বেদৰ কৰ্ম্মকাণ্ডৰ বিৰোধিতাৰ সমাধান ইমান সহজে কৰিব নোৱাৰি। এই বিৰোধিতাৰ কাৰণ অকল পাত্ৰভেদ বা ভাষাদিৰ লৌকিক সীমাবদ্ধতাই নহয়। এই বিৰোধিতাৰ ভিতৰেদি অতি স্পষ্ট ভাবে প্ৰকাশিত হৈছে আৰ্য্য সমাজৰ ভিতৰত সেই সময়ত দেখা দিয়া তীব্ৰ অন্তৰ্বিৰোধ আৰু সমাজৰ বিভিন্ন অংশৰ আত্ম-প্ৰতিষ্ঠা লাভৰ বাবে হোৱা নিতান্ত লৌকিক সংঘৰ্ষৰো ভাৱগত স্বৰূপ। তাকেই অতি সংক্ষিপ্ত ভাবে এই প্ৰবন্ধত দেখুৱাৰ প্ৰয়াস কৰা হৈছে। ভাৰতৰ বৈদিক যুগৰ চিন্তাধাৰা :—

বৈদিক যুগৰ সময় নিৰ্ণয় সৰ্ব্ববাদী সম্মত ৰূপে এতিয়াও হোৱা নাই। আনুমানিক খৃঃ পূঃ ২৫০০ বছৰ মানৰ পৰাই এই যুগৰ আৰম্ভ বুলিব পাৰি। এই কালৰ আৰ্য্য সকলৰ সামাজিক আৰু সাংস্কৃতিক জীৱন সম্বন্ধে একমাত্ৰ প্ৰামান্য গ্ৰন্থ হৈছে চাৰিবেদ। বেদৰ মন্ত্ৰসমূহৰ বিশ্লেষণ কৰি চালে এই কেইটা কথা বুজিব পাৰি—

(১) প্ৰাচীন আৰ্য্যসকলে নিজৰ চাৰিওফালৰ প্ৰকৃতিৰ নানা

ৰূপক অলৌকিক শক্তিসম্পন্ন নানা দেৱ-দেৱী ৰূপে কল্পনা কৰিছিল আৰু সেইবোৰক নানা স্তৱ মন্ত্ৰৰ দ্বাৰা বন্দনা কৰিছিল।

(২) এই বৈদিক মন্ত্ৰবোৰ যুক্তি আৰু বুদ্ধিৰ সংস্কাৰমুক্ত মনৰ স্বাভাৱিক কাব্যময় প্ৰকাশ। যুক্তিপূৰ্ণ চিন্তাধাৰা তেতিয়া প্ৰকাশ পোৱা নাই।

(৩) এইবোৰ মন্ত্ৰৰ কিছু অংশ খুব সম্ভৱ আৰ্য্যসকলে ভাৰত আহি পোৱাৰ আগতেই ৰচনা কৰা। আৰু সেইবোৰৰ দেৱ-দেৱী সমূহৰ প্ৰাচীন ইৰানীসকলৰ দেৱ-দেৱীসকলৰ লগত বহুখিনি মিল আছে।

এইবোৰ দেৱ-দেৱী কৃষি সভ্যতাৰ দেৱদেৱী নহয় বা কোনো ঠাইত নিগাজী হৈ থকা তাৰ দেৱ-দেৱী সমূহৰ নিচিনা নহয়।

এইবোৰ কথা ফঁহিয়াই চালে আমি বুজিব পাৰোঁ যে—

(ক) বৈদিক যুগৰ প্ৰথম ভাগত আৰ্য্যসকলৰ সভ্যতা যাযাবৰ আৰু পশুপালন সভ্যতা আছিল। সেই কাৰণে তেওঁ-লোকৰ দেৱ-দেৱী সকলৰ ভিতৰত বৰুণ, আকাশ আৰু সবিতৃ, মিত্ৰ, ইন্দ্ৰ আদি দেৱতাৰ প্ৰাধান্য। কাৰণ যাযাবৰ সভ্যতাত মুকলি আকাশ, সূৰ্য্য আদি আৰু বিশেষকৈ দানববিজয়ী ইন্দ্ৰ আদিৰ বৰ্ণনা থাকে। যাযাবৰ জাতি ইহুদীসকলৰ যোহোবা যেনে, আৰ্য্য-সকলৰ ইন্দ্ৰও তেনে।

(খ) বেদত উল্লিখিত দেৱতা আৰু দস্যু সকলৰ যুদ্ধৰ কাহিনীৰ পৰা এইটো বুজিব পাৰি যে আৰ্য্যসকলে ভাৰতবৰ্ষলৈ আহি নিগাজীকৈ বসতি কৰিবৰ সময়ত আৰ্য্যাৱৰ্ত্তৰ আদিমবাসী সকলৰ লগত হোৱা নানা খুঁজ বাগৰৰেই এইবোৰ ৰূপক বৰ্ণনা। আদিমবাসী সকলৰ লগত এই সংগ্ৰাম সুদীৰ্ঘ সময় ধৰি চলে আৰু নানা জয়-পৰাজয়ৰ মাজেদি আৰ্য্যসকলে তিষ্ঠি থাকিব লগীয়া হয়। আদিমবাসী সকলেই আছিল মহেঞ্জোদাৰো আৰু হাৰাপ্পাত আবিষ্কৃত উন্নত ধৰণৰ নগৰীয়া সভ্যতাৰ নিৰ্ম্মাতা, যাৰ



তুলনাত আৰ্য্যসকলৰ যাযাবৰ সভ্যতাক কিছু তলখাপৰ বুলিব ধৰিব পাৰি। আৰু বনবিদ্যাতো আদিবাসী সকল বেচি পাৰ্গত আছিল। আৰ্য্যসকলৰ ৰক্ষক দেৱতা ইন্দ্ৰই অসুৰৰ হাতত নানা-ভাবে পৰাস্ত হৈ বহুবাৰ স্বৰ্গৰাজ্য হেৰুৱাৰ কাহিনীয়ে উক্ত কথাৰেই ইঙ্গিত কৰে। ইন্দ্ৰৰ নিৰ্দ্দেশত কচে দৈত্যগুৰু শুক্ৰাচাৰ্য্যৰ ওচৰত সঞ্জীৱনী মন্ত্ৰ শিকিব যোৱাৰ কাহিনী, কাৰ্ত্তিকৰ জন্ম-কাহিনীয়ে আদিবাসী সকলৰ হাতত আৰ্য্যসকলৰ পৰাজয়ৰ ৰূপক কাহিনী। দধীচিৰ আত্মত্যাগ আৰু তেওঁৰ অস্থিৰ দ্বাৰা বজ্ৰ তৈয়াৰ কৰি ইন্দ্ৰই দৈত্যসকলক পৰাস্ত কৰাৰ কাহিনীও তাকেই ব্যাঞ্জিত কৰিছে।

আদিবাসী সকলৰ সভ্যতা স্থিতিস্থাপক কৃষিজীৱি আৰু নাগৰিক সভ্যতা আছিল। কৃষিজীৱি সভ্যতাও প্ৰকৃতিৰ বিশাল আৰু মহান ৰূপতকৈ তাৰ ভয়াবহ ফলে, যেনে ধুমুহা, ভুইকঁপ, মহামাৰী, হিংস্ৰ জন্তু-জানোৱাৰ আদিৰ লগতহে জীয়াই থকাৰ সংগ্ৰামৰ ভিতৰেদি প্ৰত্যক্ষ সম্পৰ্ক ঘটে। সেই কাৰণে এনে সভ্যতাত তন্ত্ৰমন্ত্ৰ, আসুৰিক-পূজা, জন্তু-পূজা আদিৰ প্ৰাধান্য। আৰ্য্যসকলে আদিবাসী সকলৰ এইবোৰ আচাৰ-পদ্ধতিৰ সম্মুখীন হয়। আদিবাসী সকলক জয় কৰি আত্মিক বশ্যতা স্বীকাৰ কৰাবৰ বাবে যক্ষ-ৰক্ষ-কিন্নৰ আদিক নিজৰ সভ্যতাৰ সাজপাৰ পিন্ধাই লবলগা হয় আৰু লয়ো। এই আৰ্য্যীকৰণ আমি দেখিবলৈ পাওঁ, অথৰ্ব্ববেদত। এই প্ৰসঙ্গত ডাঃ ৰাধাকৃষ্ণণে লিখিছে—

While the Rig Veda describes the conflict between the fair-skinned Aryans and the dark Dasyas which Indian mythology makes into shife of Devas and Raksasas, the Atharva Veda speaks to us of a period when the conflict is settled and the two are trying to live in harmony by mutual give and take. The spirit of accomodation naturally elevated the religion

of the primitive tribes but degraded the Vedic religion by introducing into it sorcary and witchcraft.

অৰ্থাৎ ঋকবেদে বৰ্ণনা কৰিছে শ্বেতাঙ্গ আৰ্য্য আৰু কৃষ্ণকায় দস্যুসকলৰ ভিতৰত যুঁজ-বাগৰৰ কথাৰ যিটো আমি পিচৰ যুগৰ পুৰাণ সমূহত দেখা দেবাসুৰৰ যুদ্ধ ৰূপে বৰ্ণিত দেখোঁ। আনফালে অথৰ্ব্ববেদত সেই সময়ৰ বৰ্ণনা পাওঁ যি সময়ত সেই সংগ্ৰামৰ মীমাংসা হৈ গৈ দুয়ো জাতিয়ে একেলগে শান্তিৰে থিতাপি লাগি আদান-প্ৰদান আৰম্ভ কৰিছে। এই আদান প্ৰদানৰ মনোভাবৰ ফলত আদিবাসী সকলৰ ধৰ্ম্মই স্বভাৱিকতে অলপ উচ্চ স্তৰ পালে। কিন্তু আনহাতে বৈদিক ধৰ্ম্মত তন্ত্ৰ, মন্ত্ৰ, যাদুবিদ্যা আদি সোমাই তাক অলপ তললৈ নমালে।

আৰ্য্যসকল ভাৰতত নিগাজীকৈ বহি লোৱাৰ পাচত তেওঁলোকৰ ভিতৰত জাতিবিভাগ আহি পৰে। প্ৰথমতে আৰ্য্যসকলৰ সকলোৱে এক শ্ৰেণীভুক্ত আছিল। প্ৰত্যেকেই পূজাৰী, যুঁজাৰু আৰু শ্ৰমকাৰী আছিল। কিন্তু আদিবাসী সকলৰ লগত হোৱা নিয়ত সংগ্ৰামৰ ফলত আৰু নিগাজীকৈ বসতি কৰি কৃষি, কুটীৰশিল্প আদি কামত লাগি যোৱাৰ ফলত আগৰ সমূহীয়া জীৱনযাত্ৰা অচল হৈ উঠিল, ৰাজ্য সমূহ গঢ়ি উঠিবলৈ ধৰিলে, সমাজত শ্ৰেণীবিভাগৰ পাতনি হ'ল। ৰাষ্ট্ৰীয়-শাসন, ৰাজ্যৰক্ষা, আদিবাসী সকলৰ লগত যুদ্ধ কাৰ্য্যত অনবৰত লাগি থাকিব লগীয়া হোৱাত শক্তিশালী ক্ষত্ৰিয় জাতি গঢ়ি উঠিল। যাগ-যজ্ঞাদি কামৰপৰা তেওঁলোক আঁতৰি থাকিব লগীয়া হ'ল। কাব্যপ্ৰিয় আৰু অধ্যয়নৰত সকলে যাজক বা পুৰোহিত শ্ৰেণীত সংগঠিত হৈ পৰিল। কুটীৰশিল্প আৰু কৃষিকাৰ্য্যত লিপ্ত থকা সকল হ'ল বৈশ্য বা জনসাধাৰণ। পৰাজিত আদিবাসী সকল হল দাস বা গোলাম শ্ৰেণীভুক্ত। এওঁলোকক সকলো ৰকমৰ বৈদিক সংস্কাৰ আৰু সামাজিক অধিকাৰৰ পৰা আঁতৰত ৰখা হ'ল।



প্ৰথম অৱস্থাত জাতিভেদ জন্মগত নাছিল। কৰ্ম্ম-বিভাজনৰ ফলত উত্তৰাধিকাৰ সূত্ৰে বৃত্তিগত পাৰদৰ্শিতা বংশানুক্ৰমে স্বভাৱিক গতিতেই জন্মে; গতিকে সময়ৰ গতিত জাতিভেদ জন্মগত হ'ল। যাযাবৰ আৰু পশুপালন সভ্যতাৰ পৰা কৃষিজীৱি সভ্যতালৈ বৈদিক সমাজ আগ বঢ়াত আৰু এলেকাগত ৰাষ্ট্ৰ আৰু ৰজাসকলৰ উদ্ভৱ হোৱাত সমাজত ব্যক্তি-সম্পৰ্কৰ আৰু ব্যক্তিৰ প্ৰতিষ্ঠাৰ যি ব্যাপক পৰিৱৰ্ত্তন ঘটিল, তাৰ ফলত বৈদিক ৰীতি-নীতি ধ্যান-ধাৰণা আদিতো নানা সংঘাত আৰু পৰিৱৰ্ত্তন হ'ল। ইয়াৰ ফলত উদ্ভৱ হ'ল বেদৰ আৰণ্যক অংশ আৰু উপনিষদৰ চিন্তাধাৰা।

প্ৰথমতে সংঘাত হয় বিভিন্ন সৰু সৰু ৰাজ্য আৰু ৰজাসমূহৰ, আৰু সেই ৰণ-বিগ্ৰহৰ ভিতৰেদি ক্ৰমে বৃহত্তৰ ৰাজ্য আৰু চক্ৰৱৰ্ত্তী ৰাজত্বৰ আৰম্ভনী হয়। এই দিগ্বিজয়ৰ ৰূপক আৰু আচাৰ হিচাবে অশ্বমেধ যজ্ঞ ক্ষত্ৰিয় ৰজাসকলৰ কাৰণে উপনিষদৰ যুগত আৰম্ভ হয়।

দ্বিতীয় সংঘাত হয় আৰ্য্যসকলৰ ভিতৰতো উদ্ভৱ হব ধৰা নতুন কৃষিজীৱি সভ্যতাৰ লগত পুৰণি পশুপালন আৰু যাযাবৰ সভ্যতাৰ। কাৰণ যাযাবৰ গোষ্ঠীসকলৰ যি সংহতি বোধ আৰু সংচৰণশীল মুক্ত জীৱনৰ স্বাধীনতা, সেইটো কৃষিজীৱি সভ্যতাত নাথাকে। বৰং সমাজ-জীৱনত ব্যক্তিৰ উচ্চনীচ আদি নানা বিভেদৰ সৃষ্টি হয়। স্বাভাৱিকতেই কিছুমান যাযাবৰ গোষ্ঠীয়ে বসবাস আৰম্ভ কৰা গোষ্ঠী সকলৰ বিৰোধিতা আৰম্ভ কৰে। ৰামায়ণত বৰ্ণিত কাহিনী এই দুই সভ্যতাৰ সংঘাতৰ ৰূপক। চিকাৰী সভ্যতাৰ নেতা পৰশুৰামে কৃষি সভ্যতাৰ নেতা শ্ৰীৰামচন্দ্ৰৰ লগত যুদ্ধ কৰি পৰাস্ত হৈছিল। ৰামে কৃষি-সভ্যতাৰ নেতা জনক ৰাজৰ্ষিৰ কন্যা [ সেই কন্যাও কৃষি কাৰ্যত নাঙলৰ সিৰলুত পোৱা ] সীতাক বিয়া কৰিছিল। অৰ্থাৎ জনক ৰজাই কৃষি-সভ্যতাৰ বিস্তাৰৰ কাৰণে ৰামচন্দ্ৰক নেতাৰ পদত বৰণ কৰিছিল। ৰামচন্দ্ৰৰ নেতৃত্ব কৰিবৰ দক্ষতাৰ প্ৰমাণ হিচাবে জনক ৰজাৰ যি পণ, অৰ্থাৎ হৰধনু ভঙ্গ, সেই পণেই বুজাই যে, চিকাৰী

সভ্যতাৰ প্ৰধান অস্ত্ৰ ধনুক ভাঙি নাঙলৰ সভ্যতা প্ৰতিষ্ঠা কৰাৰ পণেই জনক ৰজাই কৰিছিল। আকৌ এই ধনুখনো জনক ৰজাক ভৃগুৰামেই দি যোৱা। পৰৱৰ্ত্তী সময়ত কৃষি সভ্যতা উত্তৰ ভাৰতৰ পৰা ক্ৰমে বিস্তৃতি লাভ কৰি দক্ষিণ ভাৰতলৈ যোৱাৰ ইতিহাসেই ৰূপক ভাবে ৰামচন্দ্ৰৰ বনবাস, ৰাম-ৰাৱণৰ যুদ্ধ আদি কাহিনী।

তৃতীয়তে, পশু পালন আৰু কৃষি-সভ্যতাত গোষ্ঠীৰ ইহলোকৰ আৰু পৰলোকৰ ইষ্টাদিৰ ৰক্ষাৰ কাৰণে পুৰোহিতশ্ৰেণীয়ে শ্ৰেষ্ঠ সন্মান আৰু ক্ষমতাৰ অধিকাৰী হৈ থাকে। ৰাষ্ট্ৰৰ উৎপত্তিৰ লগে লগে এই পুৰোহিত বা ব্ৰাহ্মণশ্ৰেণীৰ পৰাই ক্ষত্ৰিয় শাসকসকল বেলেগ হৈ ওলায়। ক্ষমতা আৰু ৰাজ্য ৰক্ষাৰ্থে ক্ষত্ৰিয়সকলে কূটনীতিৰ আশ্ৰয় লব লগা হয়। অৰ্থাৎ এফালে যেনেকৈ প্ৰজাৰ আনুগত্যৰ বাবে ব্ৰাহ্মণসকলৰ সমৰ্থন লাভ কৰিবলৈ বিভিন্ন ৰকমৰ ব্যৱস্থা, ৰাজকীয় শাসন, সন্মান, দান দক্ষিণাদি দিয়া অবলম্বন কৰিব লগীয়া হয়, আনহাতে সেইদৰে লৌকিক শক্তিৰ অধিকাৰী হৈ শ্ৰেষ্ঠ মৰ্য্যাদাপূৰ্ণ প্ৰতিষ্ঠা লাভ কৰিববো প্ৰয়োজন হয়, যাৰ ফলত হয় ব্ৰাহ্মণসকলৰ লগত প্ৰতিদ্বন্দ্বিতা আৰু বিৰোধ। ৰাজ-অনুগ্ৰহ আৰু সন্মানাদি পাই ব্ৰাহ্মণ শ্ৰেণীৰ কিছুমানে যজ্ঞ-কাৰ্য্য এৰি ৰজাসকলৰ আচাৰ্য্য, মন্ত্ৰণাদাতা, সভাপণ্ডিত আদি হয়। আনবোৰে আগৰ গতানুগতিক বৈদিক যাগ-যজ্ঞাদিত লিপ্ত হৈ থাকে। তাৰ উপৰি আগতে বৈদিক স্তৱমন্ত্ৰাদিৰ যি প্ৰাণময়তা আছিল, যাজনক্ৰিয়াদিৰ গতানুগতিকতাৰ ফলত সেই মন্ত্ৰসমূহৰ কাব্যময় প্ৰভাৱ ক্ৰমে নাইকীয়া হৈ গ'ল। আচাৰসমূহ কেৱল বাহ্যিক যান্ত্ৰিকতাত পৰিণত হ'ল। প্ৰকৃতিৰ ওপৰত মানুহৰ আধিপত্য বাঢ়ি অহাত প্ৰাকৃতিক শক্তিসমূহৰ প্ৰতি ভয় কমি আহিল, আৰু সেইবোৰক বশীভূত কৰিবলৈ আৰু সন্তুষ্ট কৰিবলৈ যি প্ৰচেষ্টা সেইবোৰৰ অপৰিহাৰ্য্যতা কমি আহিল। অৰ্থাৎ দেৱ-দেৱীসকলৰ সম্বন্ধে বিশ্বাস আৰু সেই-



বোৰৰ প্ৰতি বিহিত যজ্ঞাদি ক্ৰিয়া-কলাপৰ প্ৰয়োজনীয়তা ক্ৰমে নাইকিয়া হৈ যাবলৈ ধৰিলে। এই নতুন পৰিস্থিতিত স্বাভাৱিকতে চিন্তাশীল সকলৰ বহুদেৱবাদৰ বিষয়ে সন্দেহৰ উদয় হল "কস্মৈ দেবায় হবিষা বিধেম।" যি সকল ঋষিয়ে বাণপ্ৰস্থী হৈ অৰণ্যবাসী হৈছিল তেওঁলোকে বৈদিক কাৰ্য্যসমূহক যথাযথ ভাবে নলৈ সেই-বোৰক ৰূপক বাখ্যা দিবলৈ ধৰিলে। ইয়াৰ ফলত উদ্ভৱ হ'ল বেদৰ 'আৰণ্যক' অংশ। এই অৰণ্যবাসী ঋষিসকলেই প্ৰধানকৈ ক্ষত্ৰিয় ৰজাসকলৰ গুৰু, পুৰোহিত আৰু মন্ত্ৰণাদাতা হৈছিল। ক্ষত্ৰিয় আৰু আৰণ্যক ঋষিসকলৰ এই যোগাযোগৰ ফলতেই উপনিষদৰ চিন্তাধাৰাৰ উদ্ভৱ আৰু বিকাশ হৈছিল। তাৰ উপৰি বৈশ্যজাতিৰ যি সকলে কৃষিকাৰ্য্য নকৰি কুটীৰশিল্প আৰু বাণিজ্যত লাগিছিল, সেই সকলেও প্ৰকৃতিৰ শক্তিৰ ওপৰত নিৰ্ভৰশীলতা কমি যোৱাৰ কাৰণে দেৱ-দেৱীসকলৰ সম্বন্ধে ঐকান্তিক বিশ্বাসৰ পৰা মুক্ত হৈছিল। তেওঁলোকৰ মানসিকতাও সেয়ে উপনিষদৰ ধ্যান-ধাৰণাৰ দ্বাৰা প্ৰভাৱিত হৈছিল।

কিন্তু আৰ্য্যসকলৰ মূল সংহতিৰ ভেটি স্বৰূপ বৈদিক কৰ্ম্মকাণ্ডৰ প্ৰভাৱে সমগ্ৰ আৰ্য্যজাতিৰ মানসিকতা কম-বেচি পৰিমাণে আগুৰি থকাত তত্ত্ব সম্বন্ধে বেদৰ ওপৰত বিশ্বাস থাকিলেও সংস্কাৰ বা ঐতিহ্য হিচাবে বৈদিক ক্ৰিয়াদিৰ প্ৰভাৱ সমাজৰ সকলো স্তৰতে আছিল। বিশেষকৈ কৃষিজীৱি সকলৰ মনত বেদৰ তত্ত্বগত আৰু বিধিগত ধাৰণা বদ্ধমূল আছিল, আৰু সেয়েই আছিল কৰ্ম্মকাণ্ডী পুৰোহিত শ্ৰেণীৰ সামাজিক শক্তি। পুৰোহিতশ্ৰেণীৰ এই সামাজিক আৰু আধ্যাত্মিক শক্তিৰ লগত ক্ষত্ৰিয় ৰজাসকলৰ সামৰিক সংঘাত আৰু সামাজিক মৰ্য্যাদা লাভৰ কাৰণে আধ্যাত্মিক সংঘাত ব্যাপক ভাবে হৈছিল বুলি অনুমান কৰিব পাৰি। পৰশুৰামে পৃথিৱী নিক্ষত্ৰিয় কৰিবলৈ কৰা অভিযান উক্ত বিৰোধকেই ৰূপক ভাবে সূচিত কৰিছে। ক্ষত্ৰিয় ৰজা কাৰ্ত্তবীৰ্য্যাৰ্জ্জুনে ব্ৰাহ্মণ নিধনৰ কাৰণে ৰণ

কৰাৰ পৌৰাণিক কাহিনীও এই বিৰোধৰ স্মৃতিৰ পৰা উদ্ভব হোৱা বুলি ধৰি লব পাৰি।

আধ্যাত্মিক ক্ষেত্ৰত উপনিষদৰ ব্ৰহ্মবিদ্যাৰ লগত দেৱ-বিদ্যাৰ সংঘাত অতি স্পষ্ট। সাধাৰণ ভাবে উপনিষদে বেদৰ আধিপত্য স্বীকাৰ কৰি লৈ বৈদিক কৰ্ম্ম-সৰ্ব্বস্বতাক তীব্ৰ ভাবে নিন্দা কৰিছিল, যজ্ঞকৰ্ম্মক ৰূপক কৰি সেইবোৰৰ ক্ৰিয়াত্মক স্বৰূপৰ পৰিৱৰ্ত্তে ধ্যানাত্মক উপাসনাৰ প্ৰতীক কৰিছিল। মুণ্ডকোপনিষদত বেদক অপৰাবিদ্যা বোলা হৈছে। অপৰাবিদ্যা অবিদ্যাৰেই নামান্তৰ। আত্মাৰ সংসাৰৰ বন্ধন দশাতহে শ্ৰেয়োফল লাভাৰ্থে বৈদিক কৰ্ম্মৰ প্ৰয়োজন। আত্মাৰ চৰম গতি মোক্ষ লাভ, জন্মবন্ধন মোচন —আৰু তাৰ কাৰণে লাগে পৰাবিদ্যা বা ব্ৰহ্মজ্ঞান। "দ্বে বিদ্যে-বেদিতব্যে···পৰাচৈবা পৰাচ। তত্ৰূপৰা ঋক বেদো যজুৰ্বেদ সাম-বেদোঽথৰ্ব্ববেদঃ শিক্ষাকল্প ব্যাকৰণং নিৰুক্তং ছন্দো জ্যোতিষমিতি। অথপৰা যথা তদক্ষৰমধ্যগম্যতে।" অৰ্থাৎ পৰা আৰু অপৰা এই দুই বিদ্যা জ্ঞাতব্য। অপৰাবিদ্যা হৈছে চাৰিবেদ আৰু শিক্ষা কল্পাদি ছয় বেদাঙ্গ। পৰাবিদ্যা হৈছে যাৰ দ্বাৰা অক্ষৰক [ ব্ৰহ্মক ] জনা যায়। এই উপনিষতে বৈদিক কৰ্ম্ম-সৰ্ব্বস্বতাক নিন্দা কৰি কৈছে—

"ইষ্টা পূৰ্ত্তং মন্যমানা বৰিষ্ঠং
নানাচ্ছে্ৰয়ো বেদয়ন্তে প্ৰমূঢ়াঃ
নাকস্য পৃষ্ঠেতে সুকৃতেঽনুভূত্বে
মং লোকং হীনতৰং বা বিশন্তি।"

অৰ্থাৎ 'ইষ্ট কৰ্ম্ম' ( বৈদিক ) আৰু 'পূৰ্ত্ত কৰ্ম্ম'কেই ( স্মাৰ্ত্ত ) শ্ৰেষ্ঠ বুলি ধৰি মূঢ় সকলে অন্য কোনো শ্ৰেয়োমাৰ্গৰ কথা নাজানে। সেই সকলে স্বৰ্গাদি কৰ্ম্মফল ভোগ কৰি পুনৰ মনুষ্যলোক বা তাতকৈ হীনতম লোকত জন্ম লাভ কৰে। কিন্তু তথাপি বৈদিক কৰ্ম্মাচৰণ নিষেধ কৰা নাই। কাৰণ আৰ্য্যসমাজৰ ভেটিয়েই হৈছে বৈদিক



সংস্কাৰ। যি কোনো আৰ্য্যৰেই বৈদিক কৰ্ম্ম অৱশ্য কৰণীয়। সেয়ে উক্ত উপনিষদতেই আকৌ কৈছে—

"তদেতৎ সত্যম্ মন্ত্ৰেষু কৰ্ম্মানি কবয়ো যান্য পশং
স্তানি ত্ৰেতায়াং বহুধা সন্ততানি।
তান্যাচৰথ নিয়তং সত্যকামা
এষ যঃ পন্থা সুকৃতস্য লোকে।"

অৰ্থাৎ সেয়ে এইটো সত্য, ত্ৰেতা যুগত ঋষিসকলে যিবোৰ কৰ্ম্ম ( বৈদিক ) দেখিছিল সেইবোৰ বহুপ্ৰকাৰে বিস্তাৰিত আছে। কৰ্ম্মফলকামী হৈ সেই সমূহ সদায় আচৰণ কৰিবা। শুভকৰ্ম্ম লাভৰ এয়ে উপায়।—বৈদিককৰ্ম্ম আচৰণ নকৰিলে ব্যক্তিৰ সপ্তলোক নাশ হয় বুলি কোৱা হৈছে। ঈশোপনিষদত আছে—

"কুৰ্বন্নেবেহ কৰ্ম্মানি জিজীৱিষেচ্ছতং সমা
এবং ত্বয়ি নান্যথেতোঽস্তি নকৰ্ম্ম লিপ্যতে নৰে।"

অৰ্থাৎ 'শতবৰ্ষ জীৱিতেচ্ছু' ব্যক্তিয়ে শাস্ত্ৰীয় কৰ্ম্ম কৰিব লাগে। এই জগতত অকৰ্ম্মৰ হাত এৰাবলৈ ইয়াত বাহিৰে অন্য পথ নাই। কঠোপনিষদত যমে নচিকেতাক কৈছে—

"জানাম্যহং শেবধিৰিত্য নিতং
ন-হ্য ধ্ৰুবৈঃ প্ৰাপ্যতেহি ধ্ৰবংতৎ।
ততোময়া নাচিকেতশ্চিতোঽগ্নি
ৰণিত্যৈ দ্ৰব্যৈঃ প্ৰাপ্তবানাস্মি নিত্যম্।"

"মই জানোঁ যে বিহিত কৰ্ম্মফল অনিত্য, অনিত্য বস্তুৰ দ্বাৰা ধ্ৰুব বস্তু লাভ কৰিব নোৱাৰি। তথাপি মই অনিত্য দ্ৰব্যৰ দ্বাৰা ( ঘৃত, মধু, সমিধ ইত্যাদি ) নাচিকেত অগ্নিক তৰ্পণ কৰি এই যমৰূপী নিত্য পদ লাভ কৰিছোঁ ( আপেক্ষিক ভাবেহে নিত্য, কাৰণ সংসাৰ থকা পৰ্য্যন্তহে নিত্য, কিন্তু সংসাৰেই অনিত্য। কিন্তু অমৃত পদলাভৰ বাবে কৰ্ম্মবিধিৰ পৰিৱৰ্ত্তে অধ্যাত্মযোগৰ দ্বাৰা জ্ঞান ( ওম ইতি ব্ৰহ্ম ) পাব

লাগে। সকলো বেদেই এই অক্ষৰব্ৰহ্মকেই পৰম পদ বুলি মানে। "সৰ্ব্বেবেদা যৎপদহামনন্তি।" (আচলতে কৰ্ম্ম-প্ৰধান বেদত ব্ৰহ্মৰ নিৰ্ণয় নাই; কিন্তু বেদমন্ত্ৰসমূহৰ আদি অক্ষৰ ওঁমক উপনিষদত ব্ৰহ্মৰেই প্ৰতীকৰূপ বুলি নিৰ্ণয় কৰা হৈছে। ইয়াকে অক্ষৰ ব্ৰহ্ম বোলা হৈছে, ওঁম্ দৰাচলতে ব্ৰহ্মৰ প্ৰতীক মাত্ৰ হে।) ছান্দোগ্য উপনিষদত 'নাৰদ-সনৎকুমাৰ সংবাদ'ত নাৰদে সনৎকুমাৰৰ ওচৰলৈ আত্মবিদ্যাৰ উপদেশৰ কাৰণে গৈ কৈছিল "ঋগ্বেদং ভগবোঽধ্যেমি যজুৰ্ব্বেদং সামবেদমাথৰ্বণং চতুৰ্থমিতিহাস পুৰাণং পঞ্চমং বেদনাং বেদং পিত্ৰ্যং ৰাশিং দৈবং নিধিং বাকো বাক্যমেকায়ণং দেববিদ্যাং ব্ৰহ্মবিদ্যাং ভূতবিদ্যাং ক্ষত্ৰবিদ্যাং নক্ষত্ৰবিদ্যাং সৰ্পদেৱজনবিদ্যামেতদ্ ভগবোঽধ্যেমি। সোঽহং ভগবো মন্ত্ৰ বিদেবাস্মি নাত্মবিৎ।"

অৰ্থাৎ "মই ঋক আদি চাৰিবেদ, ইতিহাস, পুৰাণ (মহভাৰতাখ্য) পঞ্চম বেদ, ব্যাকৰণ, (বেদনাং বেদং), শ্ৰাদ্ধাদি বিষয়ক শাস্ত্ৰ, গণিত, নিষেধতত্ত্ব, তৰ্কশাস্ত্ৰ, নীতিশাস্ত্ৰ (একায়ণ), নিৰুক্ত, শিক্ষা, কল্পাদি, ভৌতিক বিদ্যা, ক্ষত্ৰবিদ্যা, নক্ষত্ৰবিদ্যা (জ্যোতিষ) সৰ্পবিদ্যা, গন্ধৰ্ব্ব-বিদ্যা আদি সমুদয় শিকিছোঁ। তথাপিও মই কেৱল মাত্ৰ মন্ত্ৰবিদ্‌হে হৈছোঁ, আত্মবিদ্ হব পৰা নাই।" আত্মবিদ্ হলেহে মানুহ শোকাতীত হব পাৰে।

উপনিষদত বেদক কেৱল কৰ্ম্মবিধি হিচাবেহে দেখা হৈছে, দেৱ-দেৱী সম্বন্ধীয় তত্ত্ববিদ্যা হিচাবে দেখা হোৱা নাই। এই কথা ওপৰত উদ্ধৃত শ্লোক কেইটাৰ পৰাই বুজিব পৰা যায়। বেদৰ ব্ৰাহ্মণ খণ্ডত অতি বেচি ক্ৰিয়া-বাহুল্যই দেখা দিছিল। আৰু সেই বৈদিক ক্ৰিয়া-বোৰ আচৰণ কৰাত মন্ত্ৰাদিৰ উচ্চাৰণ বিশুদ্ধি আৰু আচাৰ সমূহৰ যথাযথৰ ওপৰত হে জোৰ দিয়া হৈছিল, আৰু সেই কাৰণে দেৱ-দেৱীবোৰ মাত্ৰ মন্ত্ৰৰ অন্তৰ্গত শব্দ স্বৰূপহে হৈ পৰিছিল। পিচৰ যুগত যেতিয়া সূত্ৰবদ্ধ আকাৰে দৰ্শন সমূহ ৰচিত হয়, তেতিয়া পূৰ্ব্ব-মীমাংসা দৰ্শনৰ সূত্ৰকাৰ জৈমিনীয়ে বেদৰ জ্ঞানাত্মক ধাৰণাৰ



বিৰোধিতা কৰি তাৰ মন্ত্ৰসমূহৰ ধৰ্ম্মাত্মক বা কৰ্ম্মবিধিমূলক-তাৎপৰ্য্যহে সাব্যস্ত কৰিছিল। দেৱ-দেৱী সকলৰ পাৰমাৰ্থিক সত্তা স্বীকাৰ কৰিলে উপনিষদৰ পাৰমাৰ্থিক ব্ৰহ্মতত্ত্ব বা আত্মতত্ত্বৰ লগত মূলগত বিৰোধ হয়। কিন্তু মন্ত্ৰসমূহক কেৱল কৰ্ম্মবিধান হিচাবে ধৰিলে উপনিষদৰ জ্ঞানমাৰ্গৰ লগত সেইবোৰৰ তাত্ত্বিক সমন্বয় সহজ হয়। দেৱ-দেৱীসকলক নামমাত্ৰ বুলি ছান্দোগ্য উপনিষদৰ উক্ত অধ্যায়তে সনৎকুমাৰে নাৰদক কৈছে "যদ্বৈ কিঞ্চৈতদধ্যগীষ্ঠা নামৈধেতৎ।" অৰ্থাৎ সেই যি বিদ্যা সমূহ (বেদাদি) আয়ত্ব কৰিছা, সি নামহে মাত্ৰ।" কিন্তু এইবোৰক কেৱল নাম মাত্ৰ বুলি ধৰিলে বৈদিক কৰ্ম্মসমূহো একেবাৰে ভিত্তিহীন হৈ পৰে। সেই কাৰণে উক্ত উপনিষদত মন্ত্ৰ সমূহক ধৰ্ম্মাত্মক (বিধানাত্মক) হিচাবে নলৈ উপাসনাৰ প্ৰতীক মাত্ৰ হিচাবে লোৱা হৈছে। উদাহৰণ স্বৰূপে ইয়াত বৰ্ণিত পঞ্চাগ্নিবিদ্যা বিশেষ তাৎপৰ্য্যপূৰ্ণ। প্ৰথমতে উক্ত বিদ্যা ক্ষত্ৰিয়সকলৰ নিজস্ব বিদ্যা বুলি কোৱা হৈছে। শ্ৰোত্ৰীয় অগ্নিহোত্ৰী সকলৰ এই বিদ্যাত অধিকাৰ নাই। ই উপাসনাৰহে বিদ্যা, যজ্ঞকৰ্ম্ম নহয়। অগ্নিয়েই সকলো বৈদিক কৰ্ম্মৰ কেন্দ্ৰ। প্ৰত্যেক গৃহস্থী যাজকে নিত্যকৰ্ম্ম হিচাবে পাঁচবিধ অগ্নিৰ চয়ণ কৰিব লাগে, যেনে গাৰ্হপত্য, আহবনীয়, দক্ষিণাগ্নি, সভ্য আৰু আবসথ্য। উক্ত পঞ্চাগ্নি বিদ্যাত ক্ৰমে দ্যুলোক, পৰ্জন্য, পৃথিবী, পুৰুষ আৰু স্ত্ৰীক অগ্নিৰূপে দৃষ্টি কৰি উপাসনাৰ পদ্ধতিৰ নিৰ্দ্দেশ দিয়া হৈছে। যজ্ঞাগ্নিত দিয়া ঘৃতাদি আহুতিবো ৰূপক কৰি দেখুৱা হৈছে যেন প্ৰথম আহুতি দেৱতা সকলৰ শ্ৰদ্ধা দ্যুলোকাগ্নিত। তাৰপৰা উদ্ভৱ হোৱা সোম (চন্দ্ৰ) আহুত হয়—পৰ্জ্জন্যাগ্নিত। এই আহুতিৰ পৰা উদ্ভৱ হয় বৃষ্টিত। বৃষ্টি আহুত হয় পৃথিবীৰূপে অগ্নিত যাৰ পৰা উদ্ভৱ হয় অন্ন। অন্ন আহুত হয় পুৰুষত আৰু তাৰ পৰা উদ্ভৱ হয় ৰেতঃ (শুক্ৰ)। ৰেতঃ আহুত হয় স্ত্ৰীৰূপী অগ্নিত আৰু তাৰ পৰা গৰ্ভ সঞ্চাৰ হৈ সন্তান জন্ম হয়। এয়ে হ'ল উপাসনাৰ্থে

বিহিত পঞ্চাগ্নিবিদ্যা। যজ্ঞাধিকাৰী সকলৰ পঞ্চাগ্নিৰ লগত উক্ত পঞ্চাগ্নিৰ বিৰোধিতা অতি স্পষ্ট। সেইদৰে সামঃ গায়ত্ৰী আদিক বৈদিক ( যজ্ঞাঙ্গভূত ) স্তবমন্ত্ৰাদিৰ আদিত্য, প্ৰাণ, অগ্নি, জল, আদি নানাৰূপ ৰূপক দৃষ্টিত উপাসনা কৰাৰ নিৰ্দ্দেশ বিহিত হৈছে।

অৱশ্যে এইটো উল্লেখযোগ্য যে আদিত্যাদি দেৱদেৱী সকলৰ পাৰমাৰ্থিক অস্তিত্ব নামানিলেও সেই সকলৰ পাৰলৌকিক সত্বা উপনিষদত স্বীকাৰ কৰা হৈছে।

ইহলোক আৰু পৰলোকৰ অস্তিত্বৰ ধাৰণাই হৈছে উপনিষদৰ বিশ্বতত্ত্ব। ইহলোক আৰু পৰলোকৰ সকলো অস্তিত্বকে সামৰি এক সমগ্ৰ বিশ্বব্ৰহ্মাণ্ডৰ ধাৰণাকে উপনিষদত নানাভাবে বৰ্ণিত হৈছে। দেৱতাৰ আৱাস হৈছে দ্যুলোকত, ভূতসকলৰ আৱাস ভূলোক। সপ্তলোক, সপ্ততল, ইত্যাদি নানা আয়তনৰ বিৱৰণ বিভিন্ন উপনিষদত পোৱা যায়। মূলকথা, এই সকলো বৈচিত্ৰ্যকে সামৰি এক সৰ্ব্বব্যাপি ঐক্য বিৰাজ কৰিছে আৰু এই ঐক্যই হৈছে সাকাৰ বা সগুণ ব্ৰহ্ম, সূত্ৰাত্মা, হিৰণ্যগৰ্ভ আদি নামধেয়। "সৰ্ব্বং খল্বিদং ব্ৰহ্ম", "ঈশাব্যাসমিদং সৰ্ব্বং যৎ কিঞ্চ জগত্যাং জগৎ।" এই ব্ৰহ্মকেই চতুষ্পাদ বোলা হৈছে—ইহলোক হৈছে যাৰ একপাদ মাত্ৰ। "পাদোঽস্য সৰ্ব্বভূতানি ত্ৰিপাদস্যামৃতং দিবি।" বাকী তিনি পাদ অমৃতলোকত। এই সাকাৰ ব্ৰহ্মৰ নানালোকৰ কেন্দ্ৰ হৈছে ব্ৰহ্মলোক, যাক হিৰণ্যগৰ্ভলোক বোলা হয় আৰু এই লোকৰ অধিষ্ঠাতা হৈছে বিশ্বাত্মা বা ঈশ্বৰ, যি সৰ্ব্বভূতাণ্ডৰাত্মা, জ্যোতিষাং জ্যোতিঃ। সৰ্ব্বব্যাপী ব্যাকৃত ৰূপে সগুণ ব্ৰহ্মই হৈছে 'বিৰাট' আৰু বিশ্বাত্মা, সৰ্ব্বভূতাৰূপেই হৈছে হিৰণ্যগৰ্ভ, পৰমপুৰুষ। সূৰ্য্যলোকেই পৰমপুৰুষৰ লোক, হিৰণ্যগৰ্ভ লোক। ঈশোপনিষদত আছে—

"হিৰন্ময়েণ পাত্ৰেন সত্যস্যা বিহিতং মুখম।
তত্ত্বং পূৰন্ন পাবৃনু সত্যধৰ্ম্মায় দৃষ্টয়ে।"



অৰ্থাৎ "জ্যোতিৰ্ম্ময় পাত্ৰৰ দ্বাৰা সত্যৰ মুখ আবৃত আছে। হে পূষণ [ জগত-পালক ৰূপ সূৰ্য্য ] সেই আবৰণ আঁতৰ কৰা, যাতে আমি সেই সত্যধৰ্ম্ম দেখা পাওঁ।" এই হ'ল ব্ৰহ্মৰ আধিদৈৱত ৰূপ, গোটেই বিশ্ব যি পুৰুষৰ শৰীৰ, আৰু জ্যোতিৰ্লোক হৈছে আত্মা। সেই একেই ব্ৰহ্ম আত্মাৰূপে, জীৱৰূপে ভূতবৰ্গৰ দহৰাকাশত [ হৃদয়াকাশত ] সূক্ষ্ম স্বৰূপত অৱস্থিত। সেয়েই ব্ৰহ্মক কোৱা হৈছে "অন্যেৰণীয়ান মহতো মহীয়ান আত্মদেস্য জন্তোৰ্নিহিতো গুহায়াম।" অৰ্থাৎ অনুতকৈও অনু, বিশালতকৈও বিশাল আত্মা প্ৰতি জীৱৰ [ হৃদয় ] গুহাত অৱস্থিত। "অঙ্গুষ্ঠমাত্ৰ পুৰুষোমধ্য আত্মনি তিষ্ঠতি। ঈশানো ভূত ভৱস্য ন ততো বিজীগুপ্সতে। এতদ্বৈতৎ।" শৰীৰৰ অন্তৰ্গত আঙ্গুলি পৰিমাণ পুৰুষেই ভূত-ভবিষ্যতাদি ত্ৰিকালৰ নিয়ন্তা ঈশ্বৰ···এয়ে সেই 'তৎ'। "অগ্নিৰ্যথৈকো ভুবনং প্ৰবিষ্টো ৰূপং ৰূপং প্ৰতিৰূপো বভুব। একস্তথা সৰ্ব্বভূতান্তৰাত্মা ৰূপং ৰূপং প্ৰতিৰূপো বহিশ্চ।" "এক অগ্নিয়েই যেনেকৈ পৃথিবী নানা অগ্নিৰূপ ধৰে সেইদৰে এক সৰ্ব্বান্তৰ্যামী আত্মায়ো নানা জীৱত নানাৰূপ পাইছে। অথচ সৰ্ব্ব জীৱৰ অতীতৰূপে বিৰাজিত আছে।" এই আত্মাই সৰ্ব্বত্ৰ এক, একমেবাদ্বিতীয়ম ব্ৰহ্ম। এক ব্ৰহ্মৰ উক্ত নানা ৰূপেই হৈছে আধিভৌতিক, আধ্যাত্মিক আৰু আধিদৈৱিক ৰূপ দেশ-কালৰ ভিতৰত প্ৰকাশিত আৰু সেই হিচাবে ব্যাকৃত ৰূপে অনিত্য, প্ৰবহমান।

এইদৰেই ব্ৰহ্মবিদ্যা বিষয়ক বেদান্ততো ( উপনিষদ ) বেদাদি অপৰাবিদ্যাত বিষয়ভূত দেৱদেৱী আদিৰ দেশকাল আপেক্ষ অস্তিত্ব স্বীকাৰ কৰা হ'ল। এই সকলোকে সামৰিয়েই হ'ল গতিশীল জগত সংসাৰ আৰু জীৱৰ সংসাৰ ভোগ আৰু কৰ্ম্ম-বন্ধন। জীৱৰ সংসাৰ বন্ধন, কৰ্ম্মফল আৰু জন্মান্তৰ গমন—এয়েই জীৱন সম্বন্ধে বৈদিক ধাৰণা। সংসাৰাবদ্ধ জীৱৰ দুই গতি উপনিষদত দেখুৱা হৈছে। ওপৰত উল্লেখ কৰা পঞ্চাগ্নি বিদ্যাত আৰু প্ৰশ্নোপনিষদৰ সৃষ্টি আৰু তত্ত্ব

বিষয়ক আলোচনাত মনুষ্যৰ মৰণান্তৰ দুই গতি দেবযান আৰু পিতৃযান, বা অৰ্চিৰাদি মাৰ্গ আৰু ধূম্ৰাদি মাৰ্গৰ উত্তৰায়ণ আৰু দক্ষিণায়নৰ কথা আৰু উক্ত দুই গতিৰ দ্বাৰা প্ৰাপ্য ব্ৰহ্মলোক আৰু পিতৃলোকৰ ( চন্দ্ৰলোক ) কথা বৰ্ণিত আছে। প্ৰশ্নোপনিষদত কোৱা হৈছে যে প্ৰজাকাম প্ৰজাপতিয়ে সংবৎসৰ ( কাল ) সৃষ্টি কৰি দুইটি অয়ন বা পথ কৰিলে। "তদ্যেহ বৈ তদিষ্টপূৰ্ত্তে কৃতমিত্যু পাসতে তে চান্দ্ৰমসমেব লোকম ভিজায়তে ত এব পুনৰাৰ্ত্তন্তে। তস্মাদেত ঋষয়ঃ প্ৰজাকামা দক্ষিণং প্ৰতিপদ্যন্তে। এষহ বৈ ৰয়িৰ্যঃ পিতৃযানঃ।" "যিয়ে শ্ৰৌত স্মাৰ্ত্ত কৰ্ম্মাদি অনুষ্ঠান কৰে, তেওঁলোকে চন্দ্ৰলোকলৈ যায়, আৰু ( বৰ্ষফল ভোগান্তত ) ইহলোকলৈ ফিৰি আহে মন্ন ( ভোগায়তন চন্দ্ৰ ) যিটো পিতৃযান।" আৰু যি সকলে শ্ৰদ্ধা, তপস্যা, ব্ৰহ্মচৰ্য্য আদি সাধনযুক্ত হৈ সগুণ ব্ৰহ্মাপালক হয়, সেই সকলে উত্তৰ মাৰ্গেদি আদিত্য লোক পায়। সেই লোক অমৃত, অভয়, প্ৰাণলোক। ইয়াৰ পৰা পুনৰ মৰ্ত্তলৈ ফিৰি নাহে। এয়েই 'পৰাগতি' [ অৰ্থাৎ কল্পান্ত বা প্ৰলয় পৰ্য্যন্ত ব্ৰহ্মলোকত বাস কৰি প্ৰলয়ৰ সময়ত পৰব্ৰহ্মত লীন। ] ছান্দোগ্য উপনিষদত কৈছে যে মাতৃ-গৰ্ভত জন্ম লাভ কৰি মনুষ্যই আয়ুষ্কাল পৰ্য্যন্ত জীৱিত থাকে আৰু দেহান্তত স্বকৰ্ম্মাৰ্জ্জিত ফলানুযায়ী পৰলোকৰ যোগ্য গতি লাভ কৰিবলৈ চিতাগ্নিত মৃতকৰ অন্তেষ্টি ক্ৰিয়া কৰা হয়। এই চিতাগ্নিৰ ধোৱাঁৰ মাজৰ পৰাই দুই মাৰ্গ বিভিন্ন হৈ যায়। যি সকল বাণপ্ৰস্থী ব্ৰহ্মোপাসক সেই সকল অৰ্চি মাৰ্গেৰে আৰু গৃহস্থী যাজক যজমান সকলে ধূম্ৰ মাৰ্গেৰে গৈ যথাক্ৰমে ব্ৰহ্মলোক আৰু চন্দ্ৰলোক পায়। ধূম্ৰমাৰ্গ হৈছে জন্ম কৰ্ম্মফল প্ৰদায়ী মাৰ্গ। এই পথেদি জীৱই পঞ্চাগ্নিত যথাক্ৰমে আহুত হৈ পুনৰ পৃথিৱীত প্ৰাক্তনানুযায়ী উচ্চাবচ যোনী প্ৰাপ্ত হয়। আনহাতে বিপথগামী কুকৰ্ম্মকৃত সকলে উক্ত দুই গতিৰ এটাও নাপাই ক্ষুদ্ৰ ক্ষুদ্ৰ পোক-পৰুৱা আদি হয়।

ইয়াৰ ভিতৰত কেইবাটাও দাৰ্শনিক তত্ত্ব নিহিত আছে।



( ১ ) মানবাত্মাৰ অমৰত্ব ; ( ২ ) আত্মাৰ অনাদিত্ব, অৰ্থাৎ জীৱসকল কোনো ঈশ্বৰ-সৃষ্ট নহয়, ( ৩ ) আত্মাৰ পৰলোক গতি, কৰ্ম্ম বন্ধন, সংসাৰ ক্লেশ, ( ৪ ) বিশ্বৰ সৃষ্টি, স্থিতি আৰু লয়, ( ৫ ) জীৱাত্মা আৰু পৰমাত্মাৰ অভিন্নতা, ( ৬ ) সগুণ ব্ৰহ্ম আৰু নিৰ্গুণ ব্ৰহ্মৰ স্বৰূপ।

বৈদিক ধৰ্ম্মত জীৱৰ ব্ৰহ্মলোক প্ৰাপ্তিৰ কথা নাই। কেৱল স্বৰ্গাদি অনিত্য ভোগায়তনৰ কথাহে আছে। বৈদিক কৰ্ম্মকাণ্ডৰ ভিত্তিতেই পৰৱৰ্ত্তী স্মৃতিকাৰ সকলে মনুষ্যৰ তিনি ধৰণৰ [ ত্ৰিবৰ্গ যেনে ধৰ্ম্ম, অৰ্থ, কাম ] তাৰ নিৰ্ণয় কৰিছে। আনফালে উপনিষদৰ মতে মনুষ্যৰ পৰম পুৰুষাৰ্থ হৈছে মোক্ষ অৰ্থাৎ কৰ্ম্ম-বন্ধন ক্ষয় আৰু পুনৰ্জ্জন্ম জয়, যাৰ ফলত হয় পৰম অমৃত পদ লাভ। যি সকল বাণপস্থী আৰণ্যক আৰু সগুণ ব্ৰহ্মোপাসক, তেওঁলোকে ঠিক মোক্ষ নাপায়, উপাসনা ৰূপ কৰ্ম্মৰ ফল ভোগৰ অৰ্থে ব্ৰহ্মলোক পায় ; অৱশ্যে তেওঁলোকে জন্মান্তৰ জয়ী হয়। ব্ৰহ্মলোক পাৰলৌকিক ভাবেহে সত্য, পাৰমাৰ্থিক ভাবে নহয়।

উপনিষদৰ মূল লক্ষ্য পাৰমাৰ্থিক সত্যৰ নিৰ্ণয় আৰু তাৰ জ্ঞান লাভৰ পথ নিৰ্দ্দেশ। সেই সত্য হৈছে নিৰ্গুণ ব্ৰহ্ম যাৰ স্বৰূপ হৈছে "সত্যং জ্ঞানং অনন্তম্" এই ব্ৰহ্মলাভৰ উপায় হৈছে প্ৰথমে ব্ৰহ্মচৰ্য্যাদি প্ৰকৃত সাধনযুক্ত হৈ গুৰুৰ মুখৰ পৰা ব্ৰহ্মবিদ্যা শ্ৰৱণ, দ্বিতীয়তে ব্ৰহ্মতত্ত্বৰ বিৰোধী ধাৰণা সমূহ সুগভীৰ চিন্তাৰ দ্বাৰা দূৰীকৰণ অৰ্থাৎ মনন আৰু তৃতীয়তে নিদিধ্যাসন অৰ্থাৎ ধ্যান আৰু সমাধি, যাৰ ফলত ব্ৰহ্মদৰ্শন হয়। এই জ্ঞানৰ ভিতৰেদি হয় মোক্ষ, ধৰ্ম্মবন্ধন ক্ষয়। এই পথ সম্পূৰ্ণৰূপে কৰ্ম্ম-সন্ন্যাসৰ পথ, নিঃশ্ৰেয়সৰ পথ, আধ্যাত্মিক যোগ আৰু সমাধিৰ পথ। ইয়াত দেৱদেৱীৰ প্ৰতি যাগ-যজ্ঞাদি নাই, ঈশ্বৰোপসনাও নাই, কোনো ৰকমৰ অনিত্য ফল ভোগৰ কামনা নাই। ইহলোক আৰু স্বৰ্গাদি পৰলোকৰ সকলো ভোগ সুখকেই অলীক বুলি ভাৱনা কৰা হয়, কাৰণ সেই

সকলোবোৰ অনিত্য, নশ্বৰ অৰ্থাৎ অল্প। "ভূমৈব সুখম্ নাল্পে সুখমস্তি।" এই 'ভূমা'ই হৈছে জীৱৰ অন্তঃস্থ আত্মা। সেই আত্মাই ব্ৰহ্ম, তাত বাহিৰে আন একো সত্য নাই। "নেহ নানাঽস্তি কিঞ্চন।" "মৃত্যোঃ স মৃত্যুং গচ্ছতি ইহ নানেব পশ্যতি।" ই অদ্বৈত, নানাৰূপ স্থিত। আৰব যতেক ইটো সমস্তই নামৰূপ মাত্র। "বাচাৰম্ভনং বিকাৰো নাম ধেয়ং" মাত্র। ব্ৰহ্মাৰ চাৰিপাদ, আত্মাৰো চাৰি প্ৰস্থান। মাণ্ডুক্যোপনিষদত কৈছে "সৰ্বং হেতদ ব্ৰহ্ম, অয়মাত্ম ব্ৰহ্মা, সোঽয়মাত্মা চতুষ্পাদ।" আত্মাৰ জাগ্ৰতাৱস্থা প্ৰথম পাদ, স্বপ্নাৱস্থা দ্বিতীয় পাদ, সুষুপ্তি প্ৰজ্ঞানঘন প্ৰজ্ঞাৱস্থা তৃতীয় পাদ। আৰু "নান্তঃ প্ৰজ্ঞং ন বহিস্প্ৰজ্ঞং নোভয়তঃ প্ৰজ্ঞং ন প্ৰজ্ঞান ঘনং ন প্ৰজ্ঞং না প্ৰজ্ঞং। অদৃষ্টম ব্যৱহাৰ্য্যমগ্ৰাহ্যম-চিন্ত্যমব্যপদেশ্যমেকাত্মপ্ৰত্যয় সাৰং প্ৰপঞ্চোপশমং শান্তং শিৱম-দ্বৈতং চতুৰ্থংমন্যন্তে। স আত্মা। স বিজ্ঞেয়।" অৰ্থাৎ যি বাহ্যানুভূতি বা অন্তৰানুভূতি সম্পন্ন নহয়, জ্ঞাতাও নহয়, অজ্ঞাতাও নহয়, প্ৰাজ্ঞও নহয়, অপ্ৰাজ্ঞও নহয়; যি অদৃশ্য, অব্যৱহাৰ্য্য, অগ্ৰাহ্য, অনিৰ্দ্দেশ, মাত্র আত্মপ্ৰত্যয় সাৰ, প্ৰপঞ্চাতীত, শান্ত, শিৱ, অদ্বৈত, সেয়েই চতুৰ্থপাদ আত্মা, সেই আত্মাই বিজ্ঞেয়।" এই 'তুৰীয়' বা চতুৰ্থ আত্মাই হে ভূমা বা ব্ৰহ্ম নিত্য চৈতন্য স্বৰূপ, আনন্দময়। এই হৈছে ব্ৰহ্মাৰ আধ্যাত্মিক নিৰ্ণয়। ব্ৰহ্মজ্ঞান দেখুৱা হৈছে তৈত্তীৰীয়োপনিষদত।

আন হাতে আধিদৈৱত ৰূপেও পৰব্ৰহ্ম জ্ঞান দৰ্শিত হৈছে—নানাভাৱে। তাৰ ভিতৰত মুণ্ডকোপনিষদত "হিৰন্ময়ে পৰেকোলে বিৰজং ব্ৰহ্মনিষ্কলম্। তুচ্ছভ্ৰং জ্যোতিষাং জ্যোতিস্তদ যদাত্মবিদো বিদুঃ।" অৰ্থাৎ জ্যোতিৰ্ম্ময় শ্ৰেষ্ঠ কোশৰ ভিতৰত ৰজঃশূন্য (অবিদ্যাৰূপী, মলবিহীন), কলাৱহিত (নিৰবয়ব) ব্ৰহ্ম অৱস্থিত। সেই শুভ্ৰ, জ্যোতিৰ্লোক সমূহৰ জ্যোতিকেই আত্মবিদ্ সকলে জানে। "ন তত্ৰ সূৰ্য্যোভাতি ন চন্দ্ৰ তাৰকং নেমা বিদ্যুতো ভান্তি কুতোঽয়



মগ্নিঃ। তমেৱভান্তমনুভাতি সৰ্ব্বং তস্য ভাসা সৰ্ব্ব মিদং বিভাতি॥" সেই "গুহাস্থিত, গহ্বৰেষ্ঠ" ব্ৰহ্মত "চন্দ্ৰ সূৰ্য্য তাৰা, বিদ্যুৎ অগ্নি আদি নাই; অথচ ব্ৰহ্মাৰ জ্যোতিতেই সমস্ত জ্যোতিষ্মান। তাৰ আলোকতে সমগ্ৰ বিশ্ব প্ৰকাশমান।" তৈত্তীৰীয় উপনিষদত কৈছে যে ব্ৰহ্মাৰ পৰাই ক্ৰমে আকাশ, বায়ু, অগ্নি, পৃথিৱী, শস্যাদি আৰু জীৱৰূপে মনুষ্যৰ উদ্ভৱ হৈছে। সেয়ে মানুহৰ অন্নগত শৰীৰ। এই অন্নময় শৰীৰৰ অন্তৰ্গত হৈছে মনোময় কোষ, তাৰ অন্তৰ্গত বিজ্ঞানময় কোষ, তাৰ অন্তৰ্গত হৈছে আনন্দময় আত্মা। উক্ত উপনিষদত বৰুণ-পুত্ৰ ভৃগুক ব্ৰহ্ম-বিদ্যাৰ উপদেশ, অন্নময়, প্ৰাণময়, মনোময়, বিজ্ঞানময় আৰু আনন্দময় ব্ৰহ্মাৰ স্বৰূপ নিৰ্ণয়ৰ দ্বাৰা আধিভৌতিক দৃষ্টিত জ্ঞাপন কৰিছিল।

বিভিন্ন উপনিষদত আত্মজ্ঞান তথা ব্ৰহ্মজ্ঞানৰ পাৰমাৰ্থিক নিৰ্ণয় যদিও মূলত এক তথাপি তাক নানা ভাৱে নানা ৰূপকৰ ভিতৰেদি ব্যক্ত কৰা হৈছে। সেয়ে আপাতঃদৃষ্টিত সেইবোৰৰ ভিতৰত কিছু স্ববিৰোধিতা দৃষ্ট হয়। কিন্তু আত্মা অব্যক্ত আৰু গুণাতীত হোৱাৰ কাৰণে বক্তা আৰু শ্ৰোতাৰ বিভিন্ন মানসিক সংস্কাৰাদিৰ পটভূমিত বিভিন্ন ধৰণেৰে ৰূপকাদিৰে তাৰ প্ৰকাশৰ প্ৰয়াস কৰিছে। মুণ্ডোকপনিষদত জীৱ আৰু আত্মাৰ নিৰ্ণয় কৰিছে দুই পখীৰ ৰূপকৰ দ্বাৰা। 'দ্বা সুপৰ্ণা সবুজা সখায়া সমানং বৃক্ষং পৰিষস্বজাতে। তয়োৰণ্যঃ পিপ্পলং স্বাদত্য-নশ্নন্যো অভিবাকশীতি।" "এক (দেহৰূপী) বৃক্ষকে দুইটি সদাযুক্ত আৰু একেই নামযুক্ত (সখিৰূপ, অৰ্থাৎ একেই চৈতন্য নামধাৰী) পখীয়ে আলিঙ্গন কৰি আছে। এটা পখীয়ে সেই বৃক্ষৰ স্বাদু ফল ভোগ কৰে, আৰু অন্যটিয়ে ফল নাখাই কেৱল দৰ্শন কৰে।" ইয়াত সংসাৰভোগী জীৱৰ ভিতৰত থকা সংসাৰাতিৰিক্ত প্ৰকৃত সাক্ষী চৈতন্যক (আত্মাক নিৰ্দ্দিষ্ট কৰা হৈছে); যদিও উপৰুৱা ভাৱে চালে ইয়াত জীৱাত্মা আৰু পৰ-মাত্মাৰ বিভিন্নতাহে দেখুৱা যেন লাগে। কিন্তু দৰাচলতে এই

উপদেশৰ মুখ্য উদ্দেশ্য বৈদিক কৰ্ম্মৰ ঐকান্তিকতাৰ পৰা শিষ্যৰ দৃষ্টি জীৱৰ প্ৰকৃত ভোগাতীত নিষ্কাম চৈতন্যৰ প্ৰতি আকৰ্ষণ কৰাহে। কাৰণ, তাৰ পিচতেই উপদেশ কৰা হৈছে "যদা পশ্যঃ পশ্যতে ৰুক্মবৰ্ণং কৰ্ত্তাৰমীশং পুৰুষং ব্ৰহ্মযোনিম্। তদা বিদ্বান পুণ্যপাপে বিধূয় নিৰঞ্জনঃ পৰমং সাম্যমুপৈতি।" অৰ্থাৎ "যি সাধকে সেই সুবৰ্ণজ্যোতি জগৎকাৰণ ঈশ্বৰ পুৰুষক দৰ্শন কৰে, সেই বিদ্বান পাপপুণ্যৰ অতীত হৈ আৰু নিৰঞ্জন হৈ (কৰ্ম্মশূন্য হৈ) পৰম সাম্যাৱস্থা পায়। বৈদিক পাপ-পুণ্যৰ অভাৱে আত্মদৰ্শী জ্ঞানীক স্পৰ্শ কৰিব নোৱাৰে। বৈদিক ক্ৰিয়া আৰু সুখভোগেচ্ছা আদিৰ পৰা মুক্ত হৈ আত্মানুশীলনশীল, আত্মপৰায়ণ আৰু আধ্যাত্মযোগ যুক্তাত্মা হোৱাটোৱেই শ্ৰেষ্ঠ জ্ঞানীৰ লক্ষণ। "আত্মক্ৰীড়ঃ আত্মৰতি ক্ৰিয়াবান এষ ব্ৰহ্মবিদ্যাং বৰিষ্ঠঃ॥"

কঠোপনিষদত যমে নচিকেতাক আত্মতত্ত্বৰ উপদেশ, বিশেষকৈ ৰথ আৰু ৰথীৰ ৰূপকেৰে দিছে।

"আত্মানং ৰথিনং বিদ্ধি শৰীৰং ৰথমোতু।
বুদ্ধিং তু সাৰথিং বিদ্ধি মনঃ প্ৰগহমেবচ॥
ইন্দ্ৰিয়ানি হয়নাহুৰ্বিষয়ং স্তেষু গোচৰান্।
আত্মেন্দ্ৰিয় মনোযুক্তং ভোক্তেত্যাহুৰ্ম নীষিনঃ॥"

অৰ্থাৎ "শৰীৰ হৈছে ৰথ, আত্মাই ৰথী, বুদ্ধি সাৰথি, মন ৰশ্মি বা লাগাম, ইন্দ্ৰিয়সমুহ ঘোৰা আৰু ইন্দ্ৰিয়াৰ্থ সমূহ হৈছে ঘোৰাৰ সঞ্চাৰণ পথ, মন আৰু ইন্দ্ৰিয় যুক্ত আত্মাকেই ভোক্তা বুলি কোৱা হয়।" ইয়াত আত্মাক বুদ্ধি, মন, ইন্দ্ৰিয় আৰু ইন্দ্ৰিয়াৰ্থৰ পৰা পৃথক কৰি দেখুৱা হৈছে। আকৌ—

"ইন্দ্ৰিয়েভ্যঃ পৰা হ্যৰ্থা অৰ্থেভ্যশ্বৰ পৰং মনঃ।
মনসস্তু পৰা বুদ্ধি বুৰ্দ্ধেৰাত্মা মহান পৰঃ॥
মহতঃ পৰমব্যক্তম ব্যক্তাৎ পুৰুষঃ পৰঃ
পুৰুষান্ন পৰং কিঞ্চিৎ সাকাষ্ঠা সা পৰা গতিঃ।"



ইন্দ্ৰিয়তকৈ ইন্দ্ৰিয়াৰ্থ সমূহ শ্ৰেষ্ঠ, অৰ্থ সমূহতকৈ মন শ্ৰেষ্ঠ, মনতকৈ বুদ্ধি শ্ৰেষ্ঠ, বুদ্ধিতকৈ আত্মা (হৃদয়স্থিত অনু আত্মা) শ্ৰেষ্ঠ, আত্মাতকৈ অব্যক্ত (আত্মাৰ সুষুপ্তি অৱস্থা) শ্ৰেষ্ঠ, অব্যক্ততকৈ পুৰুষ (আনন্দময় স্বপ্ৰকাশ আত্মা) শ্ৰেষ্ঠ। পুৰুষতকৈ পৰম একো নাই। সেই পুৰুষেই শ্ৰেষ্ঠ আৰু পৰম গতি। ইয়াত আকৌ আত্মা, অব্যক্ত আৰু পুৰুষৰ পাৰ্থক্য নিৰ্ণয় কৰা হৈছে, যদিও দৰাচলতে এই বিনষ্টতাৰ ভিতৰত বস্তুগত পাৰ্থক্য সাধাৰণতে কৰা নহয়। ইয়াত আত্মা মানে লিঙ্গশৰীৰ-যুক্ত পুৰুষক অৰ্থাৎ জীৱাত্মাক, অব্যক্ত মানে জীৱাত্মাৰ সুষুপ্তিৰ অৱস্থাত আৰু পুৰুষ মানে নিৰু-পাধিক নিগুৰ্ণ আত্মাক বুজাইছে। বুদ্ধি, মন, অহঙ্কাৰ আৰু সুক্ষেন্দ্ৰিয় সমূহৰ সমষ্টিয়েই হৈছে লিঙ্গশৰীৰ, যাক আশ্ৰয় কৰিয়েই আত্মাৰ সংসাৰ ভোগ আৰু কৰ্ম্মবন্ধন। এই লিঙ্গ-শৰীৰ স্থূল দেহতকৈ বেলেগ আৰু ইয়াৰ ৰূপ জ্যোতিৰ্ম্ময়। জীৱৰ মৃত্যুৰ সময়ত স্থূল শৰীৰ এৰি জীৱাত্মাই জন্মান্তৰৰ ভোগ-ক্ষেত্ৰলৈ গমন কৰে। এই লিঙ্গশৰীৰ-যুক্ত জীৱাত্মাক বৃহদাৰণ্যক উপনিষদত পুৰুষ বুলি অভিহিত কৰা হৈছে। "দ্বেবাব ব্ৰহ্মনোৰূপে মূৰ্ত্তঞ্চে-বামূৰ্ত্তঞ্চ মৰ্ত্যাঞ্চামৃতঞ্চ, স্থিতঞ্চ যচ্চ সচ্চ ত্যচ্চ।" অৰ্থাৎ "ব্ৰহ্মৰ দুই ৰূপ মূৰ্ত্ত আৰু অমূৰ্ত্ত, মৰ আৰু অমৰ, স্থিতিশীল আৰু গতিশীল (পৰিচ্ছন্ন আৰু অপৰিচ্ছন্ন), প্ৰত্যক্ষ আৰু প্ৰত্যক্ষাতীত।" অধি-দৈৱত আৰু আধ্যাত্মিক এই দুই দৃষ্টিতে ব্ৰহ্মক উক্ত দুই ৰূপে দেখুৱা হৈছে। একৰূপ ব্ৰহ্ম হৈছে বিশ্বাবয়ব ভূত সমূহ আৰু তাৰ সাৰ সূৰ্য্য, অৰ্থাৎ বিৰাট, অন্য ৰূপে ব্ৰহ্ম হৈছে বায়ু আৰু অন্তৰীক্ষ আৰু তাৰ সাৰ স্বৰূপ সূৰ্য্যমণ্ডলস্থিত পুৰুষ। অধ্যাত্ম দৃষ্টিত মূৰ্ত্ত ৰূপে ব্ৰহ্ম হৈছে ভূতসমূহ আৰু ভূতশ্ৰেষ্ঠ চক্ষু, অমূৰ্ত্ত ৰূপত ই হৈছে দেহমধ্যস্থ বায়ু আৰু আকাশ আৰু তাৰ স্বৰূপ অক্ষিপুৰুষ। এই পুৰুষৰ ৰূপ অগ্নিশিখাৰ নিচিনা, বিদ্যুতৰ নিচিনা, পদ্মৰ নিচিনা ইত্যাদি। লিঙ্গশৰীৰঃঅৰ্থাৎ মন-বুদ্ধি-অহঙ্কাৰাদি সূক্ষ্মভূত

সম্ভূত আৰু সেই কাৰণে অচেতন। হিন্দুৰ ধৰ্ম্মীয় আৰু দাৰ্শনিক চিন্তাধাৰাত মন বুদ্ধি আদি বৃত্তিক অচেতন জড়পদাৰ্থ বুলি ধৰা হয়। পাশ্চাত্য দাৰ্শনিক চিন্তাধাৰাত বুদ্ধিকেই আত্মাৰ গুণ বা আত্মা-স্বৰূপ বুলি আৰু জড় পদাৰ্থৰ সম্পূৰ্ণ বিপৰীত বুলি ধৰা হয়। জীৱৰ স্থূলশৰীৰ আৰু সূক্ষ্মশৰীৰৰ প্ৰভেদৰ ধাৰণা স্বপ্ন-দৰ্শনৰ অভিজ্ঞতাৰ পৰা উদ্ভৱ হয়। স্বপ্ন-দ্ৰষ্টাই স্থূল-শৰীৰৰ সুপ্তাৱস্থাত বিভিন্ন ঠাইত বিচৰণ কৰাৰ অভিজ্ঞতাক বুজিবৰ কাৰণে চেতনাৰ অৱলম্বন হিচাবে এই ধৰণৰ দ্বিতীয় শৰীৰ কল্পনা কৰা হৈছে. আৰু স্বপ্নাতীত সুষুপ্তিৰ অৱস্থাত বুদ্ধি বৃত্তি আদিৰ কোনো ৰূপ বা ক্ৰিয়া নথকাত আত্মা বা চিৎশক্তিক বুদ্ধি আদিতকৈ বেলেগ অব্যক্ত ৰূপে অৱস্থিত পৰম সুখানুভূতি স্বৰূপ বুলি ধাৰণা কৰা হৈছে। কাৰণ, সুপ্তাৱস্থাত যদি চেতনা একেবাৰে নাথাকিলহেঁতেন, তেন্তে সুপ্তোস্থিত অৱস্থাত 'বৰ ভাল টোপনি আহিছিল', এই জ্ঞানৰ উদয় নহলহেতেঁন। কিন্তু সুষুপ্তিৰ অৱস্থাত যদিও লিঙ্গ-শৰীৰ অচেতন হৈ থাকে আৰু আত্মা নিৰ্ব্বিকল্প হৈ থাকে, তথাপি চেতনাই লিঙ্গ-শৰীৰতেই উপস্থিত বা অধিগতহৈ থাকে, লিঙ্গশৰীৰক অতিক্ৰম কৰি যাব নোৱাৰে। গতিকে সুষুপ্তিয়ে আত্মাৰ বন্ধন দৰ্শায়। কেৱল ব্ৰহ্মজ্ঞানৰ উপলব্ধিৰ দ্বাৰায়হে আত্মাৰ লিঙ্গদেহ ভঙ্গ হয়, মোক্ষ হয়। এয়ে আত্মাৰ তুৰীয় অৱস্থা। এই আত্মা পাপশূন্য, প্ৰিয়া-নপ্ৰিয়, ধৰ্ম্মাধৰ্ম্ম আদিৰ অতীত নিৰ্গুণ, নিৰূপাধিক, আনন্দময়।

মন, বুদ্ধি আদিৰ পৰা আত্মাৰ পৃথকত্ব নিৰ্ণয় উপনিষদত আৰু এক ৰূপে কৰা হৈছে অৰ্থাৎ জ্ঞাতা আৰু জ্ঞেয়ৰ, বিষয়ী আৰু বিষয়ৰ প্ৰভেদ নিৰ্ণয় কৰি। মানুহৰ চেতনাত বিভিন্ন অৱস্থাত বিভিন্ন প্ৰকাৰে ভিন ভিন ধৰণৰ জ্ঞানৰ উদয় হয়—যেনে স্বপ্নাৱস্থাৰ জ্ঞান, জাগ্ৰত অৱস্থাৰ ইন্দ্ৰিয়জ্ঞান, বুদ্ধিগ্ৰাহ্য আনুমানিক জ্ঞান, শাস্ত্ৰাদিৰ পৰা লব্ধ শ্ৰৱণজ্ঞান, যোগসাধনাৰ দ্বাৰা লব্ধ অলৌকিক জ্ঞান ইত্যাদি। এই সমুদয় ধৰণৰ জ্ঞানতে জ্ঞেয় বস্তুৰ আৰু জ্ঞাতাৰ



আৰু দুইৰো সম্পৰ্কত উৎপন্ন হোৱা জ্ঞানৰ ভিতৰত পৰস্পৰিক প্ৰভেদ আৰু সম্পৰ্ক নিৰ্ণয় কৰাটোৱেই হৈছে ভাৰতীয় আৰু পাশ্চাত্য দৰ্শনৰ এটা প্ৰধান সমস্যা। ইয়াক বিজ্ঞানতত্ব (Epistemology) বোলা হয়। উপনিষত এই জ্ঞানতত্বৰ নিৰ্ণয়ৰ বাবে তৰ্ক বা যুক্তি ব্যৱহৃত হোৱা নাই, কেৱল এই সম্বন্ধে উপদেশহে আছে। কেন উপনিষদত কোৱা হৈছে যে আত্মাই চক্ষুকৰ্ণাদিক জ্ঞেয় বিষয়লৈ ধাবিত কৰায়, ই চক্ষুৰো চক্ষু, মনৰ মন, বুদ্ধিত বুদ্ধি; যাৰ দ্বাৰা চকুৱে দেখে, কৰ্ণই শ্ৰৱণ কৰে, মনে চিন্তা কৰে অথচ যাক চকুৱে নেদেখি, কাণেৰে নুশুনি, মনেৰে চিন্তা কৰিব নোৱাৰি। সেয়েই ব্ৰহ্ম—

"যন্মনসা ন মনুতে যেনাহুৰ্মনোমতম্।
তদেব ব্ৰহ্ম ত্বং বিদ্ধি নেদং যদি দমুপাসতে॥
যচ্চক্ষুষা ন পশ্যতি যেন চক্ষুংষি পশ্যতি।
তদেব ব্ৰহ্মত্বং বিদ্ধি নেদং যদিদ মুপাসতে।"

বৃহদাৰণ্যক উপনিষদত আত্মাক বিজ্ঞাতাৰূপে বিজ্ঞেয়ৰপৰা আৰু বুদ্ধি আদি জ্ঞানৰ সাধন সমূহৰ পৰা পৃথক কৰি নিৰ্ণয় কৰিছে। "যেনেদং সৰ্বং বিজানতিতং কেন বিজানীয়াদ বিজ্ঞাতাৰমৰে কেন বিজানীয়াদিতি।" যাৰ দ্বাৰা এই সমস্তকেই জনা যায় তাক কেনেকৈ জনা যাব, বিজ্ঞাতাক কি দৰে জনা যাব? অৰ্থাৎ বিজ্ঞাতাই সদায় বিজ্ঞেয়কহে জানে, জ্ঞানতকৈ পৃথক বা অপৰ যি বস্তু বা বিষয় তাকেহে জানে; আৰু জ্ঞান যিহেতু বিষয়তকৈ বেলেগ, সেই হেতু জ্ঞানক আৰু জ্ঞাতাক জ্ঞেয় বিষয়ৰূপে কেনেকৈ জনা যাব। অৰ্থাৎ জ্ঞাতাক বুদ্ধি মন ইন্দ্ৰিৰ আদিৰ দ্বাৰা জানিব নোৱাৰি, কোনো ৰকম লৌকিক উপায়ে অৰ্থাৎ প্ৰত্যক্ষ অনুমান আদিৰ দ্বাৰা জানিব নোৱাৰি। সেইবাবে আত্মা যে একেবাৰেই জ্ঞানাতীত বা অজ্ঞেয় নহয়। সাধাৰণ লৌকিক জ্ঞানত এনেধৰণে কোৱা হয়, "এইটো গৰু বা গৰু এনেধৰণৰ, এইটো ঘোৰা বা ঘোৰা এনেধৰণৰ," ইয়াত

দৰ্শন জনিত জ্ঞান বা গুণক্ৰিয়া আদিৰ দ্বাৰা জ্ঞান হয়। আত্মাক এনেদৰে দৰ্শন কৰিব নোৱাৰি। "নদৃষ্টেৰ্দ্ৰষ্টাৰং পশ্যেৰ্ণতেশ্ৰুতেঃ শ্ৰোতাৰং শৃণুয়া নমতেৰ্মন্তাৰং মন্বীথা ন বিজ্ঞতেৰ্বিজ্ঞাতাৰং বিজানীয়াঃ" (বৃহদাৰণ্যক)। "দৃষ্টিৰ দ্ৰষ্টাক কোণেও দেখা নাপায়, শ্ৰৱণৰ শ্ৰোতাক শুনা নাপায়, মনৰ মনক চিন্তা কৰা নাযায়, বুদ্ধিৰ বিজ্ঞাতাক কোনেও জানিব নোৱাৰে।"

কিন্তু সেই বুলি আত্ম-জ্ঞান অসম্ভৱ নহয়। কাৰণ ই নিজৰ আলোকৰ বিষয়ক বা জ্ঞেয়-বস্তুক আলোকিত কৰাৰ উপৰিও নিজৰ জ্যোতিৰেই আত্মা স্বপ্ৰকাশ, ভাস্বৰ, আত্মদৰ্শন হৈছে অলৌকিক দৰ্শন। এই জ্ঞান উদয়ৰ কাৰণে উপনিষদৰ নিৰ্দ্দেশিত পথ হৈছে শ্ৰৱণ, মনন আৰু নিদিধ্যাসন। "আত্মা বা মৰে দ্ৰষ্টবঃ শ্ৰোতব্যো মন্তব্যো নিদিধ্যাসিতব্যঃ।" (বৃহদাৰণ্যক) শ্ৰৱণ হৈছে ব্ৰহ্মতত্ত্ব বিষয়ক বেদান্ত বাক্য শ্ৰৱণ। শ্ৰৱণ ব্যতীত ব্ৰহ্মজ্ঞান লাভৰ অন্য উপায় নাই। ই অন্য সকলো ৰকমৰ জ্ঞানৰেই অতীত। মনন বা যুক্তি-সন্মত বিচাৰৰ দ্বাৰা শ্ৰুতি বাক্য সম্বন্ধে সন্দেহৰ নিবাকৰণ আৰু চিত্তত এই জ্ঞানৰ দৃঢ়তা সাধন। ইয়াৰ ফলত সাধকৰ বিকল্পজ্ঞান দূৰ হৈ চিত্ত সমগ্ৰভাবে ব্ৰহ্মজ্ঞানত পৰিনিষ্ঠিত হয়। এই নিশ্চয়াত্মক ব্ৰহ্মজ্ঞানৰ নিয়ত ধ্যানৰ দ্বাৰা ব্ৰহ্মদৰ্শন লাভ হয়। এই পথ অতি দুৰ্গম, কিন্তু ইয়েই হৈছে জীৱৰ পৰমপদ, অমৃতত্ব লাভ। "উত্তিষ্ঠতঃ জাগ্ৰত প্ৰাপ্যবৰাণ নিবোধত। ক্ষুৰস্য ধাৰা নিশিতা দুৰত্যয়া দুৰ্গমং পথস্তৎ কবয়ো বদন্তি।" (কঠোপনিষদ)। "নায়মাত্মা প্ৰবচনেন লভ্যো ন মেধয়া ন বহুনা শ্ৰুতেন।" (মুণ্ডক)। "শাস্ত্ৰাধ্যয়নৰ দ্বাৰা বা বুদ্ধিৰ দ্বাৰা বা বেদাদি শ্ৰৱণৰ দ্বাৰাও আত্ম-জ্ঞান লাভ কৰিব নোৱাৰি।"

ব্ৰহ্মপ্ৰাপ্তিৰ পথ হৈছে নিবৃত্তিৰ পথ। নৈস্কৰ্ম আৰু সন্ন্যাসৰ পথ; ই লৌকিক বা পাৰলৌকিক সুখ লাভৰ সাধনা নহয়। ই অলৌকিক আত্মজ্ঞানৰ পথ। এই ধাৰণা পাশ্চাত্য ব্ৰহ্মবিজ্ঞানবাদী



অধ্যাত্মবাদৰ (absolute idealism) লগত নিমিলে। পাশ্চাত্য ব্ৰহ্মবিজ্ঞানবাদৰ প্ৰধান প্ৰতিষ্ঠাতা হৈছে হেগেল (Hegel)। বিজ্ঞাতা বা আত্মা সম্বন্ধে হেগেলৰ ধাৰণা বিশেষকৈ তেওঁৰ পূৰ্ব্বৱৰ্ত্তী কাণ্টৰ (Kant) ধাৰণাৰ ওপৰত প্ৰতিষ্ঠিত। কাণ্টৰ মতে জ্ঞাতৃৰূপ চৈতন্যই ইন্দ্ৰিয়াৰ্থ সমূহৰ সংহতি বিধান কৰি সেই-বোৰক কাৰ্য্য-কাৰণ সম্বন্ধৰ ভিতৰেদি বিষয়ৰূপে প্ৰকাশিত কৰে, আৰু যিহেতু চেতনাই প্ৰকৃত জ্ঞানৰ ভেটি, সেইহেতু চেতনা সম্বন্ধে কোনো ৰকমৰ প্ৰাকৃত জ্ঞান হব নোৱাৰে। চেতনা অজ্ঞেয়, অথচ সকলো বস্তুনিষ্ঠ জ্ঞানৰ ভেটি। এই চেতনা বিষয়ী, জ্ঞান-কৰ্ত্তা (Subject), ই বিষয় বা পদাৰ্থ, thing, substance) নহয়, ই নামৰূপাতীত। এই পৰ্য্যন্ত চেতনা সম্বন্ধে কাণ্টৰ ধাৰণা উপনিষদীয় বিষয়ী বা বিজ্ঞাতৃ চৈতন্যৰ ধাৰণাৰ লগত মূলতঃ একে। কিন্তু এই চেতনাৰ স্বৰূপ কোনো ৰকমৰ অলৌকিক অপৰোক্ষ জ্ঞানৰ দ্বাৰা জানিব নোৱাৰি। ইয়াৰ স্বৰূপ প্ৰকাশ হয় কৰণীয় নৈতিক কৰ্ম্মৰ যি চিৰন্তনীয় আৰু অলঙ্ঘনীয় বিবেক—নিৰ্দ্ধাৰিত বিধান, তাৰ ভিতৰেদি শ্ৰেয়ঃ। আৰু মঙ্গলকৰ্ম্মৰ যি বিধান সি চেতনাৰ স্বাধীন বিধান, কোনো ঈশ্বৰ, বা ধৰ্ম্মশাস্ত্ৰ বা ৰাষ্ট্ৰীয় শক্তিৰ বিধান নহয়। এই বিধান অনুসৰি কাম কৰাৰ ভিতৰেদিহে মানুহে প্ৰকৃতভাবে আত্মোপলব্ধি আৰু পৰমগতি লাভ কৰে। নৈতিক-কৰ্ম্মই জীৱৰ পৰম পথ (উপনিষদৰ মতে অপৰাগতিহে। অৱশ্যে সুকৃত বেদ-বিহিত কৰ্ম্ম কৰাটো অকৰ্ম্ম বা বিকৰ্ম্মতকৈ বিশেষভাবে বাঞ্ছনীয়। কিন্তু শ্ৰেয়ঃ কৰ্ম্মৰ বিধান শ্বাশ্বত, অনাদি, ইবোৰ কোনো মানবীয় বিবেকৰ বিধান নহয়।)

হেগেলৰ মতে চেতন-ব্ৰহ্মই (the absolute idea) পৰমাৰ্থ সত্বা (Being)। কিন্তু নিৰ্গুণ চেতনা স্বপ্ৰকাশ বা স্বজ্ঞান সম্পন্ন হব নোৱাৰে। কাৰণ যি কোনো জ্ঞানেই বস্তুৰ ক্ৰিয়াদিক অবলম্বন কৰিহে হয়। গুণক্ৰিয়া ৰহিত বস্তু অবস্তুৰ নামান্তৰহে মাত্ৰ

( Being is identical with non-being )। সেয়ে সত্তাস্বৰূপ আদি চৈতন্যই নিজৰ আত্মপ্ৰকাশৰ বাবে নিজৰেই ভিতৰৰ পৰা আত্মবিকল্প ( the other ) ৰূপে বস্তুজগতৰ উদ্ভৱ কৰে। এইদৰে জ্ঞাতৃচৈতন্যই আৰু জ্ঞাতবস্তু-জগতৰ প্ৰাৰম্ভিক প্ৰভেদৰ ভিতৰেদি আদি-চৈতন্যই নিজকে প্ৰকাশ কৰে, আত্মোপলব্ধি কৰে। এই উপলব্ধিৰ প্ৰকাশ হয় মানৱ-চৈতন্যৰ ক্ৰমবিকাশৰ ভিতৰেদি। জড়-চৈতন্যৰ ভিতৰেদি ক্ৰমে সময়ৰ ধাৰাবাহিকতাৰ সময়াতীত চেতনাই বহুধা বিভক্ত বাস্তৱ ৰূপ পায়। এই ধাৰণা হৈছে "সৰ্ব্বং খল্বিদং ব্ৰহ্ম, অয়মাত্মা ব্ৰহ্ম" এই উপনিষদীয় ধাৰণাৰ লগত একে। হেগেলৰ মতে জগত সৃষ্টি নহয়, ব্ৰহ্মৰ আত্মবিকাশ আৰু প্ৰকাশহে মাথোন। উপনিষদীয় সৃষ্টি সৃষ্টিতত্ত্বৰ লগত ইয়াৰ কিছু মিল আছে। যেনে :—

"অসদ্বা ইদমগ্ৰ আসীৎ। ততোধৈ সদজায়তে।
তদাত্মানং স্বয়মকুৰুত। তস্মাত্তৎ সুকৃতমুচ্যতে॥"

অৰ্থাৎ "আদিতে অসৎ আছিল ; অসতৰ পৰা সত ( জগত ) উদ্ভৱ হ'ল। তাৰ পৰাই আত্মা স্বয়ং সৃষ্ট হল। সেয়ে আত্মাক সুকৃত বোলে।" ইয়াত অসৎ শব্দৰ অৰ্থ শূন্যতা বা অস্তিত্বহীনতা নহয়, মাত্ৰ অস্তিত্বৰ হেতুভূত অব্যাকৃত সত্তা ( Being ), যি সত্তা অপ্ৰকাশ কাৰণে অসৎ ( Non-being )। উপনিষদৰ মূল ধাৰণা হৈছে যে অনস্তিত্বৰ পৰা অস্তিত্ব জন্মিব নোৱাৰে আৰু সেই কাৰণে সমগ্ৰ অস্তিত্বৰ মূল হিচাবে ব্ৰহ্মক স্বীকাৰ কৰা হৈছে। এই ধাৰণা বৌদ্ধ মতবাদৰ বিপৰীত। বৌদ্ধ মতবাদৰ মতে আত্মা ব্ৰহ্ম আদি একো নাই। গতিশীল অস্তিত্ব সমূহৰ কোনো পাৰমাৰ্থিক ভিত্তি নাই। বেদান্তৰ মতে কাৰ্য্যৰূপ জগতৰ কোনো তাত্ত্বিক ভিত্তি থাকিবই লাগিব। হেগেলৰো মূল স্বতঃসিদ্ধ সেইটোৱেই—যে জগতৰ কোনো এক মূল ভিত্তি থাকিবই লাগিব, আৰু সেই ভিত্তি হৈছে বিজ্ঞানময় সত্তা ( Reason, Idea )। অৱশ্যে



হেগেলৰ মতে এই সত্তা হৈছে বিজ্ঞান-চৈতন্য, বিজ্ঞানাতীত শুদ্ধ-চৈতন্য নহয়। বিজ্ঞান-চৈতন্য স্বপ্ৰকাশ বা ভাস্বৰ হব নোৱাৰে। সেইকাৰণে আত্মচৈতন্য উপলব্ধিৰ বাবে উক্ত বিজ্ঞান-চৈতন্যই বিষয়ভূত হয়, দেশ-কালগত অনাত্ম জগতৰূপে বিকশিত হৈ নিজৰ ভিতৰতে জ্ঞাতা আৰু জ্ঞেয়ৰ, বিষয়ী আৰু বিষয়ৰ বিৰোধ সৃষ্টি কৰি সেই বিষয়জ্ঞানৰ ভিতৰেদিহে নিজকে জ্ঞাতাৰূপে উপলব্ধি কৰে। অৰ্থাৎ জ্ঞেয় নাথাকিলে জ্ঞান নাথাকে, আৰু জ্ঞান নাথাকিলে জ্ঞাতাই নিজৰ অস্তিত্বকেই জানিব নোৱাৰে। হেগেলে বিষয়গত যুক্তিবাদী পৰোক্ষ জ্ঞানৰ অতিৰিক্ত কোনোৰকমৰ অলৌকিক অপৰোক্ষ জ্ঞানৰ অস্তিত্ব স্বীকাৰ নকৰে। বেদান্তৰ মতে ব্ৰহ্ম স্বপ্ৰকাশ অৰ্থাৎ জ্ঞাতৃ হিচাবেই স্বীয় অস্তিত্বৰ অনুভৱশীল আনন্দময় ৰূপে। ব্ৰহ্মৰ আত্মজ্ঞানৰ বাবে অনাত্ম বিষয়ভূত জগতৰ কোনো প্ৰয়োজন নাই। জগত সৃষ্টি নহলেও ব্ৰহ্ম কূটস্থ ভাবেই পূৰ্ণ। প্ৰায়বোৰ উপনিষদৰ আৰম্ভনীৰ আগতে শান্তিপাঠৰ মন্ত্ৰটোতে ব্ৰহ্মৰ শাশ্বত পূৰ্ণতাৰ প্ৰশস্তি আছে—

"ওঁ পূৰ্ণমদঃ পূৰ্ণমিদং পূৰ্ণাৎ পূৰ্ণমুদচ্যতে।
পূৰ্ণস্য পূৰ্ণমাদায় পূৰ্ণমেবাবশিষ্যতে॥

অৰ্থাৎ কাৰণভূত ব্ৰহ্মপূৰ্ণ, বিশ্বাকাৰে ব্যাকৃত কাৰ্য্যব্ৰহ্মপূৰ্ণ, কাৰণ-ব্ৰহ্মৰ পৰা কাৰ্য্যব্ৰহ্মৰ উৎপত্তি হয়। পূৰ্ণৰ পৰা ( কাৰণ-ব্ৰহ্মৰ পৰা ) পূৰ্ণক ( কাৰ্য্যব্ৰহ্মক ) বেলেগ কৰি ললেও পূৰ্ণ অৱশিষ্ট থাকে।

ইয়াতে স্বাভাৱিকতে প্ৰশ্ন উঠে যে ব্ৰহ্মৰ পূৰ্ণতাৰ বাবে জগতৰ কোনো প্ৰয়োজন নাথাকে, তেন্তে জগতৰ উৎপত্তি বা সৃষ্টিৰ মূল প্ৰয়োজন কি ? প্ৰচলিত আধ্যাত্মবাদী কৈছে যে জগত সৃষ্টি হৈছে পৰমব্ৰহ্মৰ লীলা। এই ধাৰণাক উপনিষদৰ পৰৱৰ্ত্তী ব্ৰহ্মসূত্ৰত স্পষ্টভাবে নিৰ্ণীত কৰা হৈছে। যেনে "নতু প্ৰয়োজন বত্তাৎ।" অৰ্থাৎ ব্ৰহ্মৰ কোনো অভাৱ বোধ বা প্ৰয়োজন কাৰণে জগত সৃষ্টি

হোৱা নাই। "লোকবত্তু লীলাকৈবল্যম।" এই লোক সৃষ্টি কেৱল লীলা মাত্ৰ। কিন্তু উপনিষদত সৃষ্টিক লীলা বুলি কোৱা হোৱা নাই। বিভিন্ন উপনিষদত সৃষ্টিৰ কথা বিভিন্ন ৰূপকেৰে বুজাবৰ চেষ্টা কৰা হৈছে। বৃহদাৰণ্যকত কোৱা হৈছে "আত্মৈবেদমগ্ৰ আসীৎপুৰুষবিধঃ সোঽনুবিক্ষ্য নান্যদাত্মানো অপশ্য সোঽহমস্মীত্যাগ্ৰ ব্যাহৰৎ ততো অহং নামাঽভবৎ"···"এই জগত আদিতে আত্মা ৰূপেই আছিল। সেই আত্মাই নিজতকৈ আন একো নেদেখি 'সেয়ে মই' এই বুলি উচ্চাৰণ কৰিলে। অৰ্থাৎ আত্মা আত্মসমাহিত ভাবেই আত্মজ্ঞান সম্পন্ন বা ভাস্বৰ, আত্মপ্ৰকাশৰ বাবে অপৰ কোনো অস্তিত্বৰ প্ৰয়োজন নাই।" কিন্তু তথাপিতো "সৰ্বৈ নৈবৰেমে ···সদ্বিতীয়মৈচ্ছৎ···স ইমমেবাত্মানং দ্বে বাঽপাতয়ৎ ততঃ পতিশ্চ পত্নী চাৎজ্ঞাং তাং সমভব্য ততো মনুষ্যা অজায়ন্ত।" একাকী হোৱাৰ কাৰণে আত্মা আনন্দিত হোৱা নাছিল। তেওঁ সঙ্গীৰ আকাঙ্ক্ষা কৰিলে। তেওঁ নিজৰ আত্মাক দ্বিধাবিভক্ত কৰাত পতি আৰু পত্নীৰূপে জাত হল। সেই পত্নীত উপগত হোৱাত মনুষ্যসকলৰ জন্ম হল। ইয়াৰ পিচত বৰ্ণিত হৈছে এই পত্নীয়ে (শতৰূপা) কিদৰে পিতৃসম্ভোগ লজ্জাবশতঃ ক্ৰমে গাভী, ঘোঁৰা আদি নানা পশুৰূপ ধৰিলে আৰু আত্মাই তদনুৰূপ ৰূপ লৈ নানা জাতিৰ পশুসকলক সৃষ্টি কৰিলে। তাৰ পিচত আত্মাই অগ্নি, সোম (দ্ৰব্যাদি) আদিৰ উৎপাদন কৰিলে। (উপনিষদত বিশ্বৰ সমূহ অস্তিত্বকে অগ্নি আৰু সোম বা প্ৰাণ আৰু ৰয়িং অৰ্থাৎ অত্তা বা খাদক আৰু অন্ন বা খাদ্য এই দুই দৃষ্টিত দেখা হৈছে।)

প্ৰশ্নোপনিষদত সৃষ্টি-জিজ্ঞাসাৰ এইদৰে মীমাংসা কৰা হৈছে —"প্ৰজাকামো বৈ প্ৰজাপতি স তপোঽতপ্যাতে; স তপস্তপ্ত্বা স মিথুনমুৎপাদয়তে—ৰয়িং চ প্ৰাণং চেতি এতৌ মে বহুধা প্ৰজাঃ কৰিষ্যত ইতি।" অৰ্থাৎ প্ৰজাপতিয়ে প্ৰজাসৃষ্টিৰ কামনা কৰি তপস্যা কৰিলে আৰু তপস্যা কৰি ৰয়ী আৰু প্ৰাণ এই দুইক উৎপাদন



কৰিলে আৰু ভাবিলে যে এই দুয়ো মোৰ বহুতো প্ৰজা (প্ৰাণী) সৃষ্টি কৰিব। ইয়াত প্ৰজাপতি শব্দই আত্মাকেই বুজাইছে। অৰ্থাৎ আত্মাই প্ৰজা সৃষ্টিৰ কাৰণ ৰূপে প্ৰজাপতি আৰু প্ৰজাসমূহৰ মাজত বিৰাজিত সামূহিক ঐক্য হিচাবে বিৰাট। আকৌ সৃষ্টি ৰূপে প্ৰকাশিত প্ৰাণ আৰু ৰয়িৰ (অন্নৰ) তিনি ৰূপ। যেনে আধিদৈবিক ৰূপে সূৰ্য্যই প্ৰাণ, চন্দ্ৰই অন্ন। আধিভৌতিকৰূপে অগ্নিয়েই প্ৰাণ, আৰু দাহ্যপদাৰ্থ সমূহ অন্ন, আৰু আধ্যাত্মিকৰূপে জীৱৰ অন্তৰ্গত প্ৰাণ আৰু ভোজ্যসমূহ অন্ন। উক্ত তিনিৰূপে বিৰাজিত তেজেই হৈছে ব্ৰহ্মৰ প্ৰতিকৰূপো।

উক্ত দুই উপনিষদত বিশ্বসৃষ্টিৰ কাৰণ নিৰ্দ্দেশ কৰা হৈছে। অৰ্থাৎ আত্মাৰ একাকীত্বৰ পৰা জন্ম-সঙ্গ বাসনাই সৃষ্টিৰ কাৰণ। তেন্তে সৃষ্টি ব্ৰহ্মৰ দৃষ্টিৰ পৰা প্ৰয়োজন-নিৰপেক্ষ নহয়, আৰু সৃষ্টি ব্যতিৰেকে অদ্বিতীয় ব্ৰহ্মক পূৰ্ণ বুলিব নোৱাৰি। আকৌ সৃষ্টি ব্ৰহ্মৰ অধ্যৱসায় সাপেক্ষ হোৱাত প্ৰজা সৃষ্টিৰ প্ৰয়োজন (ব্ৰহ্মৰ দৃষ্টিৰ পৰা) নিশ্চিত ভাবে ব্যঞ্জিত কৰা হৈছে। তৈত্তিৰীয় উপনিষদতো সৃষ্টিৰ বাবে পৰমাত্মাৰ কামনা আৰু অধ্যৱসায়ৰ কথাই উল্লিখিত হৈছে— "সোঽকাময়ত—বহুস্যাং প্ৰজায়েয়েতি। স তপোঽপ্যত। স তপস্তপ্ত্বা ইদং সৰ্ব্বমসৃজত···তৎ দৃষ্ট্বা তদেবানুপ্ৰাবিশৎ।" "আত্মাই কামনা কৰিলে বহুধা হিচাবে উৎপন্ন হম। তেওঁ তপস্যা কৰিলে আৰু এই সমুদয় সৃষ্টি কৰিলে, আৰু সৃষ্টি কৰি তাত প্ৰৱেশ কৰিলে।" আৰু ইয়াৰ পাচত কৈছে যে তাত প্ৰবেশ কৰি সৎ আৰু তৎ (অপ্ৰত্যক্ষীভূত বস্তু) ৰূপে উৎপন্ন হল, নিৰুক্ত আৰু অনিৰুক্ত ৰূপে (সীমাবদ্ধ আৰু সীমাহীন ৰূপে), নিলয়ন আৰু অনিলয়ন ৰূপে (আশ্ৰয় আৰু অনাশ্ৰয় ৰূপে), বিজ্ঞান আৰু অবিজ্ঞান ৰূপে (চেতন আৰু অচেতন জড় ৰূপে), সত্য আৰু মিথ্যা ৰূপে উৎপন্ন হ'ল।

কিন্তু আনহাতে ঐতৰেয় আৰু ছান্দোগ্য উপনিষদত জগৎ সৃষ্টিৰ বাবে ব্ৰহ্মৰ কামনাৰ কথা উল্লেখ কৰা হোৱা নাই। ঐতৰেয়ত আছে

"আত্মা বা ইদমেক এবাগ্র আসীৎ। নান্যৎ কিঞ্চন মিষৎ। স ঈক্ষত লোকান্নু সৃজা ইতি···স ই মান লোকানসৃজত।" অৰ্থাৎ "আদিতে আত্মাই একক ৰূপে আছিল। অন্য কিছুৰেই উন্মেষ হোৱা নাছিল। তেওঁ চিন্তা কৰিলে লোক সমূহ সৃজন কৰোঁ। তেওঁ এই লোক সমূহ সৃষ্টি কৰিলে।" (লোক সমূহ হৈছে (১) অম্ভোলোক—যথা দ্যুলোক, মহঃ, জন, তপঃ আৰু সত্য; (২) মৰীচিলোক অৰ্থাৎ অন্তৰীক্ষ; (৩) মৰলোক অৰ্থাৎ পৃথিবী আৰু (৪) আপলোক অৰ্থাৎ অধঃলোক)। ইয়াত সৃষ্টিৰ বাবে কোনো উদ্দেশ্য দেখুৱা হোৱা নাই। কেৱল ঈক্ষা কৰা বা বিবেচনা কৰাৰ কথাই আছে, আৰু সৃষ্টিৰ পাতনি কৰাত কোনো ৰকমৰ পৰিশ্ৰমৰ কথাৰো উল্লেখ নাই। সেইদৰে ছান্দোগ্যত কোৱা হৈছে—"সদেব সৌম্যেদমগ্র আসীদেক সেবাদ্বিতীয়ম। তদৈক্ষত বহুস্যাং প্রজায়েয়েতি তত্তেজোঽসৃজত"···ইত্যাদি। "হে সৌম্য, আগতে অদ্বিতীয় একৰূপে সৎ মাত্র আছিল। সেই সদ্বস্তুই ঈক্ষণ কৰিলে মই বহু হম। তেওঁ তেজ সৃষ্টি কৰিলে।"···ইত্যাদি।

যদিও উক্ত দুই উদ্ধৃতিত সৃষ্টিৰ কথা বিবেচনা কৰাৰহে উল্লেখ আছে, সৃষ্টিৰ কামনাৰ কথা নাই, অৰ্থাৎ যদিও কামনাৰ অভাৱৰ পৰা এইটো বুজায় যে সৃষ্টিৰ আগে ব্ৰহ্ম পূৰ্ণ ৰূপেই প্ৰতিক্ৰিয়া আছিল, তথাপি ব্ৰহ্মাই সৃষ্টিৰ বিষয়ে ঈক্ষা কৰাৰ পৰা এইটো বুজায় যে সৃষ্টি কাৰ্য্যৰ কিবা বিশেষ প্ৰয়োজন ব্ৰহ্মাই অনুভৱ কৰিছিল যদিও সেই প্ৰয়োজন নিজৰ অভাৱ পুৰাবৰ কাৰণে নহয়। শ্বেতাশ্বেতৰ উপনিষদত দেখুৱা হৈছে যে জগৎ সৃষ্টি হৈছে ব্ৰহ্মৰ স্বভাৱজ ত্ৰিগুণাত্মিকা শক্তিৰ পৰা। সৃষ্টি ব্ৰহ্ম স্বভাৱজ হোৱাৰ কাৰণে—সৃষ্টি কাৰ্য্যৰ দ্বাৰা ব্ৰহ্মৰ কোনোৰূপ প্ৰয়োজন সাধন কৰাৰ প্ৰশ্ন নুঠে। ব্ৰহ্মৰ উক্ত ত্ৰিবৎ বা ত্ৰিগুণাত্মিকা শক্তিয়েই হৈছে মায়া বা প্ৰকৃতি। ব্ৰহ্মৰ যি 'স্বাভাৱিকী জ্ঞান বলক্ৰিয়া' সেয়েই মায়া আৰু সেই জ্ঞান বলক্ৰিয়াৰ দ্বাৰাই 'জগত সৃষ্টি'। "অস্মানময়ী সৃজতে বিশ্বমেতৎ অস্মিংশ্চান্যো মায়য়া সন্নিরুদ্ধঃ।" মায়ী (মায়াবী অৰ্থাৎ



স্বশক্তি-সম্পন্ন) ব্ৰহ্মাই এই সমুদয় বিশ্ব সৃজন কৰিছে, আৰু সেই বিশ্বত অন্য জীৱ সকল মায়াৰ দ্বাৰা আৱদ্ধ হৈ আছে। মায়া শব্দ উক্ত শ্বেতাশ্বেতৰ উপনিষদতেই প্ৰথম ব্যৱহৃত হৈছে আৰু এই উপনিষদ অন্যান্য প্ৰাচীন উপনিষদ সমূহৰ পৰৱৰ্ত্তী। (উপনিষদ সমূহৰ ভিতৰত গদ্যত লিখা উপনিষদবোৰ পূৰ্ব্বৱৰ্ত্তী ৰচনা আৰু ছন্দত লিখা মন্ত্ৰোপনিষদ সমূহ পৰৱৰ্ত্তী ৰচনা বুলি পণ্ডিত সকলে মত প্ৰকাশ কৰিছে।) ইয়াত মায়া শব্দই অবিদ্যা বা সদসদ্ৰূপে অনিৰ্ব্বচনীয় অস্তিত্ব বুজোৱা নাই। মায়াক প্ৰকৃতি আখ্যা দিয়াত ব্ৰহ্মৰ স্বভাৱ মাত্ৰ বুঝাইছে।

"মায়াং তু প্ৰকৃতিং বিদ্যান্মানিয়ন্তু মহেশ্বৰম্।
তস্যাবয়ব ভূতৈস্তু ব্যাপ্তং সৰ্ব্বমিদং জগৎ।"

অৰ্থাৎ "মায়াক প্ৰকৃতি বুলি আৰু মহেশ্বৰক মায়াবী বুলি বুজিব লাগে। সেই ঈশ্বৰৰ শৰীৰ স্বৰূপ ভূত সমূহৰ দ্বাৰা এই সমস্ত জগৎ ব্যাপ্ত হৈ আছে।" মায়াক প্ৰকৃতি বুলি ইয়াত অভিহিত কৰাৰ পৰা এইটো বুজিব নালাগে যে এই প্ৰকৃতিয়ে সাংখ্যদৰ্শনৰ পুৰুষোতিৰিক্ত জড় প্ৰকৃতিক বুজাইছে। দ্বৈতবদী সকলে সাধাৰণতে উক্ত শ্লোকৰ ব্যাখ্যা সাংখ্য দৰ্শনৰ দৃষ্টিৰ ফালৰ পৰা কৰে। আৰু নিতান্ত অদ্বৈত-বাদী সকলে পৰব্ৰহ্মত মায়াৰ অস্তিত্বই স্বীকাৰ নকৰে, মায়া অবিদ্যা বা ব্যৱহাৰিক দৃষ্টিৰ পৰাহে সত্য পৰমাৰ্থতঃ ই অসত্য। উক্ত দুই ধৰণৰ ব্যাখ্যাই ভুল। কাৰণ প্ৰকৃতি অৰ্থে স্বভাৱহে উক্ত শ্লোকত কৰা হৈছে। ব্ৰহ্মৰ স্বভাৱ বা প্ৰকৃতি ব্ৰহ্মতকৈ ভিন্ন হব নোৱাৰে, আৰু অদ্বিতীয় ৰূপে ব্ৰহ্ময়ো স্বভাৱৰহিতৰূপে সত্য হব নোৱাৰে। উক্ত উপনিষদৰ অন্য এটা শ্লোকত ব্ৰহ্মৰ স্বভাৱ শক্তিক জ্ঞান-বলক্ৰিয়া বুলি অভিহিত কৰা হৈছে—

"ন তস্য কাৰ্য্যং কৰণঞ্চ বিদ্যতে
ন তৎ সমশ্চাভ্যাধিকশ্চ দৃশ্যতে।

পৰাস্য শক্তি বিবিধৈৱ শ্ৰূয়তে
স্বাভাবিকী জ্ঞান বলক্ৰিয়া চ।"

অৰ্থাৎ ব্ৰহ্মৰ শৰীৰ আৰু কৰ্ম্মেন্দ্ৰিয় নাই, ব্ৰহ্মৰ সমান বা ব্ৰহ্মত অধিক কোনো নাই; সেই ব্ৰহ্মৰেই বিবিধ ৰূপৰ সৃষ্টিকাৰিণী পৰা-শক্তি আৰু স্বাভাৱিক জ্ঞান-বল ক্ৰিয়া।"

জগৎ সৃষ্টি ব্ৰহ্মৰ স্বভাৱজ হোৱা গতিকে সেই সৃষ্টি উপনিষদত অনাদি আৰু অনন্ত বুলি ধাৰণা কৰা হৈছে। ইয়াৰ আগতে উল্লেখ কৰা কেবাটাও শ্লোকত অৱশ্যে কোৱা হৈছে যে প্ৰজাপতিয়ে প্ৰজাকাম হৈ সৃষ্টি কৰিলে আৰু ব্ৰহ্মত নিজৰ নিঃসঙ্গ অৱস্থা দূৰ কৰিবলৈ শতৰূপাক সৃষ্টি কৰি জীৱসমূহ সৃষ্টি কৰিলে। ইয়াৰ তাৎপৰ্য্য এই যে জগত অনাদি নহয়, ইয়াৰ সময়-সাপেক্ষ আৰম্ভ আছে। কিন্তু উপনিষদত অনাদিত্ব আৰু শ্বাশ্বতত্বৰ (the Begining less and the Eternal) মূলগত পাৰ্থক্য কৰা হৈছে। অনাদি শব্দই সময় বা কালৰ অস্তিত্ব সূচিত কৰে। যি বস্তু সময়াতীত বা শ্বাশ্বত সেই বস্তুৰ ক্ষেত্ৰত অনাদি শব্দৰ প্ৰয়োগ হব নোৱাৰে। ব্ৰহ্ম শ্বাশ্বত অৰ্থাৎ সময়াতীত, জগৎ সময়-সাপেক্ষ, আৰু সময়ৰ আদিৰ পৰাই জগতৰ উদ্ভৱ হোৱা বুলি ধৰিলে, জগত আৰম্ভ হোৱাৰ আগতে সময় বা কালৰ কোন অস্তিত্বই নাথাকে, জগতবিহীন কোনো পূৰ্ব্বগামী কাল নাথাকে, আৰু সেই হিচাবে জগত অনাদি। ব্ৰহ্মাই জগৎ সৃষ্টি কৰাৰ সময়তেই সংবৎসৰ (কাল) সৃষ্টি কৰিলে—এই অৰ্থই উপনিষদৰ সৃষ্টি-তত্বৰ তাৎপৰ্য্য।

তথাপিও জগত আৰু ব্ৰহ্মৰ ভিতৰত যি কাৰ্য্য-কাৰণ সম্বন্ধে, যুক্তিৰে বিবেচনা কৰিবলৈ গলে তাৰ ভিতৰত নানাৰকমৰ তাৰ্কিক আহুকাল আহি উপস্থিত হয়। প্ৰথমতে কাৰ্য্য আৰু কাৰণৰ সম্বন্ধ সময়-সাপেক্ষ, অৰ্থাৎ কাৰ্য্য বা কৰ্ম্ম সাময়িক হিচাবে কাৰণ বা কৰ্ত্তা সদায় অগ্ৰগামী বা আদি। দ্বিতীয়তে, কাৰণ আৰু কাৰ্য্যৰ ভিতৰত বিভিন্নতা থাকিবই লাগিব। অৰ্থাৎ কাৰ্য্য কাৰণতকৈ বেলেগ আৰু



এটাৰ দ্বাৰা আনটো সীমায়িত বা পৰিচ্ছন্ন হয়। আকৌ আনফালে কাৰ্য্য-কাৰণৰ ভিতৰত বিভিন্নতা থাকিলেও, সেই বিভিন্নতা মূলগত বিভিন্নতা হব নোৱাৰে। কাৰণ দুয়োটা পৰস্পৰৰ পৰা একেবাৰে বিচ্ছিন্ন আৰু বিভিন্ন হলে কাৰ্য্য-কাৰণ সম্বন্ধই লোপ পাব। গতিকে এই দৃষ্টিত কাৰ্য্য-কাৰণৰ সম্বন্ধ অভিন্ন, অনন্য; দুইটাৰ ভিতৰত এটা ঐক্য থাকিলেহে এই সম্বন্ধ হব পাৰে। এক কথাত কাৰ্য্য কাৰণতকৈ ভিন্ন অথচ ভিন্ন হবও নোৱাৰে। এনেধৰণৰ স্ববিৰোধিতা ধৰা পৰে। ব্ৰহ্ম আৰু জগতৰ ক্ষেত্ৰত ব্ৰহ্ম লৌকিক অৰ্থাৎ আদি হব নোৱাৰে, কাৰণ সাময়িক ভাবে জগত অনাদি। আদি শব্দ ব্ৰহ্মৰ ক্ষেত্ৰত স্বৰূপাৰ্থত প্ৰয়োগ হব নোৱাৰে। আকৌ ব্ৰহ্ম আৰু জগত অকল বিভিন্নই নহয়, পৰস্পৰৰ বিৰোধীও, কাৰণ ব্ৰহ্ম নিত্য, জগত অনিত্য, ব্ৰহ্ম অমৃত, জগত মৰ্ত্ত্য, ব্ৰহ্ম স্থাণু, কূটস্থ, অব্যয়, অক্ষৰ, নিৰ্ব্বিকাৰ আৰু জগত গতিশীল, ক্ষৰ, সৃষ্টি-স্থিতি-লয় বিশিষ্ট; ব্ৰহ্ম অপ্ৰত্যক্ষ, জগত প্ৰত্যক্ষ, ব্ৰহ্ম অস্থূল, অবৰ্ণ, আদি বা 'নেতি নেতি আৰু জগত যদিদং কিঞ্চ অবায়বযুক্ত, বৰ্ণ-ৰস-গন্ধময় স্থূল; ব্ৰহ্ম এক আৰু অদ্বিতীয়, আৰু জগত নানা, বিবিধ। আন-হাতে উপনিষদত কৈছে, "সৰ্ব্বং খল্বিদং ব্ৰহ্ম, ইদং সৰ্ব্বং যদিসমাত্মা, আত্মৈ বেদং সৰ্ব্বম।" ইত্যাদি। ব্ৰহ্মৰ দ্বাৰা জগত ব্যাপ্ত, ওতঃপ্ৰোত, ব্ৰহ্ম জগতৰ বীজ, আশ্ৰয়, মূল, প্ৰতিষ্ঠা, অধিষ্ঠান, ই সৰ্ব্বান্তৰযামী, সৰ্ব্বভূতান্তৰাত্মা; সমস্ত ভূতসকল ব্ৰহ্মৰ এক পাদ, জগত ব্ৰহ্মৰ অবয়ব বা শৰীৰ ইত্যাদি। গতিকে ব্ৰহ্ম আৰু জগতৰ ভিতৰত আত্যন্তিক বিৰোধ আছে। এই বিৰোধৰ নিৰাকৰণ কৰিবলৈ গৈ শ্ৰীশঙ্কৰাচাৰ্য্যই মায়াবাদৰ অৱতাৰণা কৰে। তেওঁৰ মতে যিহেতু কাৰ্য্য কাৰণতকৈ ভিন্নও আৰু অভিন্নও আৰু কাৰণৰ অস্তিত্বই হৈছে কাৰ্য্যৰ মূল—অৰ্থাৎ কাৰ্য্যই কাৰণক আশ্ৰয় কৰে, কিন্তু কাৰণৰ অস্তিত্বই কাৰ্য্যক আশ্ৰয় নকৰে, গতিকে কাৰ্য্যৰ স্বতন্ত্ৰ কোনো সত্বা নাই। ই কাৰণৰ বিকাৰ বা বিবৰ্ত্ত মাত্ৰ। সেই হিচাবে

প্ৰত্যক্ষ বিশ্বৰ কাৰণ বা ভিত্তি হিচাবে ব্ৰহ্ম সত্য। কিন্তু কাৰ্য্যৰ অস্তিত্বৰ উক্ত স্ববিৰোধিতা থকাৰ কাৰণে কাৰ্য্যৰূপ জগত সদসৎৰূপে অনিৰ্ব্বচনীয়, ইয়াৰ প্ৰত্যক্ষ অস্তিত্ব আছে, অথচ তাত্ত্বিক বিচাৰত ই অসত্য, গতিকে ই অবিদ্যা-সম্ভূত শুক্তি ৰজত ভ্ৰমবৎ, ৰজ্জু সৰ্প ভ্ৰমবৎ, জল বিশ্ববৎ। জগত অনাদি বাবে অবিদ্যাও অনাদি; এই অবিদ্যাই সত্যব্ৰহ্মৰ প্ৰকৃত ৰূপ আবৃত কৰি ব্ৰহ্মেতৰ জগতৰ প্ৰকাশ কৰে। সত্যক আৱৰণ কৰি অসত্যৰ বিক্ষেপণ কৰা শক্তিয়েই অনাদি, অবিদ্যা বা মায়া।

কাৰ্য্য-কাৰণ সম্বন্ধৰ ভিত্তিত উপনিষদৰ তত্ত্বৰ বিচাৰ কৰিবলৈ গলে উক্ত ধৰণৰ স্ববিৰোধিতা ধৰা পৰিবই আৰু সেই স্ববিৰোধিতাৰ কোনো যুক্তিপূৰ্ণ সমাধান হবও নোৱাৰে। সেই বিৰোধিতাৰ নিৰাকৰণাৰ্থে শ্ৰীশঙ্কৰাচাৰ্য্যই মায়াবাদৰ অৱতাৰণা কৰিলে। কিন্তু জগতক মায়াৰ সৃষ্টি বুলি কলেও মায়াৰ অস্তিত্ব স্বীকাৰ কৰা হয়। মায়াক ব্ৰহ্মৰ স্বাভাৱিক শক্তি বা ব্ৰহ্মৰ স্বভাব বুলি কলে ব্ৰহ্মৰ নিত্যত্বৰ লগতে ব্ৰহ্মৰ স্বভাৱ হিচাবে সেই স্বভাৱৰ প্ৰকাশৰূপ জগতো নিত্য হৈ পৰে। কিন্তু পৰমাৰ্থ দৃষ্টিত ব্ৰহ্ম মায়াতীত অথচ স্বভাৱ-চৈতন্যস্বৰূপ; চৈতন্যইহে ব্ৰহ্মৰ স্বভাৱ, মায়া নহয়। যুক্তিৰ দ্বাৰা বিচাৰ কৰিলে এই স্ববিৰোধিতা থাকিলেও ব্ৰহ্ম যুক্তি-তৰ্কৰ অতীত, অনিৰ্ব্বচনীয়, অবাঙ্‌মনসগোচৰ, "যতো বাচঃ নিবৰ্ত্তন্তে অপ্ৰাপ্য মনসাসহ।"

পৰমাৰ্থ দৃষ্টিত "ব্ৰহ্ম সত্যঃ, জগৎ মিথ্যা, জীব ব্ৰহ্মৈব নাপৰঃ।" ব্ৰহ্মৰ পক্ষৰ পৰা কোনো সৃষ্টিৰ কথা নুঠে। গতিকে কাৰণ বোলাটো মিথ্যা দৃষ্টি। এক কথাত কাৰ্য্য-কাৰণ সম্বন্ধ ব্ৰহ্মৰ ক্ষেত্ৰত নাখাটে। শঙ্কৰাচাৰ্য্যই সেয়ে মত প্ৰকাশ কৰিছে যে "ন বেয়ং পৰমাৰ্থ বিষয়া সৃষ্টি শ্ৰুতিঃ অবিদ্যাকল্পিত নামৰূপ ব্যৱহাৰ গোচৰত্বাৎ, ব্ৰহ্মাত্মভাৱ প্ৰতিপাদন পৰত্বাচ্চেত্যে তদপি নৈব বিস্মৰ্তব্যম।" অৰ্থাৎ "উপনিষদত উপদিষ্ট সৃষ্টি সম্বন্ধীয় যিবোৰ কথা আছে



সেইবোৰ পৰমাৰ্থ বিষয়ও নহয়, পাৰমাৰ্থিক দৃষ্টিৰ পৰা সেইবোৰ কথা কোৱা হোৱা নাই। কেৱল, অবিদ্যাকল্পিত নানা নাম, ৰূপ ক্ৰিয়াবিশিষ্ট সমুদয়ৰ ( প্ৰকৃত উৎপত্তি ভূমি হিচাবে ) ব্ৰহ্মাত্ম ভাৱৰ প্ৰতিপাদন বাবেহে সৃষ্টি সম্বন্ধীয় শ্ৰুতি বাক্যবোৰ ব্যৱহৃত হৈছে। এই কথা পাহৰিব নালাগে।"

কাৰ্য্য-কাৰণ সম্বন্ধৰ অৱলম্বনলৈ পৰমাৰ্থ বিচাৰ কৰাটো তাত্ত্বিক ভাৱে তাৎপৰ্য্যপূৰ্ণ নহয়। কাৰণ কাৰ্য্য-কাৰণ সম্বন্ধ হৈছে লৌকিক দৃষ্টি, জাগতিক দৃষ্টি। কাৰ্য্য-কাৰণ সম্বন্ধৰ স্বৰূপ নিৰ্ণয়ো সেই কাৰণে পৰিদৃশ্যমান জগতৰ ঘটনা-সংঘাতক বিশ্লেষণৰ দ্বাৰাহে কৰিব পৰা যায়, আৰু ভাৰতীয় দৰ্শনত ( পাশ্চাত্য দৰ্শনতো ) উক্ত সম্বন্ধৰ বিচাৰ তেনে ধৰণৰে বিশ্লেষণৰ দ্বাৰাহে কৰিবৰ চেষ্টা কৰা হৈছে। জাগতিক দৃষ্টিত দেখা যায় যে এটা বিশেষ ঘটনা বা একৰকম বিশেষ বস্তুৰ উৎপত্তি হয়, যেনে গাখীৰৰ পৰাহে দধি হয়, বিশেষ বিশেষ বীজৰ পৰাহে বিশেষ বিশেষ উদ্ভিদ জন্তু আদিৰ উৎপত্তি হয়। অৰ্থাৎ প্ৰত্যেক কাৰ্য্যৰে কোনো বিশেষ উৎপত্তি স্থান আছে; ইয়াকেই ভাৰতীয় দৰ্শনত উপাদান কাৰণ বোলে। তাৰ উপৰিও কাৰণৰ পৰা কাৰ্য্যৰ উৎপত্তিৰ বাবে উপাদানৰ উপৰিও কোনো বিশেষ ধৰণৰ শক্তিৰ প্ৰয়োগৰ প্ৰয়োজন হয় বুলি ধৰা হয়। উপাদানৰ উপৰিও উক্ত শক্তিৰ ব্যৱহাৰ ব্যতিৰেকে কাৰ্য্যৰ উদ্ভৱ সম্ভৱ নহয়। এই শক্তি হৈছে নিমিত্ত-কাৰণ। কাৰ্য্য-কাৰণ সম্বন্ধৰ এইধৰণৰ বিচাৰৰ মূল অৱলম্বন হ'ল মানুহৰ শক্তি-প্ৰয়োগৰ দ্বাৰা দ্ৰব্যাদিৰ সৃষ্টি বা নিৰ্ম্মাণ। যেনে কুম্ভকাৰে ঘট তৈয়াৰ কৰাৰ উপাদান হল মাটি—যিটো ঘটৰূপী কাৰ্য্যৰ উপাদান-কাৰণ। কুম্ভকাৰে নিজৰ বুদ্ধিচালিত শক্তিৰ দ্বাৰা সেই মাটিৰ পৰা বিশেষ আকৃতিযুক্ত কাৰ্য্যাদিৰ সৃষ্টি কৰে। গতিকে কুম্ভকাৰ ( বুদ্ধি আৰু দক্ষতাসম্পন্ন ) হৈছে ঘটৰ নিমিত্ত কাৰণ। এই তুলনাৰ পৰাই গোটেই পৰিদৃশ্যমান জগতক কাৰ্য্যৰূপে ধৰি লৈ বৈশেষিক

আৰু ন্যায়দৰ্শনৰ মতবাদী সকলে প্ৰমাণ কৰিবৰ চেষ্টা কৰিছে যে জগতৰ উপাদান হ'ল অতি সূক্ষ্ম অণু-পৰমাণু সমূহ, আৰু সেই অণুপৰমাণু আদিৰ সমাবেশ ঘটাই নিমিত্ত কাৰণ স্বৰূপ সৰ্ব্বজ্ঞ আৰু সৰ্ব্বশক্তিমান ঈশ্বৰে এই বিশ্বজগত নিৰ্ম্মাণ কৰিলে। সেয়ে কাৰ্য্যৰূপী বিশ্বজগত, কাৰণৰূপী অণু-পৰমাণু আৰু ঈশ্বৰতকৈ বেলেগ নতুন সৃষ্টি। এই মতবাদকে অসৎকাৰ্য্যবাদ বা আৰম্ভবাদ বোলে। এই মতবাদৰ বিৰোধিতা কৰি সাংখ্যই কৈছে যে জগতৰ আদি কাৰণ অচেতন, অব্যক্ত, সত্ব, ৰজ, তমৰূপী ত্ৰিগুণাত্মিকা প্ৰকৃতি ( যাক প্ৰধান বোলা হয় )। এওঁলোকৰ মতে জগতৰ স্ৰষ্টাৰূপে কোনো ঈশ্বৰ আছে বুলি প্ৰমাণ কৰিব নোৱাৰি ( ঈশ্বৰাসিদ্ধেঃ )। জগত সৃষ্টিৰ কাৰণে কোনো নিমিত্ত-কাৰণৰ প্ৰয়োজন নাই। যি দৰে লোষ্ঠ, কাষ্ঠাদি দ্ৰব্যসমূহ মাটিৰ পৰাই স্বাভাৱিকভাবে উদ্ভৱ হয়, আকৌ পুনৰ মাটিতেই লয় হয়, সেইবোৰৰ উৎপত্তিৰ বাবে কোনো 'বুদ্ধিমৎ পূৰ্ব্বকৰ্ত্তৃত্ব'ৰ প্ৰয়োজন নহয়, সেইদৰে সমুদয় জাগতিক বস্তু এক আদি কাৰণ ভূত অচেতন প্ৰকৃতিৰ পৰাই তাৰ পৰিণাম ৰূপে উদ্ভৱ হয়। জগত হৈছে পৰিণাম আৰু প্ৰকৃতি হৈছে পৰিণামী। সাংখ্যৰ মতে কাৰ্য্য হৈছে কাৰণৰ পৰিণাম ; ই কাৰণত নিহিত থাকে আৰু কাৰণৰ পৰিণাম হিচাবেই ইয়াৰ উদ্ভৱ হয়। কাৰ্য্য-কাৰণ সম্বন্ধৰ উক্ত ধাৰণাক সৎকাৰ্য্যবাদ বা পৰিণামবাদ বোলা হয়। কুম্ভকাৰাদি উদাহৰণত যি বুদ্ধিমৎপূৰ্ব্ব কাৰণ আৰু তদেতৰ উপাদানভূত পৰমাণু কাৰণৰ কথা বৈশেষিকত কোৱা হৈছে তাতো এইটোহে বুজিব লাগে যে বুদ্ধি, ইন্দ্ৰিয়, শৰীৰাদি অচেতন প্ৰধানৰ ( প্ৰকৃতিৰ ) পৰাই উদ্ভৱ হৈছে ; তাৰ পৰাই সূক্ষ্মভূত সমূহ পঞ্চ-স্থূলভূত উদ্ভৱ হৈ পদাৰ্থ সমূহৰ বিবৰ্ত্তন হৈছে। ঘটাদিৰ সৃষ্টিও সেয়ে অচেতন বুদ্ধি, মন, ইন্দ্ৰিয়াদিৰ পঞ্চস্থূলভূতৰ লগত সংযোগ সমবায়েদিহে বুজায়। সাংখ্যৰ মতে কুম্ভকাৰৰ যি চৈতন্যৰূপী পুৰুষ স্বৰূপ যি অকৰ্ত্তা, ব্যৱহাৰ-ৰহিত, মুক্ত, নিত্যশুদ্ধ, ত্ৰিগুণাদি



বিকাৰৰহিত, সেই চৈতন্যময় পুৰুষ ঘটাদিৰ কাৰণ হব নোৱাৰে। জগত হৈছে চৈতন্যৰ বিলক্ষণ অৰ্থাৎ অচেতন। যিহেতু কাৰ্য্য-কাৰণৰ পৰিণতি মাত্ৰ, আৰু সেই হিচাবে বস্তুগতভাবে কাৰ্য্য কাৰণৰেই ৰূপান্তৰ বা আন কথাত কাৰণতকৈ অভিন্ন আৰু যি হেতু বিপৰীতধৰ্ম্মী দ্ৰব্যাদিৰ ভিতৰত কাৰ্য্য-কাৰণ সম্বন্ধ হব নোৱাৰে, সেই হেতু অচেতন জগতৰ চেতন কাৰণ হব নোৱাৰে।

কাৰ্য্যোৎপাদনৰ বাবে সৎকাৰণৰ উপৰিও যি কাৰণ ব্যাখ্যাৰ বা নিমিত্ত কাৰণৰ কথা ন্যায়বৈশেষিকত দেখুৱা হৈছে, সাংখ্যৰ মতে সি কাৰণভূত উপাদানৰ বাহিৰা কোনো শক্তি নহয়, কাৰণৰূপী অব্যক্ত প্ৰকৃতিৰ অন্তস্থ ৰজোগুণেই শক্তি, যি শক্তিৰ দ্বাৰা বা যি শক্তিৰ প্ৰেৰণাত প্ৰকৃতিৰ গুণত্ৰয়ে বিভিন্ন বিভিন্ন পৰিণতি লাভ কৰে।

যদি অব্যক্ত প্ৰকৃতিৰ বাহিৰে জগত বিৱৰ্ত্তনৰ অন্য কাৰণ নাই তেন্তে প্ৰকৃতিৰ আদিম সাম্যাৱস্থাৰ বিক্ষোভ হ'ল কেনেকৈ—এই প্ৰশ্নৰ উত্তৰত সাংখ্যবাদী সকলে কয় যে এই পৰিৱৰ্ত্তন উদ্দেশ্য-সাপেক্ষ। কাৰ্য্য-কাৰণ সম্বন্ধৰ আন এটা তাৎপৰ্য্য হৈছে প্ৰয়োজনবত্তা। কাৰণৰ পৰা কাৰ্য্যৰ উৎপত্তি হবলৈ তাৰ এটা উদ্দেশ্য বা প্ৰয়োজন থাকিব লাগিব—যেনেকৈ ঘটৰ দ্বাৰা বিশেষ উদ্দেশ্য বা প্ৰয়োজন সাধনৰ কাৰণেহে কুম্ভকাৰে ঘট তৈয়াৰ কৰে। সাংখ্যৰ মতে প্ৰকৃতিৰ বিৱৰ্ত্তনৰ উদ্দেশ্য হৈছে চৈতন্যময় পুৰুষৰ ভোগ আৰু ভোগৰ ভিতৰেদি ভোগ্য বৈৰাগ্য বা অপবৰ্গ লাভ। এয়েই হ'ল প্ৰকৃতিৰ ৰূপাদি সৃষ্টিৰ প্ৰয়োজনীয়তা আৰু সাৰ্থকতা। অচেতন প্ৰকৃতিৰ এনে উদ্দেশ্যধৰ্ম্মিতা যুক্তিৰে মানি লবলৈ টান। সেই কাৰণে যোগশাস্ত্ৰই সাংখ্যৰ দৰ্শন সামগ্ৰিকভাবে মানি লৈও প্ৰকৃতিৰ ব্যাকৃত পৰিণতিৰ উদ্দেশ্যৰ নিৰ্দ্দেশক হিচাবে যুক্তিৰ দ্বাৰা সৰ্ব্বজ্ঞ সৰ্ব্বশক্তিমান ঈশ্বৰৰ অস্তিত্ব স্বীকাৰ কৰে।

উত্তৰ-মীমাংসা বা ব্ৰহ্মসূত্ৰত কাৰ্য্য-কাৰণ সম্বন্ধৰ ভিত্তিত জগতৰ

উৎপত্তিৰ কাৰণ নিৰ্ণয় কৰিবলৈ গৈ সাংখ্যৰ অচেতন-প্ৰধান কাৰণ-বাদৰ বিৰোধিতা কৰি উপনিষদৰ ব্ৰহ্মকাৰণবাদ প্ৰতিষ্ঠা কৰিবৰ প্ৰয়াস কৰিছে যুক্তিৰ দ্বাৰা আৰু শ্ৰুতিৰ দ্বাৰা। ব্ৰহ্মসূত্ৰই সাংখ্যৰ সৎকাৰ্য্যবাদ মানি লৈ কৈছে যে অসতৰ পৰা সতৰ উদ্ভৱ হব নোৱাৰে কিন্তু কাৰ্য্যৰূপী জগত কাৰণৰূপী ব্ৰহ্মৰ পৰিণাম নহয়; কাৰণ পৰিণামী হলে ব্ৰহ্মৰ নিত্য কূটস্থ অক্ষৰ আৰু বিকাৰবিহীন স্বৰূপ লোপ পাব। অৰ্থাৎ জগতৰ উদ্ভৱ ব্ৰহ্মৰ পৰা হলেও ব্ৰহ্ম অধিকাৰী-য়েই থাকে, জগতৰ যি নানাত্ব, সি নামৰূপ মাত্ৰ, সত্তাৰহিত। উপনিষদৰ ব্ৰহ্মসূত্ৰই জগত আৰু ব্ৰহ্মৰ অনন্যত্ব আৰু জগতৰ নামৰূপ স্বৰূপৰ নিৰ্ণয়ৰ বাবে উপনিষদৰ বাক্যকেই শ্ৰেষ্ঠ প্ৰমাণ বুলি মানিছে। যেনে "ন বিলক্ষণাৎ অস্যতথাত্বংচ শব্দাৎ" অৰ্থাৎ জগতত যুক্তিগত ভাবে আৰু শ্ৰুতিগত ভাবেও ব্ৰহ্ম বিলক্ষণ নহয়। মূৰ্চ্ছাচেতন ব্যক্তিৰ চেতনা যি দৰে অব্যক্ত থাকে, অচেতন কাষ্ঠ লোষ্ট্ৰাদিতো সেইদৰে চৈতন্য দেখা নাযায় মাত্ৰ। তাত চেতনাৰ অভাৱ বুলি ধৰিব নালাগে আৰু শ্ৰুতিতো বিজ্ঞান অধিজ্ঞানৰ প্ৰভেদ দৰ্শাইও ( বিজ্ঞানং চাধি-জ্ঞানং চ,—তৈঃ ) ভূতগ্ৰাম সকলত চেতনত্ব আৰোপ কৰিছে—যথা "মৃদ্ ব্ৰবীৎ" অৰ্থাৎ মাটিয়ে কলে, 'তত্তেজো ঐক্ষত," অৰ্থাৎ তেতিয়া তেজে ঈক্ষণ কৰিলে—ইত্যাদি। আকৌ "তদনন্যত্বং আৰম্ভণ শব্দাদিভ্যোঃ" অৰ্থাৎ শ্ৰুতিত জাগতিক বস্তু সমুদয়ক বিকাৰ নামধেয় শব্দ স্বৰূপমাত্ৰ বুলি, পৰমাৰ্থতঃ অসত্য বা মূল ব্ৰহ্মতকৈ অনন্য বা অভিন্ন বুলি কৈছে, যি দৰে মৃৎপিণ্ডৰ দ্বাৰা সকলো মৃৎনিৰ্ম্মিত বস্তুৰ জ্ঞান হয়, মৃৎপাত্ৰাদি ভিন্ন নামধেয় শব্দ মাত্ৰ মৃত্তিকাইহে সত্য, "সত্বাৎ চ অবৰস্য" অৰ্থাৎ পৰৱৰ্ত্তী কাৰ্য্য সদায় ( পূৰ্ব্বৱৰ্ত্তী ) সতত ( কাৰণৰূপী ) নিহিত থাকে, যথা তেল তিলত; 'ছটবচ্চ' অৰ্থাৎ মেৰিয়াই থোৱা কাপোৰ যেনেকৈ মেলি দিলে ওলাই পৰে, সেইদৰে কাৰণৰ পৰাই ব্যাকৃত ভাবে কাৰ্য্যৰ উৎপত্তি হয়, উক্ত দুই উদাহৰণত কাৰ্য্য-কাৰণৰ পৰিণাম যেন দেখায়; আৰু উপনিষদতো এনে ধৰণৰ



ব্ৰহ্মৰ অবয়ৱ ৰূপ পৰিণামৰ কথা আছে; তাতেই এই প্ৰশ্ন উঠে—"কৃৎস্ন প্ৰসক্তিৰ্নিবয়বত্ব শব্দকোপো বা" অৰ্থাৎ জগত যদি ব্ৰহ্মৰ একাংশৰ পৰা উদ্ভৱ হৈছে ( যেনে ব্ৰহ্ম চতুষ্পাদ আৰু সমস্ত ভূত ব্ৰহ্মৰ একপাদ মাত্ৰ—"পাদোঽস্য সৰ্ব্বভূতানি ত্ৰিপাদস্যামৃতং দিৱি"—বাকী তিনি পাদ অমৃতৰূপ ( তেন্তে শ্ৰুতিৰ আন ঠাইত ব্ৰহ্মক নিৰাবয়ৱ, নিষ্কল, নিৰঞ্জন আদি বুলি অভিহিত কৰা কথাৰ বিৰোধিতা কৰা হয়। ব্ৰহ্মসূত্ৰত ইয়াৰ একমাত্ৰ উত্তৰ "শ্ৰুতেস্তু শব্দ মূলত্বাৎ" অৰ্থাৎ শ্ৰুতিত ব্ৰহ্মক অধিকাৰী বুলি কোৱা কথা মানি লব লাগিব, যুক্তি-তৰ্কত উদ্ভৱ হোৱা স্ববিৰোধিতাই শ্ৰুতিৰ প্ৰামাণ্য নষ্ট কৰিব নোৱাৰে, যুক্তিৰ স্থান শ্ৰুতিৰ ওপৰত হব নোৱাৰে—তৰ্ক অপ্ৰতিষ্ঠানাৎ।

শ্ৰীশঙ্কৰাচাৰ্য্যই শ্ৰুতি বাক্যৰ উক্ত ধৰণৰ দুৰ্ঘট স্ববিৰোধিতাৰ নিৰাকৰণ এনেদৰে কৰিছে—ব্ৰহ্মজ্ঞান হৈছে পৰমাৰ্থ জ্ঞান, আন-হাতে লৌকিক জ্ঞান পৰিৱৰ্ত্তনশীল, কাৰণ সকলো লৌকিক বস্তুই উৎপত্তি বিলয় সাপেক্ষ। আৰু তৃতীয় প্ৰকাৰ জ্ঞান হৈছে ধৰ্ম্ম জ্ঞান বা ব্যৱহাৰ জ্ঞান, যি জ্ঞান বস্তুগত জ্ঞান নহয়, মাত্ৰ কৰ্ম্মৰ নিৰ্দ্দেশহে, তত্বৰ বা তথ্যৰ স্বৰূপ নিৰ্ণয় এই ধৰণৰ জ্ঞান উদ্দেশ্য নহয়। "চোদনা লক্ষণাৰ্থো ধৰ্ম্মঃ" অৰ্থাৎ ধৰ্ম্ম হৈছে প্ৰেৰণা-মূলক। লৌকিক জ্ঞানৰ সাধন হৈছে প্ৰত্যক্ষ অনুমানাদি আৰু যুক্তি-তৰ্ক। ধৰ্ম্ম জ্ঞানৰ সাধন হৈছে আগম প্ৰধান ( অৰ্থাৎ ক্ৰিয়ামূলক )। বেদবাক্য আৰু তদনুগামী যুক্তি-তৰ্কাদি, যাৰ ফলত উদ্ভৱ হয় স্মৃতি শাস্ত্ৰ, সদাচাৰ আদিৰ। কিন্তু পৰমাৰ্থ জ্ঞানৰ সাধন হৈছে ব্ৰহ্মজ্ঞান মূলক শ্ৰুতি বাক্য। যুক্তিয়ে নিজা পথেৰে তত্ত্বজ্ঞান পাব নোৱাৰে। যুক্তি-তৰ্কৰ প্ৰতিষ্ঠান হৈছে লোক ব্যৱহাৰ; অতীত আৰু বৰ্ত্তমানৰ অভিজ্ঞতাৰ সমন্বয় কৰি ভৱিষ্য-তৰ বিষয়ে যি জ্ঞান আহৰণ কৰা হয় সুখলাভ বা দুঃখাদিৰ পৰিহাৰৰ অৰ্থে সেই জ্ঞান যুক্তিসিদ্ধ জ্ঞান। দ্বিতীয়তে, শ্ৰুতিৰ

বাক্যাদিৰ পৰস্পৰ বিৰোধিতা দেখা হলে যুক্তিৰ দ্বাৰা বাক্যৰ অৰ্থ ঠিক ৰকমে বিচাৰ কৰি সেই বিৰোধ দূৰ কৰাটো—যুক্তিৰ কাম। অকল পৰিৱৰ্ত্তনশীল বস্তুৰ জ্ঞানহে স্বতন্ত্ৰ যুক্তিৰ দ্বাৰা (কাৰ্য্য-কাৰণাদি সম্বন্ধ বিচাৰৰ দ্বাৰা) হব পাৰে। কিন্তু প্ৰকৃত পৰমাৰ্থ জ্ঞান হৈছে অপৰিৱৰ্ত্তনশীল (নিত্য) বস্তুৰ জ্ঞান। "এক ৰূপেন অৱস্থিতো যোঽৰ্থঃ স পৰমাৰ্থঃ। লোকে তদ্বিষয়ং জ্ঞানং সম্যক জ্ঞানমিতি উচ্যতে।" অৰ্থাৎ যি অৰ্থ (বস্তু) একেৰূপে থাকে (অবিকৃত ভাবে) সেয়ে পৰমাৰ্থ। সকলোৱে তেনে জ্ঞান-কেই সম্যক জ্ঞান বুলি অভিহিত কৰে। পৰমাৰ্থ অবিকৃত কাৰণে সেই জ্ঞান ইন্দ্ৰিয়গোচৰ নহয়, আৰু অতীন্দ্ৰিয় হোৱাৰ কাৰণে সেই জ্ঞান অনুমান-সাপেক্ষও নহয়, কাৰণ ইন্দ্ৰিয় জ্ঞানৰ লগত সেই সত্যৰ কোনো দৃশ্যমান যোগাযোগ নাই। তৰ্কৰ দ্বাৰা ই অনধিগম্য, কাৰণ তৰ্কমূলক কোনো সিদ্ধান্তই বিৰোধ-বিহীন নহয়, সৰ্ব্ববাদীসন্মত নহয়। গতিকে সম্যক জ্ঞান বা পৰমাৰ্থ বিজ্ঞানৰ একমাত্ৰ প্ৰমাণ শ্ৰুতি। শ্ৰুতিয়ে চেতন ব্ৰহ্ম-কেই জগতৰ কাৰণ বুলি নিৰ্দ্দেশ কৰিছে আৰু শ্ৰুতি অনুগামী তৰ্কয়ো অন্য মতবাদৰ নিৰাকৰণ কৰি শ্ৰুতি বাক্যৰেই পৰমাৰ্থ প্ৰতিপাদন কৰিছে। ব্ৰহ্ম এক আৰু অদ্বিতীয়, জগত নানা আৰু এক ব্ৰহ্মৰ বিকাৰ। 'নেহ নানাঽস্তি কিঞ্চন", নানাত্ব অনৃত বা মিথ্যা; "ঐতদাত্ম্যমিদং সৰ্ব্বং তৎসত্যম্ ইতি" এক আত্মাই সত্য; "যথা সৌম্যৈকেন মৃৎপিণ্ডেন সৰ্ব্ব মৃন্ময়ং বিজ্ঞাতং স্যাদ্বাচাৰম্ভনং বিকাৰো নামধেয়ং মৃত্তিকেত্যেব সত্যম্।" মৃত্তিকাৰ জ্ঞানই সমুদয় মৃৎপাত্ৰৰ প্ৰকৃত জ্ঞান। বিভিন্ন মৃৎপাত্ৰবোৰ নামতহে বেলেগ বেলেগ, বস্তুতঃ মৃত্তিকাইহে সত্য। ঘটাকাশ যেনেদৰে মহাকাশৰেই স্বৰূপ, মৃগতৃষ্ণা যিদৰে মৰুভূমি মাত্ৰ, ঘটাকাশ, মৃগতৃষ্ণিকাৰ পৃথক অস্তিত্ব অসত্য, সেইদৰে ব্ৰহ্ম সত্য, নানাত্ব বা ভেদজ্ঞান মিথ্যা। ভেদজ্ঞান লৌকিক, প্ৰত্যক্ষ অনুমানাদি প্ৰমাণ সাপেক্ষ,



বিষয়গত আৰু একত্ব জ্ঞানৰ উদয় নোহোৱা পৰ্য্যন্ত সত্য আপেক্ষিক ভাবে সত্য, যিদৰে স্বপ্ন দেখি থকা অৱস্থাত স্বপ্ন জ্ঞানৰ অৱগতি সত্য, "প্ৰাকপ্ৰবোধ্যাৎ"—স্বপ্নাৱস্থাৰ পৰা সাৰ নোপোৱা পৰ্য্যন্ত, যিদৰে ৰজ্জুতে সৰ্পভ্ৰম হলে ৰজ্জুজ্ঞান উদয় নোহোৱা পৰ্য্যন্ত সৰ্পজ্ঞান সত্য। শঙ্কৰাচাৰ্য্যৰ মতে যি কোনো জ্ঞানেই (স্ব-বিৰোধী জ্ঞানত বাহিৰে—যথা আকাশ-কুসুম) সেই পৰ্য্যন্ত সত্য যি পৰ্য্যন্ত সেই জ্ঞান তদ্‌বিৰোধী জ্ঞানৰ দ্বাৰা বাধিত নহয়। সেই কাৰণে নানাত্ব জ্ঞান সত্য একত্ব জ্ঞানৰ উদয় নোহোৱা পৰ্য্যন্ত।

কিন্তু যদি এইদৰে ভবা হয় যে এক বৃক্ষই নানা শাখাযুক্ত হোৱাৰ নিচিনা এক হৈও ব্ৰহ্ম অনেকাত্মক হব পাৰে, অৰ্থাৎ এক আৰু নানা উভয়েই সত্য হব পাৰে। মাটিৰ স্বৰূপ এক কিন্তু তন্নিৰ্ম্মিত ঘট অনেক; এনেদৰে ধৰিলে শ্ৰুতি বাক্যৰ স্ববিৰো-ধিতা নাথাকে। শঙ্কৰাচাৰ্য্যৰ মতে এনেকুৱা নহয়, কাৰণ "মৃত্তি-কেত্যেব সত্যম্' বুলি আৰু ঘটশৰাবাদিক বাচাৰম্ভণ আখ্যাদি বস্তুতঃ অসত্য বুলি নিৰ্দ্ধাৰণ কৰিছে। নানাত্ব জ্ঞান মিথ্যা। "মিথ্যা জ্ঞান বিজৃম্ভিতং চ নানাত্বম্।"

কিন্তু ভেদজ্ঞান মিথ্যা হলে উপনিষদৰ জ্ঞানো মিথ্যা হয়—কাৰণ উপনিষদত গুৰু-শিষ্যৰ দ্বৈত্ব আছে আৰু সেই হিচাবে উপদিশ্যমান বেদান্ত বাক্য (শ্ৰৱণ সাধন সম্পন্ন) অসত্য হৈ পৰে। সেই জ্ঞানৰ দ্বাৰা নিৰ্ব্বিষয় ব্ৰহ্মাত্মজ্ঞান কেনেকৈ জন্মিব পাৰে? "নহি ৰজ্জুসৰ্পেন দষ্টো ম্ৰিয়তে". ৰজ্জুত ভ্ৰম হোৱা সৰ্পদংশনত মানুহ নমৰে। স্বপ্নত গা-ধোৱা, সাপে কামোৰা আদি ঘটনা অসত্য। শঙ্কৰাচাৰ্য্যই ইয়াৰ উত্তত কৈছে যে স্বপ্নৰ বা ভ্ৰমৰ ঘটনা অসত্য, কিন্তু স্বপ্নৰ বা ভ্ৰমৰ অৱগতি সত্য। সেই অৱগতিৰ কাৰ্য্য ক্ৰিয়া কাৰিত্ব গুণ নথকাৰ কাৰণেহে সি প্ৰবুদ্ধ অৱস্থাত অৱগতিৰ নিচিনা নহয়। তাৰ উপৰি বিভিন্ন স্বপ্ন দৰ্শনৰ পৰা বিভিন্ন ধৰণৰ সত্য ফল লাভৰ কথাও শাস্ত্ৰত আছে। সেইদৰে শ্ৰৱণাবগম্য

বেদান্ত বাক্যত দ্বৈতাশ্রয় থাকিলে তাৰ দ্বাৰা অধিগম্য অৱগতি অসত্য নহয়। যেনে অ'কাৰাদি বৰ্ণমালা লিখাৰ ৰূপত অসত্য, কাৰণ ভাষাভেদে অক্ষৰৰেখা ভিন্ ভিন্। কিন্তু অক্ষৰ হিচাবে বা শব্দস্বৰূপে সেইবোৰ সদায় সত্য। বেদান্ত বাক্যৰ দ্বাৰা অবিদ্যা নিবৃত্তি হয় আৰু সেই জ্ঞানৰ বাধক জ্ঞান নথকাত সেই জ্ঞানৰ ফল সত্য। বেদান্তত স্পষ্ট ভাবে কৈছে যে ব্ৰহ্ম কূটস্থ, পৰিণাম ৰহিত। জগত ব্ৰহ্মৰ পৰিণাম নহয়, অবিদ্যাজনিত নাম-ৰূপ বিচাৰ মাত্ৰ।

কিন্তু ব্ৰহ্ম যদি কূটস্থ, ভেদৰহিত হয়, তেন্তে বেদান্তৰ যিবোৰ বাক্যত জগত-কাৰণ-ৰূপী সৰ্ব্বজ্ঞ, সৰ্ব্বেশ্বৰ, সৰ্ব্বান্তৰ্যামী, সৰ্ব্বভূতান্তৰাত্মা, ঈশ্বৰপুৰুষ আৰু সেই পুৰুষৰ দ্বাৰ সৃষ্ট, বিধৃত আৰু শাসিত ভূতসমূহৰ ভেদ দেখুৱা হৈছে, সেই বোৰৰ বিৰোধিতা কৰা হব।

শঙ্কৰাচাৰ্য্যৰ মতে ব্ৰহ্ম কূটস্থ আৰু ব্ৰহ্মজগত-কাৰণ, এই দুই দৃষ্টিৰ বিৰোধ নাই, কাৰণ "সৰ্ব্বজ্ঞস্তে শ্বৰাস্যা" অভূত হব, অবিদ্যা কল্পিত নাম ৰূপে "তত্ত্বান্যত্বাভ্যামনিৰ্ব্বচনীয়ে সংসাৰ প্ৰপঞ্চ বীজভূতে সৰ্ব্বজ্ঞস্যেৰশ্বস্য মায়া শক্তি! প্ৰকৃতিৰিতি চ শ্ৰুতি স্মৃত্যোৰভিলপ্যেতে। তাভ্যামন্য সৰ্ব্বজ্ঞ ঈশ্বৰঃ।" অৰ্থাৎ ঈশ্বৰৰ আত্মভূত কল্প অবিদ্যা কল্পিত নামৰূপ বিকীৰ্ণ, ব্ৰহ্মস্বৰূপ বা ব্ৰহ্মবিলক্ষণ—এই দুই ৰূপেই অনিৰ্ব্বচনীয় সংসাৰ প্ৰপঞ্চৰ বীজৰূপ হৈছে ঈশ্বৰৰ মায়া শক্তি আৰু প্ৰকৃতি—ইয়াকেই শ্ৰুতি আৰু স্মৃতিয়ে কয়। সেই মায়া শক্তি আৰু প্ৰকৃতিৰ পৰা পৃথক হৈছে ঈশ্বৰ। গতিকে সৰ্ব্বজ্ঞত্বাদি গুণযুক্ত ঈশ্বৰ হৈছে অবিদ্যোপাধিক। জ্ঞানৰ দ্বাৰা অবিদ্যা আৰু অবিদ্যা কল্পিত উপাধি সমূহ দূৰীভূত হলে আত্মাৰ সৰ্ব্বজ্ঞত্বাদি যুক্ত ঈশ্বৰ স্বৰূপ ব্যৱহাৰ লোপ পায়। সমুদয় উপনিষদেই পৰমাৰ্থ দৃষ্টিত আত্মাৰ ঈশিতৃ ঈশীতব্যাদি কৰ্ত্তৃত্বাদি ব্যৱহাৰ নাই বুলি কয়, কিন্তু ব্যৱহাৰিক



(অবিদ্যা জনিত) দৃষ্টিত অৱশ্যে শ্ৰুতিয়েও আত্মাক ঈশ্বৰ পুৰুষ ৰূপে উল্লেখ কৰিছে। গতিকে ব্যৱহাৰিক আৰু পাৰমাৰ্থিক এই দুই দৃষ্টিৰ পৰা চালে বেদান্ত বাক্যত কোনো স্ববিৰোধিতা নাথাকে। "পৰমাৰ্থাবস্থায়ামিশিতীশিতীব্যাদি ব্যৱহাৰাভাবঃ প্ৰদৰ্শ্যতে। ব্যৱহাৰাবস্থায়াং তূক্তঃ শ্ৰুতাবপীশ্বৰাদি ব্যৱহাৰঃ।" অৰ্থাৎ পৰমাৰ্থ অৱস্থাত ঈশিতৃ-ঈশিত্যব্যাদি ব্যৱহাৰ নাই বুলি (শ্ৰুতি আৰু গীতাত) দেখুৱা হৈছে। আনফালে ব্যৱহাৰ (জাগতিক) অৱস্থাত শ্ৰুতিত ঈশ্বৰৰ অস্তিত্ব আছে বুলি কৈছে।

# ভাৰতীয় দৰ্শনৰ ধাৰা

## ( বৈদিক আৰু পৌৰাণিক যুগ )

দৰ্শন মানে সাধাৰণতে জীৱন আৰু জগতৰ তত্ত্বজ্ঞান বুজায়। আৰু তাত উপলব্ধ তত্ত্ববোৰক দেশ-কাল-নিৰপেক্ষ চিৰন্তন সত্য বুলি ধৰা হয়। ব্যক্তিগত আৰু সামাজিক জীৱনৰ ঘাত-প্ৰতিঘাতে মানুহৰ দাৰ্শনিক চিন্তাধাৰাত কোনো প্ৰতিক্ৰিয়া কৰিব নোৱাৰে বুলি বুজোৱা হয়। ভাৰতৰ দাৰ্শনিক চিন্তাধাৰাত সেই চিৰন্তন সত্যৰ উপলব্ধিত নিযুক্ত বুলি, আৰু সেই পৰম সত্য জ্ঞান ভাৰতীয় ঋষি-মুনি সকলে অতি প্ৰাচীন বৈদিক যুগতে লাভ কৰে বুলি কোৱা হয়। সেই ঋষি-মুনি সকলৰ আপ্ত-বচনেই যে ভাৰতৰ সংস্কৃতি আৰু সভ্যতাৰ মান নিৰ্ণয় কৰিছে আৰু ভাৰতৰ সাংস্কৃতিক ইতিহাস যেন সেই সত্যৰ দ্বাৰাই অনুপ্ৰাণিত আৰু পৰিচালিত ; ইয়াত যেন সাময়িক, বৈয়ক্তিক আৰু সামাজিক কোনো ক্ষণিক বিক্ৰিয়াৰ প্ৰভাৱ থাকিব নোৱাৰে। এটা কথা আজি ভাৰতৰ দাৰ্শনিক, ৰাজনৈতিক, কবি সাহিত্যিক আদি সকলোৱেই এক মুখে প্ৰচাৰ কৰিছে। এইবোৰ যুক্তিৰ তাৎপৰ্য্য হৈছে ক্ৰমে জগতৰ অইন সংস্কৃতি আৰু সভ্যতাৰ বিকাশৰ লগত ভাৰতীয় সংস্কৃতিৰ ধাৰা নিমিলে, আৰু মিলাবলৈ যত্ন কৰা অনুচিত ; দ্বিতীয়তে, আমাৰ জাতীয় জীৱনৰ ভবিষ্যত আমাৰ অতীতৰ দৰ্শনৰ ভেটীতেই গঢ়ি উঠিব লাগিব, কোনোৰকম বিদেশী ভাবধাৰা, দাৰ্শনিক তত্ত্ব, সংস্কৃতি আদিয়ে আমাৰ জাতীয় জীৱনক প্ৰভাবান্বিত কৰিলে আমাৰ চিৰন্তনী সভ্যতাৰ অধঃপতন হব।

এইবোৰ যুক্তিয়ে ভাৰতীয় শিক্ষিত সকলৰ মন সহজে প্ৰভাবান্বিত কৰে। তাৰ কাৰণে প্ৰথমতে তাৰ ভাৱধাৰাই আমাৰ জাতীয় জীৱনৰ অৰ্থনৈতিক আৰু সামাজিক ভেটি অচল ৰখাত সহায় কৰে, দ্বিতীয়ত ই আমাৰ বিগত স্বাধীনতা সংগ্ৰামত জাতিৰ হীনতা আৰু আত্মগ্লানিৰ ভাৱ দূৰ কৰি জাতীয় চেতনাক আত্মবিশ্বাসী আৰু আত্ম-সচেতন কৰি তুলিছিল ; আৰু তৃতীয়তে, এই ভাৱে আমাৰ জাতীয় অহমিকাৰ ভাৱক পুষ্ট কৰি আমাৰ বৰ্ত্তমানৰ কষ্টকৰ জাতীয় দৈন্যৰ পৰা মনক আঁতৰাই ৰখাত সহায় কৰে। গতিকে জাতীয় অভ্যুদয়ৰ সময়ত এই চিন্তাধাৰাই যদিও আমাক আত্মসচেতন কৰি তুলিলে, তথাপি আজিৰ দিনত এই ভাৱে আমাৰ জাতীয় জীৱনৰ সৰ্ব্বাঙ্গীন বৃদ্ধি আৰু প্ৰগতিৰ পথত প্ৰধান অন্তৰায় হৈ পৰিছে ; আৰু সেয়ে এনে চিন্তাক আজি সম্পূৰ্ণভাৱে বৰ্জ্জন কৰিবৰ সময় আহিছে।



প্ৰথমনে, দৰ্শন মানে কোনো এক সুনিৰ্দ্দিষ্ট, সুনিশ্চিত প্ৰামাণ্য-জ্ঞান নুবুজায়। জাতিয়ে জাতিয়ে, যুগে যুগে মানুহৰ দাৰ্শনিক চিন্তাধাৰা বেলেগ বেলেগ ; যেনে 'জাতি' বা 'সমাজ' এই শব্দৰ অৰ্থ ইতিহাসৰ বিভিন্ন জাতি বা সমাজক বাদ দিলে একেবাৰে অৰ্থহীন হৈ পৰে, সেইদৰে বিভিন্ন যুগৰ বা জাতিৰ দাৰ্শনিক চিন্তাধাৰাক বাদ দিলে 'দৰ্শন' শব্দও অৰ্থহীন হৈ পৰে।

দ্বিতীয়তে, দৰ্শন মানে দেশ-কাল-নিৰপেক্ষ চিৰন্তন সত্যৰ অনু-সন্ধান নহয়। কাৰণ সাময়িকতা আৰু লৌকিকতাক বাদ দি কোনো চিৰন্তন সত্য নাই। কোনো দাৰ্শনিক চিন্তাই তাৰ সমসাময়িক অন্যান্য জ্ঞান-বিজ্ঞানৰ সীমা অতিক্ৰম কৰি ওপৰলৈ উধাব নোৱাৰে। সমাজৰ অন্যান্য জ্ঞান-বিজ্ঞান—শিল্পকলা, সাহিত্য, সংস্কৃতি আদিৰ ওপৰত ভেটি কৰি সেই সমাজৰ দাৰ্শনিক চিন্তাধাৰাই গঢ় লয়। কিন্তু সেই সকলোবোৰেই পৰিৱৰ্ত্তনশীল আৰু গতিশীল। গতিকে দাৰ্শনিক চিন্তাধাৰা পৰিৱৰ্ত্তনশীল। এইটো হয়তো কব পাৰি যে চিৰন্তন সত্যসমূহ সম্পূৰ্ণ ভাবে একে সময়তে দেখা নিদিলেও নানা ৰূপে নানা অৱস্থাত সি মানুহৰ চিন্তাত ধৰা দিয়ে। তেতিয়া হলে জগতৰ সকলো দৰ্শনতে তাৰ বিভিন্ন প্ৰকাৰে বিকাশ হব, ভাৰতীয় দৰ্শনে বা আন

কোনো দৰ্শনেই এককভাৱে সেই সত্যৰ একচেটিয়া পট্টাদাৰ হব নোৱাৰে। চিৰন্তন সত্য বুলি যদি কিবা আছে তেন্তে সেই সত্য দেশ-কাল নিৰপেক্ষ নহয়, ইতিহাসৰ বুকুত মানৱ সমাজৰ অতীত, ভবিষ্যত আৰু বৰ্ত্তমান সকলো কালৰে সীমাহীন নানা অভিজ্ঞতাৰ সমষ্টিয়েই সেই চিৰন্তন সত্য, আৰু মানৱ সমাজে সেই সত্য উপলব্ধিৰ বাটত নানা ঘাত-প্ৰতিঘাত, দ্বন্দ-বিৰোধ, সত্যাসত্য নানা অভিজ্ঞতাৰ মাজেদি আগবাঢ়ি গৈ থাকে; আজিৰ সময়ত যিটো সত্য বুলি আজিৰ সীমাবদ্ধ জ্ঞানত আৰু জীৱনৰ সীমাবদ্ধ অভিজ্ঞতাত প্ৰতীয়মান হৈছে, সেইটো কিছুদিন পাচত নতুন অভিজ্ঞতাৰ ভেটিত লাভ কৰা নতুন জ্ঞানৰ তুলনাত অসত্য বুলি প্ৰমাণ হৈ যাব পাৰে আৰু যুগে যুগে সেইটো হৈছেও; সেয়ে মানৱৰ জ্ঞান-বিজ্ঞান, সাহিত্য-দৰ্শন আদি সকলো ভাৱময় সৃষ্টিৰ ক্ষেত্ৰতেই উত্থান-পতন আছে, গতি আছে, ক্ৰম-বিকাশ আছে। স্থায়ী অপৰিবৰ্ত্তনীয় বুলি কোনো সত্য নাই। গতিকে ভাৰতীয় দৰ্শনক চিৰন্তনী সত্যৰ সম্পূৰ্ণ প্ৰকাশ ভবাটো কূপমণ্ডুকতা।

তৃতীয়তে, বিজ্ঞান, দৰ্শন, শিল্পকলা আদিৰ এই পৰিৱৰ্ত্তন সমাজৰ আভ্যন্তৰীণ সংঘাত, সমন্বয় আৰু বিৱৰ্ত্তনৰ ছন্দত চলে। সমাজত জীৱনত মানুহৰ যি পাৰস্পৰিক সম্বন্ধ সেই সম্বন্ধৰ ভেটিত মানুহৰ সামাজিক নীতিজ্ঞান, ৰুচিজ্ঞান যদি জন্মে আৰু তাৰ ভেটিত জীৱন সম্বন্ধে তত্ত্বজ্ঞানৰ উদয় হয়। কিন্তু সমাজত মানুহৰ পাৰস্পৰিক সম্বন্ধবোৰ নিৰ্ভৰ কৰে সেই সমাজৰ জীৱিকা উপাৰ্জ্জনৰ প্ৰণালীৰ ওপৰত। উদাহৰণ স্বৰূপে কৃষিজীৱি সমাজৰ মানুহৰ পাৰস্পৰিক সম্বন্ধ যন্ত্ৰশিল্প-জীৱি সমাজৰ সামাজিক সম্বন্ধতকৈ বেলেগ আৰু সেই অনুপাতে এই দুই সমাজৰ নীতি, বিজ্ঞান, দৰ্শন আদিৰ চিন্তা-ধাৰাও বেলেগ।

মূলকথা, মানৱ সমাজৰ সকলো ৰকম পৰিৱৰ্ত্তন আৰু বিকাশ নিৰ্ভৰ কৰে একহাতে মানুহ আৰু আনহাতে কৃপণ প্ৰকৃতিৰ ভিতৰত



জীয়াই থকাৰ বাবে নিয়ত সংগ্ৰামৰ ওপৰত। মানবেতৰ পশু-জগততো এই সংগ্ৰাম আছে। কিন্তু পশু-জগতত প্ৰকৃতিক নিয়ম-মতেই সেই সংগ্ৰাম চলে, প্ৰকৃতিক পৰাজয় কৰিবৰ কোনো প্ৰয়োজন পশু-জগতত নাই। সেয়ে পশু-জগতত সম্বন্ধ নাই, দৰ্শন-বিজ্ঞান নাই। কিন্তু মানুহে নিজৰ জীৱন-যাত্ৰাৰ প্ৰয়োজনত নিজৰ চিন্তা-শক্তিৰ দ্বাৰা প্ৰকৃতিৰ শক্তিসমূহক জয় কৰি কামত লগাব লগা হয়। প্ৰকৃতিৰ বিৰুদ্ধে মানুহৰ এই সংগ্ৰামৰ প্ৰধান হাতিয়াৰ মানুহৰ চিন্তাশক্তি যাৰ দ্বাৰা ই প্ৰকৃতিক জয় কৰিব পাৰে আৰু প্ৰকৃতিক নিজৰ জীৱন-যাত্ৰাৰ কামত লগাব পাৰে। এই চিন্তা-শক্তি নিয়োগ কৰি মানুহে যুগে যুগে প্ৰকৃতিৰ পৰা নিজৰ জীৱিকা উলিয়াবলৈ নানা আহিলা তৈয়াৰ কৰি আহিছে আৰু ক্ৰমাগত ভাৱে প্ৰাকৃতিক শক্তিবোৰক জয় কৰি নিজৰ কামত লগাই আহিছে। এইদৰে সি প্ৰথমে জুই, তাৰ পাচত খেতি, যঁতৰ আৰু ক্ৰমে যন্ত্ৰ-শিল্প আদি নিৰ্ম্মাণ কৰিছে।

প্ৰকৃতিৰ লগত মানুহৰ এই সংগ্ৰামৰ পটভূমিকাত মানৱ-সমাজৰ ভিতৰত অন্তৰ্দ্বন্দ্ব হয়। সমাজৰ আদিম অৱস্থাত মানুহৰ বিভিন্ন গোষ্ঠীবোৰৰ আভ্যন্তৰীণ সমতা আছিল, কোনো মানুহে গোষ্ঠীৰ আন মানুহৰ ওপৰত প্ৰভুত্ব নকৰিছিল। ইয়াক প্ৰাচীন সাম্যবাদ বোলা হয়। তেতিয়া গোষ্ঠীয়ে গোষ্ঠীয়ে যুজ হৈছিল। ক্ৰমে সমাজত শ্ৰেণীভেদ আৰম্ভ হ'ল, সমাজ দুই শ্ৰেণীত ভাগ হ'ল, এটা শ্ৰেণী সমাজৰ উৎপাদক শক্তিবোৰৰ অধিকাৰী আৰু আভ্যন্তৰীণ শৃঙ্খলাৰক্ষক, আনটো কৰ্ম্মকাৰী শ্ৰেণী, শাসিত শ্ৰেণী। কিন্তু সমাজৰ এই স্তৰৰ এই ভাবসাম্য বেছিদিন চলিব নোৱাৰে। প্ৰকৃতিৰ কৃপণতাৰ ফলত আৰু মানুহৰ সংখ্যা ক্ৰমে বাঢ়ি যোৱাৰ ফলত সেই সমাজৰ জীৱিকা উৎপাদন অকুলান হয়, ফলত জীৱিকাৰ প্ৰয়োজনত নতুন উৎপাদন আহিলাৰ অধিকাৰৰ প্ৰয়োজন হয়, সেই নতুন উৎপাদন আহিলা কামত লগাবলৈ সমাজৰ নতুন ব্যৱস্থা কৰিব

লগা হয়। সমাজৰ ভিতৰত তীব্ৰ অন্তৰ্বিৰোধ হয়, পুৰণি সমাজ-ব্যৱস্থা ভাঙি যায় আৰু নতুন উৎপাদনৰ আহিলাৰ ভেটিত নতুন সমাজ ৰচিত হয়। এয়ে হল সামাজিক বিৱৰ্ত্তনৰ মূল সূত্ৰ।

প্ৰত্যেক স্তৰৰ সমাজৰ বিজ্ঞান দৰ্শন আদি ভাৱ জগতৰ সীমা ও সেই সমাজৰ অৰ্থ-নৈতিক ভেটিৰ ওপৰত নিৰ্ভৰ কৰে। যেতিয়াই সমাজৰ পৰিৱৰ্ত্তন হয় তেতিয়াই ভাৱ জগতৰো পৰিৱৰ্ত্তন হয়, সমাজৰ যি শ্ৰেণীয়ে সেই সমাজৰ স্থিতিস্থাপকতা বজায় ৰাখিবৰ চেষ্টা কৰে সেই শ্ৰেণীৰ চিন্তাধাৰা সমাজৰ সকলোৰে চিন্তাধাৰা বুলি কোৱা হয়। কিন্তু যি শ্ৰেণীয়ে সমাজ পৰিৱৰ্ত্তন কৰিব বিচাৰে সেই শ্ৰেণীৰ চিন্তাধাৰা ওপৰৰ শ্ৰেণীৰ চিন্তাধাৰাৰ বিপৰীত হয়। তাৰ ফলত প্ৰত্যেক সমাজতে এই দুই ভাৱ-জগতৰ সংঘাত হয়। দৰ্শনৰ জগততো এই সংঘাত তীব্ৰ ভাৱে দেখা দিয়ে। গতিকে দৰ্শনৰ ইতিহাস এই ভাৱ-জগতৰ আভ্যন্তৰীণ দ্বন্দ্ব আৰু জয়-পৰাজয়ৰে ইতিহাস, ই কোনো সমাজ-নিৰপেক্ষ অতীন্দ্ৰিয় চিন্তাৰ ধাৰাবাহিক ক্ৰমবিকাশ নহয়।

ভাৰতীয় দৰ্শনৰ ধাৰাও সেয়ে কোনো সুনিৰ্দ্দিষ্ট ধাৰাবাহিক গতিত চলা নাই। ইয়াৰ ভিতৰত দৰ্শনৰ ঐতিহাসিক সকলে এই সংঘাতকে অস্বীকাৰ কৰিবৰ চেষ্টা কৰিছে। আজিৰ প্ৰগতিবাদী চিন্তাশীল সকলৰ সেয়ে প্ৰয়োজন হৈছে ভাৰতীয় সমাজৰ সংস্কৃতিৰ আৰু দৰ্শনৰ তথাকথিত সমন্বয়ৰ প্ৰতি ধাৰণা ভাঙি দিয়া। কাৰণ এই সমন্বয়ৰ শ্লোগানে আমাৰ জাতীয় জীৱনৰ প্ৰকৃত প্ৰগতিৰ পথ ৰুদ্ধ কৰিব বিচাৰিছে।

### ভাৰতৰ বৈদিক যুগৰ চিন্তাধাৰা

ভাৰতৰ বৈদিক যুগৰ সময় নিৰ্ণয় এতিয়াও সঠিক ভাবে হোৱা নাই। ইয়াৰ আৰম্ভনী কাল সম্বন্ধে তীব্ৰ মতানৈক্য আছে। আনুমানিক খৃঃ পূঃ ২৫০০ চন মানৰ পৰা এই কালৰ আৰম্ভ বুলিব পাৰি। এই কালৰ আৰ্য্য সকলৰ চিন্তাধাৰাৰ একমাত্ৰ প্ৰামাণ্য গ্ৰন্থ চাৰি বেদ। বেদৰ শ্লোক আৰু মন্ত্ৰবোৰৰ পৰা এই কেইটা কথা বুজিব পাৰি—



(১) প্ৰাচীন আৰ্য্যসকলে নিজৰ চাৰিওফালৰ প্ৰকৃতিৰ নানা ৰূপক দেৱতা ৰূপে কল্পনা কৰিছিল, আৰু সেইবোৰক স্তৱমন্ত্ৰৰ দ্বাৰা বন্দনা কৰিছিল।

(২) এই বৈদিক সূত্ৰবোৰ বুদ্ধিৰ সংস্কাৰমুক্ত মনৰ স্বাভাৱিক কাব্যময় প্ৰকাশ। যুক্তিপূৰ্ণ চিন্তাধাৰা তেতিয়া প্ৰকাশ পোৱা নাই।

(৩) এই সকল মন্ত্ৰৰ বহুখিনিয়েই খুব সম্ভৱ আৰ্য্যসকলে ভাৰত আহি পোৱাৰ আগতেই ৰচনা কৰা, আৰু তাৰ দেৱ-দেৱী বোৰৰ প্ৰাচীন ইৰাণী সভ্যতাৰ দেৱ-দেৱীৰ লগত বহুত মিল আছে।

(৪) ইয়াৰ দেৱ-দেৱীসকল (বিশেষকৈ ঋকবেদৰ) কৃষিজীৱি সভ্যতাৰ দেৱ-দেৱী নহয় বা কোনো ঠাইত নিগাজী হৈ থকা সভ্যতাৰ দেৱ-দেৱীবোৰৰ নিচিনা নহয়।

এইবোৰ কথা ফঁহিয়াই চালে আমি বুজিব পাৰো যে—

(ক) বৈদিক যুগৰ প্ৰথম ভাগত আৰ্য্যসকলৰ সভ্যতা যাযাবৰ আৰু পশু-পালন সভ্যতা আছিল। সেই কাৰণে তেওঁলোকৰ দেৱ-দেৱীসকলৰ ভিতৰত বৰুণ (আকাশ), সূৰ্য্য আৰু সবিতৃ, মিত্ৰ, ইন্দ্ৰ আদি দেৱতাৰ প্ৰাধান্য। কাৰণ যাযাবৰ সভ্যতাত মুকলি আকাশ, সূৰ্য্য আৰু দানৱ-বিজয়ী ইন্দ্ৰ ইহুদীসকল (যেহোবা) আদিৰ বৰ্ণনা থাকে।

(খ) আৰ্য্যসকলে ভাৰতবৰ্ষলৈ আহি ইয়াৰ অধিবাসী সকলক জয় কৰি নিগাজীকৈ ইয়াত বসতি কৰে। অনাৰ্য্যসকলৰ এই সংগ্ৰাম সুদীৰ্ঘ সময় চলে আৰু তাত নানা জয়-পৰাজয়ৰ মাজেৰে আৰ্য্যসকল তিষ্ঠি থাকিব লগা হয়। পুৰাণবোৰ নানাভাৱে বৰ্ণিত দেৱাসুৰৰ যুদ্ধই সেই আৰ্য্য-অনাৰ্য্য সংঘৰ্ষৰ কাব্যিক ৰূপ। অনাৰ্য্য আদিবাসী

সকলে যে সহজে পৰাজয় স্বীকাৰ কৰা নাছিল এই দেৱাসুৰৰ যুদ্ধৰ নানা কাহিনীয়েই তাৰ প্ৰমাণ। আৰ্য্যসকলৰ ৰক্ষক দেৱতা ইন্দ্ৰই অসুৰৰ হাতত নানাভাৱে পৰাস্ত হৈ বহুবাৰ স্বৰ্গৰাজ্য হেৰুৱাটো তাৰ প্ৰমাণ। আনকি ৰণবিদ্যাতো বহু সময়ত আদিবাসীসকল বেছি কৌশলী আছিল যে তাৰ প্ৰমাণ কচে দৈত্যগুৰু শুক্ৰাচাৰ্য্যৰ ওচৰত সঞ্জীৱনী মন্ত্ৰ শিকিব যোৱাটোৱে, আৰু কাৰ্ত্তিকৰ জন্ম-কাহিনীয়ে ( কাৰ্ত্তিকৰ জন্ম-কাহিনী বোধ হয় আৰ্য্যসকলৰ এই নতুন ৰণ-কৌশল উদ্ভাৱনৰ ৰূপক )।

( গ ) আদিবাসী সকলৰ সভ্যতা খুব সম্ভৱ স্থিতিস্থাপক কৃষিজীৱি সভ্যতা আছিল। কৃষিজীৱি সভ্যতাত প্ৰকৃতিৰ বিশাল আৰু মহান ৰূপতকৈ তাৰ ভয়াবহ দাল ধুমুহা, ভূঁইকপ, মহামাৰী, হিংস্ৰ জন্তু-জানোৱাৰ আদিৰ লগতহে নিবিড় সম্বন্ধ ঘটে। সেই কাৰণে এনে সভ্যতাত তন্ত্ৰ-মন্ত্ৰ, আসুৰিক পূজা, জানোৱাৰ পূজা আদিৰ প্ৰাধান্য। আৰ্য্যসকলে আদিবাসীসকলৰ এইবোৰ আচাৰ পদ্ধতিৰ সন্মুখীন হয়। আদিবাসীসকলক জয় কৰি আত্মিক বশ্যতা স্বীকাৰ কৰাবৰ বাবে এইবোৰ তান্ত্ৰিক অসুৰ যক্ষ-ৰক্ষ কিন্নৰসকলক নিজৰ সভ্যতাৰ সাজ-পাৰ পিন্ধাই লবলগা হয় আৰু লয়ো। এই আৰ্য্যীকৰণ আমি দেখিবলৈ পাওঁ অথৰ্ব্ববেদত। এই প্ৰসঙ্গত ডাঃ ৰাধাকৃষ্ণণে লিখিছে—

"While the Rg Veda describes the conflict between the fair-skinned Aryans and the dark Dasyus, while Indian Mythology makes into strife of Devas and Raksasas, the Atharva Veda speaks to us of a period when the conflict is settled and the two are trying to live in harmony by mutual give-and-take. The spirit of accommodation naturally elevated the religion of the primitive tribes, but degraded the vedic religion by introducing into it sorevery and witch-craft".



( অৰ্থাৎ ঋক বেদে যেনেকৈ শ্বেতাঙ্গ আৰ্য্য আৰু কৃষ্ণকায় দস্যু সকলৰ ভিতৰত যুজ-বাগৰৰ কথাৰ—যিটো আমি পিছৰ যুগৰ পুৰাণ-সমূহত দেবাসুৰৰ যুদ্ধ ৰূপে বৰ্ণিত দেখো—তাৰ বৰ্ণনা কৰিছে, সেইদৰে আনফালে অথৰ্ব্ববেদত আমি সেই সময়ৰ বৰ্ণনা পাওঁ যি সময়ত এই সংগ্ৰামৰ মীমাংসা হৈ গৈ দুয়ো জাতিয়ে একেলগে শান্তিৰে থিতাপি লাগি আদান প্ৰদান আৰম্ভ কৰিছে। এই আদান প্ৰদানৰ মনোভাৱৰ ফলত অনাৰ্য্য গোষ্ঠীসমূহৰ ধৰ্ম্ম স্বাভাৱিক ভাবেই অলপ উচ্চ স্তৰ পালে, কিন্তু আনফালে বৈদিক ধৰ্ম্মত যাদু-বিদ্যা, তন্ত্ৰ-মন্ত্ৰ আদি সোমাই তাক অলপ তললৈ নমালে। )

আৰ্য্যসকল ভাৰতত নিগাজীকৈ বহি লোৱাৰ পাচত তেওঁলোকৰ ভিতৰত জাতি-বিভাগ আহি পৰে। আৰ্য্যসকলৰ সকলোৱে প্ৰথমতে একশ্ৰেণী ভুক্ত আছিল। প্ৰত্যেকেই পূজাৰী, যুজাৰু আৰু শ্ৰমকাৰী আছিল। ব্ৰাহ্মণ বুলি এটা সুকীয়া শ্ৰেণী নাছিল। কিন্তু আদিবাসী সকলৰ লগত হোৱা নিয়ম সংঘাতৰ ফলত এই অৱস্থা ক্ৰমে অচল হৈ পৰিল। যুদ্ধ-লিপ্ত হৈ থকা সকলে পূজা-পাতল আদিৰ প্ৰতি মনোযোগ দিব নোৱাৰা হ'ল। তেওঁলোক হৈ পৰিল ক্ষত্ৰিয়। অধ্যয়ন আৰু কাব্যপ্ৰিয় সকলেই ব্ৰাহ্মণ হ'ল আৰু আনবোৰ হ'ল বৈশ্য আৰু যুদ্ধত পৰাজিত কৰি গোলাম কৰা আদিবাসী সকল তেওঁলোকৰ দাস হ'ল; তেওঁলোকক আৰ্য্যসকলে সকলো ৰকম বৈদিক অধিকাৰৰ পৰা বঞ্চিত কৰি ৰাখিলে।

এই জাতি-বিভাগ প্ৰথমতে জন্মগত নাছিল। পাচত আদিবাসী সকলৰ তেজৰ সংমিশ্ৰণৰ পৰা নিজৰ বংশাদিক মুক্ত ৰাখিবৰ বাবে এই জাতি-বিভাগ ক্ৰমে ক্ৰমে কঠিন হৈ আহিল। জাতিবোৰৰ পাৰম্পৰিক বৈবাহিক আদান-প্ৰদান ( বিশেষকৈ আদিবাসী আৰু আৰ্য্যসকলৰ ভিতৰত ) একেবাৰে বন্ধ হৈ গ'ল। তথাপি শাসক আৰ্য্যসকলৰ সম্ভোগ-প্ৰীতিৰ কাৰণে আদিবাসী সকলৰ পৰা সুৰূপা

কন্যাক বিয়া কৰোৱাটো নীতি-সন্মত হৈয়ে ৰ'ল। "স্ত্রীৰত্নং দুষ্কুলাদপি" এই নীতি ফাকিয়েই তাৰ প্ৰমাণ।

ক্ষত্রিয় সকলে আৰ্য্য সকলৰ ৰাজ্য-বিস্তাৰ, শত্রু দমন আৰু ৰাজ্যত শৃঙ্খলা আৰু সংহতি স্থাপনত ব্যস্ত থাকিব লগাৰ সুযোগ লৈ ব্ৰাহ্মণসকলে বেদৰ প্ৰায় সমস্ত অধিকাৰ একচেটিয়া কৰি সমাজৰ হৰ্ত্তা-কৰ্ত্তা হৈ পৰিল। তেওঁলোক হ'ল মানুহৰ পাৰলৌকিক মুক্তিদাতা, মৰ্ত্ত্যত দেৱতাৰ প্ৰতিনিধি। যাগ-যজ্ঞ আদি মুক্তিৰ পথ তেওঁলোকৰ অধীন হ'ল। জীৱন-যাত্ৰাৰ সকলো শ্ৰমৰ পৰা তেওঁলোক মুক্ত হ'ল। নিজৰ এই কায়েমী স্বাৰ্থ বজায় ৰাখিবলৈ তেওঁলোকে নানা তন্ত্র-মন্ত্র, পূজা-পাতল আদিৰ আবিষ্কাৰ কৰিব ধৰিলে। বৈদিক ধৰ্ম্মৰ দেৱ-দেৱীৰ প্ৰতি মানুহৰ কাব্যিক প্ৰাণৰ বন্দনা নহৈ আচাৰ-নীতি, পূজা-পাতল, যাগ-যজ্ঞৰ ক্ষেত্ৰ হৈ পৰিল। এয়েই হ'ল বেদৰ ব্ৰাহ্মণ খণ্ড।

এই কথা লৈয়েই আৰ্য্যসকলৰ ভিতৰত অন্তৰ্দ্বন্দ্বৰ উদ্ভৱ। ক্ৰমে আদিবাসী সকল সম্পূৰ্ণ ভাবে পৰাজিত হ'ল। তাৰ ফলত ক্ষত্রিয় সকলে তেতিয়া ৰাজ্য শাসনৰ উপৰিও আন আন ফালে চকু দিব পৰা হ'ল। আত্ম-সচেতন হৈ তেওঁলোকে দেখা পালে যে সমাজৰ উচ্চ স্থান ব্ৰাহ্মণ সকলে একচেটিয়া ভাৱে দখল কৰিছে। বৈদিক ক্ৰিয়া-কলাপৰ দ্বাৰা প্ৰজা সকলৰ ত্ৰৈকালিক গুৰু হৈ পৰিছিল। ক্ষত্রিয় সকল তেতিয়া ব্ৰাহ্মণ সকলৰ মন্ত্ৰীত্ব আৰু নিৰ্দ্দেশৰ সম্পূৰ্ণ অধীন হৈ পৰিছে। এই অৱস্থাৰ বিৰুদ্ধে ক্ষত্রিয় সকলে বিদ্ৰোহ ঘোষণা কৰিলে। ইয়াৰ ফলত ভাৱ-জগতত উপনিষদৰ চিন্তাধাৰাৰ উৎপত্তি হয়। এই বিৰোধ যে অস্ত্র-শস্ত্ৰৰ ভয়াবহ বিৰোধত পৰিণত হৈছিল তাৰ প্ৰমাণ পুৰাণবোৰত পোৱা যায়। ক্ষত্রিয় ৰজা সকলৰ নেতৃত্ব লৈ কাৰ্ত্তবীৰ্য্যাৰ্জ্জুনে ব্ৰাহ্মণসকলক বধ কৰিব ধৰে ; আন ফালে ব্ৰাহ্মণ সকলৰ নেতা পৰশুৰামে সাত বাৰ ক্ষত্রিয় সকলক নিৰ্ম্মূল কৰাৰ অভিযান কৰে। ব্ৰাহ্মণ সকলে কোনোমতেই নিজৰ অধিকাৰ



এৰিব নোখোজে ; আনফালে ক্ষত্রিয় সকলে সেই অধিকাৰ লবলৈ বদ্ধপৰিকৰ! ক্ষত্রিয় মুনি বিশ্বামিত্রই ব্ৰাহ্মণত্ব লাভ কৰিবলৈ কৰা তপস্যা আৰু শেহত সেই অধিকাৰ লাভ কৰিব পৰাটো ক্ষত্রিয়সকলৰ জয়ৰ কথাই সূচায়। এই সংগ্ৰামত ক্ষত্রিয় সকলে সেই সময়ৰ বেদৰ কৰ্ম্ম-কাণ্ড ত্যাগ কৰি আৰণ্যক হোৱা মিষ্টিক ভাৱাপন্ন সাধক ঋষ্যশৃঙ্গ আদি মুনিৰ সমৰ্থন পাইছিল। এই সকল আৰণ্যক মুনিয়ে নিজৰ উদাৰচেতা স্বভাৱৰ কাৰণে স্বাৰ্থপৰ ব্ৰাহ্মণ সমাজৰ শোষণনীতিৰ পৰা আঁতৰি গৈ অৰণ্যত পৰম সত্যৰ সাধনাত নিজকে নিযুক্ত কৰিছিল।

আৰণ্যক মুনি সকলৰ উপৰিও ক্ষত্রিয় সকলে এই গৃহ-যুদ্ধত কৃষিজীৱি দাস সকলকো নিজৰ ফলীয়া কৰি লৈছিল। ক্ষত্রিয়, আৰণ্যক আৰু দাস শ্ৰেণী এই তিনি দলৰ সমবেত শক্তিৰ আগত ব্ৰাহ্মণ সকলে নতি স্বীকাৰ কৰিব লগা হয়। ৰামায়ণত বৰ্ণিত শ্ৰীৰামচন্দ্ৰৰ কাহিনী এই জয়ক স্পষ্টভাৱে ফুটাই তোলে। দশৰথ ৰজাই পুত্ৰেষ্টি যজ্ঞৰ বাবে সংসাৰত্যাগী আৰণ্যক মুনি ঋষ্যশৃঙ্গক পুৰোহিত বৰণ কৰে। বিশ্বামিত্রই ৰাম লক্ষ্মণক নিয়ে দস্যুবধৰ বাবে। ৰামচন্দ্ৰৰ চৰণস্পৰ্শত অহল্যাৰ মুক্তি, অৰ্থাৎ ৰামচন্দ্ৰৰ নেতৃত্বত ব্ৰাহ্মণ্য সভ্যতাৰ হেঁচাৰ পৰা কৃষি-সভ্যতাৰ মুক্তি। কৃষিকেই সাধনাৰ বস্তু কৰা জনক মুনিৰ কৃষি কামত পোৱা কন্যা সীতাৰ লগত ৰামচন্দ্ৰৰ পৰিণয়। জনক ৰজাৰ হৰধনু ভঙ্গ পণ ৰক্ষা কৰা মানে জনক মুনিৰ জীৱনৰ ব্ৰতক ৰামচন্দ্ৰই মানি লোৱা। এই হ'ল কৃষক আৰু ক্ষত্রিয়ৰ নেতা ৰামচন্দ্ৰ যাৰ ওচৰত ক্ষত্রিয়-বিদ্বেষী ব্ৰাহ্মণ পৰশুৰামে নতি স্বীকাৰ কৰিলে।

ব্ৰাহ্মণ-ক্ষত্রিয় বিৰোধৰ প্ৰৱল প্ৰতিক্ৰিয়া সেই সময়ৰ ভাৱজগততো দেখা দিয়ে। উপনিষদৰ চিন্তাৰ মাজেদি ক্ষত্রিয় সকলৰ দাৰ্শনিক ভাৱৰ বিকাশ হয়। অনেকবোৰ উপনিষদেই ক্ষত্রিয় ৰজাসকলৰ ৰচিত। উপনিষদ সমূহৰ মূল সুৰ হ'ল আধ্যাত্মবাদ আৰু

জ্ঞান-মাৰ্গ। এই মতবাদ দেৱ-দেৱীৰ পূজা-অৰ্চ্চনা আৰু যাগ-যজ্ঞৰ বিৰোধী, ইয়াৰ মতে বিশ্বৰ স্ৰষ্টা কোনো দেৱ-দেৱী বা ভগবান নহয়। ই এক অপৌৰুষেয় চৈতন্যময় ব্ৰহ্মাৰ প্ৰকাশ। এই পৰম সত্যৰ ওচৰত বৈদিক কৰ্ম্মকাণ্ডৰ স্থান নাই, গতিকে আত্মাৰ মুক্তি-দাতা হিচাপে ব্ৰাহ্মণসকলৰো সমাজত কোনো প্ৰয়োজন নাই। জীৱৰ মুক্তি লাভ কৰি পৰমব্ৰহ্মত লীন হবৰ উপায় জ্ঞানৰ সাধনা, শ্ৰৱণ, মনন্ আৰু নিদিধ্যাসন, বেদৰ কৰ্ম্মকাণ্ডৰ দেৱ-বাদৰ সলনি এই হ'ল ক্ষত্ৰিয় সকলৰ ব্ৰহ্মবাদ।

কিন্তু ক্ষত্ৰিয় সকলে ব্ৰাহ্মণ সকলৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল যদিও সমাজৰ অন্য শ্ৰেণীবোৰৰ যেনে—বৈশ্য আৰু শূদ্ৰ—সামাজিক মুক্তি বিচৰা নাছিল। সেইকাৰণে তেওঁলোকে জাতিভেদ বজায় ৰাখিবলৈ আৰু তলৰ জাতিবোৰক তত্বজ্ঞান, তথা মুক্তিজ্ঞানৰ পৰা বঞ্চিত ৰাখিবলৈ আৰু সেইসকলক পাৰমাৰ্থিতাৰ আফিম্ খুৱাই নিষ্ক্ৰিয় কৰি ৰাখিবলৈ বেদৰ সাৰ্ব্বভৌমিক অধ্যাত্ম আধিপত্যৰ বিৰোধিতা নকৰি নিজৰ এই ব্ৰাহ্মণ-বিৰোধী দৰ্শনক বেদান্ত আখ্যা দিছিল আৰু বেদৰ সেই আধিপত্য বৰং প্ৰচাৰ হে কৰিছিল; কাৰণ সেই সময়ৰ সামাজিক ব্যৱস্থা অটুট ৰাখিবলৈ বেদ হৈছে একমাত্ৰ নৈতিক অস্ত্ৰ। বেদৰ বিৰুদ্ধে কাৰ্য্যকৰী বিদ্ৰোহ কৰা সমাজৰ ভিতৰত বিপ্লৱৰ সৃষ্টি কৰা। সেইটো ক্ষত্ৰিয় সকলে কেতিয়াও বিচৰা নাছিল। সেই কাৰণে উপনিষদৰ ঋষি সকলে বেদৰ প্ৰতি দুইমুখী ভাৱ লয়; একহাতে তেওঁলোকে স্বীকাৰ কৰে যে বেদ অপৌৰুষেয় আপ্তবচন, আনহাতে বেদ অপৰা বিদ্যা। উদাহৰণ স্বৰূপে মুণ্ডক উপনিষদত আছে—

"Two kinds of knowledge must be known, the higher and the lower. The lower knowledge is that which the Rg. Sama, Atharva Veda, Ceremonial, Grammar give······but the higher knowledge is that by which the indestructible Brahman is apprehended."



অৰ্থাৎ, "মানুহৰ দুই ৰকমৰ ৱিদ্যা থকাৰ প্ৰয়োজন—যেনে পৰা বিদ্যা আৰু অপৰা বিদ্যা। ঋক, সাম, অথৰ্ব্ববেদ, যাগ-যজ্ঞ আৰু শব্দ-শাস্ত্ৰ আদিৰ পৰা পোৱা বিদ্যা অপৰা বিদ্যা, কিন্তু পৰা বিদ্যা হৈছে সেই বিদ্যা যাৰ দ্বাৰা অবিনাশী ব্ৰহ্মক জনা যায়।"

বেদৰ লগত এনে জোৰাতালি ব্যৱস্থাৰ কাৰণে উপনিষদৰ বাণীয়ে তলৰ শ্ৰেণীবোৰৰ প্ৰাণৰ বাৰতা দিব নোৱাৰিলে—ডাঃ ৰাধাকৃষ্ণণৰ ভাষাত—

"The lofty idealism of the Upanisad did not realise itself as a popular movement. It never influenced society as a whole······if the idealism of the Upanisads had parmeated the masses there would have been a great remodelling of the racial character and a re-generation of social institutions."

অৰ্থাৎ, "উপনিষদৰ এই উচ্চ আদৰ্শবাদে সৰ্ব্বসাধাৰণৰ ভিতৰত কোনো আলোড়ন হিচাপে ৰূপ নললে। ই সমাজক সমগ্ৰ ভাৱে প্ৰভাৱান্বিত কৰিব নোৱাৰিলে।············উপনিষদৰ আদৰ্শবাদে জনসাধাৰণৰ মাজত শিপোৱা হলে, সমগ্ৰ জাতীয় চৰিত্ৰৰ বহু পৰিবৰ্ত্তন সাধিত হলহেঁতেন আৰু সামাজিক অনুষ্ঠান সমূহত নতুন জ্ঞান সঞ্চাৰিত হলহেঁতেন।"

তলৰ শ্ৰেণী সকলৰ মুক্তি আনিব লাগিলে বেদৰ আধিপত্য সম্পূৰ্ণভাৱে নষ্ট কৰিব লাগে। এই কামৰ বাবে আগবাঢ়ি আহিল বৌদ্ধ, জৈন আৰু চাৰ্ব্বাক সকল।

## পৌৰাণিক যুগ

উপনিষদতেই বৈদিক যুগৰ শেষ। ইয়াৰ পাচত আৰ্য্য সমাজত নানা বৈপ্লৱিক চিন্তাধাৰা দেখা দিয়ে। এই বৈপ্লৱিক অবৈদিক চিন্তাধাৰাৰ যুগক সাধাৰণতে পৌৰাণিক যুগ বোলা হয়। এই

যুগৰ সময় কাল খৃঃ পূঃ ৬০০ৰ পৰা ২০০ খৃঃ পূঃ বুলি ধৰিব পাৰি। এই যুগৰ বৈশিষ্ট্যবোৰ হৈছে—

(১) বেদৰ একছত্ৰিতা আৰু বৈদিক ক্ৰিয়াকাণ্ডৰ বিৰুদ্ধে প্ৰবল দাৰ্শনিক বিৰোধ।

(২) ক্ষত্ৰিয় ৰজাসকলৰ প্ৰতাপ বৃদ্ধিৰ ফলত প্ৰজাৰ ওপৰত স্বেচ্ছাচাৰী শাসন, আৰু উৎপীড়িত শোষিত প্ৰজাসকলৰ উপায়-বিহীন নিৰাশা।

(৩) বৈদিক যুগৰ বিচাৰহীন প্ৰত্যয়বাদ আৰু উপনিষদৰ বিচাৰ-নিৰপেক্ষ উপলব্ধিবাদৰ ঠাইত দাৰ্শনিক যুক্তিতৰ্ক, বিচাৰ আদিৰ প্ৰাধান্য, প্ৰত্যয়বাদৰ বিৰুদ্ধে বিদ্ৰোহ।

(৪) বৈদিক যুগৰ জীৱন আৰু জগত সম্বন্ধে স্থিতিশীল ধাৰণাৰ ঠাইত তাৰ গতিশীলতা আৰু নশ্বৰতা সম্বন্ধে তীব্ৰ সচেতনতা।

এই সময়ত ৰাজনৈতিক আৰু সামাজিক পটভূমিকাত আমি পাওঁ আৰ্য্যাৱৰ্ত্তৰ চাৰিওফালে স্থাপিত হোৱা অসংখ্য সৰু সৰু ৰাজ্য আৰু তাৰ ৰজাসকল ; সেই ৰাজ্য আৰু ৰজাসমূহৰ পাৰস্পৰিক সংগ্ৰাম আৰু নানা ঘাত-প্ৰতিঘাত আৰু তাৰ ফলত প্ৰজাৰ জীৱন-যাত্ৰাৰ অশান্তি আৰু অনিশ্চয়তা। তাৰ উপৰি ৰজা আৰু বিত্তশালী সকলৰ সীমাহীন লোভ আৰু স্বাৰ্থপৰতা। ডাঃ ৰাধাকৃষ্ণণৰ ভাষাত—

"Loud complaints were heard about the degeneracy of the age, the lust of princes and the greed of men."

অৰ্থাৎ, "সেই যুগৰ নৈতিক অধঃপতন তথা ৰজাসকলৰ লালসা আৰু প্ৰজাৰ লোভ আদিৰ বিষয়ে নানা গোচৰ শুনা গৈছিল।"

প্ৰজাসকলে এই অত্যাচাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব নোৱাৰি, সামাজিক যুক্তিৰ বাট সঠিক ভাৱে বিচাৰি নাপাই জীৱন সম্বন্ধে নিৰাশাবাদৰ আশ্ৰয় ললে, আৰু সামাজিক জীৱনৰ পৰা নিজৰ মন আঁতৰাই আনি আত্মাৰ নিৰ্ব্বাণ পথ বিচাৰিব ধৰিলে। এই



নিৰাশাবাদেই সেই সময়ত বুদ্ধৰ নৈৰাশ্যবাদ আৰু দুঃখবাদ আৰু জৈন সকলৰ স্যাৎবাদ ( the theory of 'as if' ) আৰু কৈৱল্যবাদ ৰূপে দেখা দিলে। সেই কাৰণে বৌদ্ধ আৰু জৈন ধৰ্ম্মই বৈদিক ধৰ্ম্মৰ বিৰুদ্ধে সামাজিক সমতা আৰু যুক্তিৰ বাণী প্ৰচাৰ কৰিলেও এই বাণীয়ে দাস শ্ৰেণীক আত্মবিশ্বাস দিব নোৱাৰিলে, সেইসকলৰ লৌকিক মুক্তিৰ পথ পৰিষ্কাৰ কৰিব নোৱাৰিলে। ( এই বিষয়ে আলোচনা অলপ পাচত কৰা হব )।

তলৰ শ্ৰেণীৰ মুক্তিৰ বাবে পলায়নবাদী দৰ্শন আৰু ধৰ্ম্ম নালাগে, লাগে সামাজিক আৰু ঐহিক বাস্তৱবাদ, লাগে ঐহিক জীৱন সম্বন্ধে আত্ম-প্ৰত্যয়ৰ দৰ্শন, লাগে পাৰলৌকিক কুহেলিকা-মুক্ত যুক্তিপূৰ্ণ বস্তুবাদ। জনসাধাৰণৰ এই দাৰ্শনিক প্ৰয়োজন পুৰণ কৰিবৰ চেষ্টা কৰিলে সেই সময়ৰ লোকায়ত জড়বাদী দৰ্শনে।

## জড়বাদ

ভাৰতীয় চিন্তাধাৰাত জড়বাদ যদিও পৌৰাণিক যুগত হে প্ৰবল হৈ উঠে, ইয়াৰ আৰম্ভনী হয় সুদূৰ বৈদিক যুগৰ আৰম্ভনীৰ সময়তেই। ঋক্ বেদৰ কিছুমান শ্লোকত ইয়াৰ আভাষ দেখা যায়। গাৰ্বেৰ মতে—"Several vestiges show that ever in the pre-Buddhistic India proclaimers of purely materialistic doctrines appeared ; and there is no doubt that these doctrines had ever afterwards, as they have today, numerous secret followers"—( Garbe—*The Philosophy of Ancient India* ).

অৰ্থাৎ, "কেবাটাও ( ঐতিহাসিক পৌৰাণিক আদি—লিখক ) নজীৰৰ পৰা বুজা যায় যে আনকি প্ৰাক্‌বৌদ্ধ যুগৰ ভাৰততো নিভাজ জড়বাদ মতাৱলম্বী মানুহ আছিল, আৰু এই বিষয়ে কোনো সন্দেহ নাই যে সেই সময়ৰ পৰাই আজি পৰ্য্যন্ত এই মতবাদৰ

অসংখ্য গোপন সমৰ্থক যুগে যুগে আছিল। (গার্ব্বে—প্রাচীন ভাৰতৰ দৰ্শন)।

প্ৰাচীন জড়বাদী দাৰ্শনিক সকলৰ ভিতৰত বৃহস্পতি, অজিত কেশ কম্বলী আৰু চাৰ্ব্বাকেই প্ৰধান। বৃহস্পতিৰ সূত্ৰবোৰ লুপ্ত হৈছে।

ভাৰতীয় জড়বাদৰ মূল প্ৰেৰণা বেদৰ বিৰোধিতা। চাৰ্ব্বাকৰ মতে বেদৰ তিনিটা প্ৰধান দোষ যেনে (১) ই অসত্য, (২) স্ববিৰোধী, (৩) যুক্তিহীন কথাৰ পুনৰুক্তি। এওঁলোকৰ মতে বেদৰ মন্ত্ৰ-তন্ত্ৰাদি ধূৰ্ত্ত ব্ৰাহ্মণ সকলে ৰচনা কৰিছে তেওঁলোকৰ জীৱিকাৰ পথ সুগম কৰিবৰ বাবে; মৃতকৰ বাবে শ্ৰাদ্ধ-পিণ্ডাদিৰ উদ্ভাৱন ব্ৰাহ্মণ সকলৰেই স্বাৰ্থপৰ কাৰসাজি। জড়বাদীৰ মতে স্বৰ্গ নাই, পৰলোক নাই, দেহাতীত আত্মা নাই, জাতিভেদ অমূলক আৰু অৰ্থহীন। যি কথা ইন্দ্ৰিয়াতীত তাৰ কোনো সত্য নাই। সেইকাৰণে ঐহিক জীৱনকেই যিমান পাৰি সুখত চলাব লাগে।

চাৰ্ব্বাকপন্থী সকলৰ নৈতিক আদৰ্শ হ'ল ঐহিক সুখ। ত্যাগ, আত্মনিগ্ৰহ আদি বেদ আৰু উপনিষদে প্ৰচাৰ কৰা নৈতিক আদৰ্শবোৰ তেওঁলোকৰ মতে মানুহৰ দুৰ্ব্বলতা, ভীৰুতা আৰু নপুংসকতাৰ পৰিচায়ক, জীৱনৰ সত্যক সত্যভাৱে মানি লবলৈ সাহৰ অভাৱ। এওঁলোকৰ সামাজিক আদৰ্শ হ'ল এই যে সকলো মানুহ সমান; কেৱে সৰু-বৰ নহয়। ৰজা-প্ৰজা ব্ৰাহ্মণ-অব্ৰাহ্মণ আদিৰ ভেদাভেদো অসত্য। কোনো মানুহে অন্য মানুহক নিজৰ অধীনত ৰাখিবলৈ নৈতিক অধিকাৰ নাই। এয়ে হ'ল তেওঁলোকৰ মানৱতাৰ মুক্তিবাণী, যি বাণীয়ে সেই সময় শোষিত জনসাধাৰণৰ আকাঙ্ক্ষাক প্ৰকাশ কৰিব পাৰিছিল। শ্ৰীযুক্ত দক্ষিণাৰঞ্জন শাস্ত্ৰীয়ে তেখেতৰ 'ভাৰতীয় দৰ্শনৰ সংক্ষিপ্ত ইতিহাস' নামক কিতাপত লিখিছে, "এই পৰিষ্কাৰ দৃষ্টি-ভঙ্গীৰ দ্বাৰা লোকায়ত সকলে (জড়বাদী সকলক লোকায়ত বাদীও বোলা হয়—লিখক) স্বৰ্গলাভৰ নিষ্ফল ধৰ্ম্মানুষ্ঠানৰ



গতানুগতিক জীৱন এৰি বাস্তৱ জীৱনৰ কল্যাণ লাভৰ পথত সমস্ত শক্তি নিয়োগ কৰিলে। ইয়াৰ ফল হ'ল স্বাধীনতা লাভৰ আন্দোলন। স্বাধীনতা মানে তেওঁলোকে বুজিছিল ব্যক্তিৰ আৰু সমাজৰ, পুৰুষৰ আৰু স্ত্ৰীৰ, ধনীৰ আৰু দৰিদ্ৰৰ—সমস্ত মানুহৰ আৰু সমস্ত শ্ৰেণীৰ।" বাস্তৱ জীৱনৰ ওপৰত জোৰ দিয়াৰ ফলত জনসাধাৰণে পাৰলৌকিকতা এৰি বস্তু-বিদ্যা আৰু শিল্প-কলা চৰ্চ্চাত লাগিল। এই বিজ্ঞান চৰ্চ্চা আৰু চাৰু-শিল্পৰ অভিযান কেবা পুৰুষো ধৰি চলিছিল। কামশাস্ত্ৰ প্ৰণেতা বাৎসায়ণে এই সময়ৰ ৬৪ বিধ ভিন্ ভিন্ চাৰুশিল্পৰ নাম উল্লেখ কৰি গৈছে।

কিন্তু জড়বাদী দৰ্শনেও সমাজৰ পুৰণা শ্ৰেণী-ব্যৱস্থাৰ কোনো বৈপ্লৱিক পৰিবৰ্ত্তন আনিব নোৱাৰিলে; তাৰ কাৰণ হ'ল ইয়াৰ ব্যক্তিস্ববাদ। এই দৰ্শনে গাইগুটীয়া ভাৱে ব্যক্তিৰ জীৱনলৈহে আবেদন আনিছিল, ই সামাজিক শ্ৰেণী-সংহতিৰ কোনো সক্ৰিয় নিৰ্দ্দেশ দিব নোৱাৰিলে। সামাজিক শ্ৰেণীৰ-সংহতি আৰু ঐক্যবদ্ধ প্ৰচেষ্টা নহলে ব্যক্তিগত বিদ্ৰোহে কেতিয়াও সমাজৰ ৰূপ বদলাই দিব নোৱাৰে। আৰু বিশেষকৈ সেই সময়ৰ ভাৰতীয় সমাজৰ অৰ্থ-নৈতিক পৰিস্থিতিৰ ভেটিত যি ৰকম সামাজিক আদৰ্শৰ প্ৰয়োজন হৈছিল সেই ৰকম আদৰ্শ জড়বাদী দৰ্শনে দিব নোৱাৰিলে। সেই সময়ত সমাজ-জীৱনত প্ৰয়োজন আছিল অসংখ্য-সৰু সৰু ৰাষ্ট্ৰবোৰ আৰু তাৰ আভ্যন্তৰীণ যুজ-বাগৰ অশান্তি-অত্যাচাৰবোৰ দূৰ কৰি এক বৃহৎ চক্ৰৱৰ্ত্তী ৰাষ্ট্ৰৰ প্ৰতিষ্ঠা কৰা—যাৰ ফলত ৰাজ্য সমূহৰ পাৰস্পৰিক শান্তি আৰু আদান-প্ৰদানৰ ভিতৰেদি ক্ৰমবৰ্দ্ধমান পণ্যৰ বণিজ আৰু বিনিময় সম্ভৱপৰ হয়। কিন্তু জড়বাদী সামাজিক আদৰ্শই এই ঐক্যবদ্ধ ৰাষ্ট্ৰৰ বাণী নানি ৰাষ্ট্ৰৰ অপ্ৰয়োজনীয়তাৰ কথাহে তুলিলে। কিন্তু আনফালে বৌদ্ধ দৰ্শনৰ চিন্তাধাৰাই সাম্য আৰু অহিংসাৰ বাণীৰে জনসাধাৰণক প্ৰভাৱিত কৰি এই বৃহৎ ৰাষ্ট্ৰ স্থাপনৰ পথ সুগম কৰি দিলে।

সেই সময়ত সামাজিক অৱস্থাত আমি দেখা পাওঁ যে আৰ্য্য-সকলে তেওঁলোকৰ সামাজিক গোষ্ঠী-জীৱনৰ ( যি জীৱন পশুপালন আৰু মৃগয়া-সভ্যতাৰ ওপৰত স্থাপিত ) পৰা আহি কৃষি-সভ্যতাৰ ভেটিত নতুন সমাজ ৰচনা কৰিছে। তাত ৰাষ্ট্ৰৰ দণ্ডনীতি, ব্যক্তিগত সম্পত্তিৰ অধিকাৰ, গৰীয়ান জীৱন, কুটীৰ শিল্পৰ বিস্তাৰ, কুটীৰ শিল্পৰ পণ্য বিনিময় ব্যৱস্থাৰ কাৰণে বণিক শ্ৰেণীৰ প্ৰতিপত্তি, শিল্প নিৰ্ম্মাণৰ আৰু ৰাষ্ট্ৰীয় শক্তি আৰু শাসনৰ কেন্দ্ৰীকৰণৰ ভেটিত নগৰ সমূহৰ উৎপত্তি। সেই সময়ৰ নগৰবোৰৰ লগত আজিৰ সময়ৰ নগৰবোৰৰ তুলনা কৰিলে ভুল হব। আজিৰ নগৰবোৰ গাৱঁলীয়া জীৱনৰ পৰা, কৃষি জীৱনৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন, ই বৃহত্তৰ শিল্প কাৰখানাৰ ভেটিত স্থাপিত। কিন্তু সেই সময়ত শিল্প আৰু কৃষি সম্পূৰ্ণভাৱে পৃথক হৈ পৰা নাই, কৃষক আৰু কাৰিকৰ বুলি দুটা স্বতন্ত্ৰ শ্ৰেণী ৰখা নাই। এক কৃষক পৰিবাৰেই এফালে কৃষিকাৰ্য্য আৰু আনফালে শিল্প-পণ্য উৎপাদন দুয়োটাৰে সাধন কৰে। আজি-কালিৰ শিল্পৰ ভেটিত শ্ৰম বিভাজন নহৈ তেতিয়া আঞ্চলিক শ্ৰম বিভাজন হে আছিল। অৰ্থাৎ এখন গাৱঁৰ উদ্বৃত পণ্য আন গাৱঁলৈ নি বিক্ৰী কৰা হৈছিল, তাৰ ফলত এটা স্বকীয়া বণিক শ্ৰেণীৰ উৎপত্তি হয়। বাণিজ্য বিকাশৰ লগে লগে এই বণিক শ্ৰেণীয়ে মুঠ খাই নগৰবোৰত কেন্দ্ৰীভূত হয়। বিভিন্ন নগৰবোৰৰ ব্যাপক যোগাযোগৰ প্ৰয়োজন হ'ল বাণিজ্যৰ খাতিৰত। কিন্তু বিভিন্ন ৰাজ্যবোৰৰ ভিতৰত শান্তি স্থাপন নহলে সেই যোগাযোগ হব নোৱাৰে। আকৌ আন্তৰাষ্ট্ৰীয় শান্তিৰ উপৰিও পণ্য উৎপাদন বৃদ্ধিৰ অৰ্থে আভ্যন্তৰীণ শান্তিৰো প্ৰয়োজন হ'ল। সেয়ে বৌদ্ধ আৰু জৈন ধৰ্ম্মৰ শান্তি আৰু অহিংসাৰ বাণীয়ে জনসাধাৰণৰ এই আকাঙ্ক্ষাক ৰূপ দিব পাৰিলে।

জৈনধৰ্ম্ম, বুদ্ধধৰ্ম্মৰ অগ্ৰগামী। ই নৈতিক আদৰ্শৰ ওপৰত স্থাপিত। ই নাস্তিকবাদী আৰু বেদ-বিৰোধী। বেদ-বিৰোধিতা



ইয়াৰ মূল উৎস। জনসাধাৰণৰ মাজত হোৱা ব্যাপক নিৰাশাই ইয়াৰ প্ৰধান অৱলম্বন।

জৈন দৰ্শনৰ মূল তত্ত্ব হৈছে (১) অনীশ্বৰ বাদ, (২) জীৱ আৰু অজীৱ দ্বৈতবাদ, (৩) কৰ্ম্মবাদ, (৪) জ্ঞান আৰু নৈতিক আদৰ্শৰ দ্বাৰা কৰ্ম্মৰ পৰা জীৱৰ নিৰ্ব্বাণ বা কৈৱল্য।

জৈনধৰ্ম্মৰ নৈতিক আদৰ্শ অতি কঠিন। সেইবোৰ হৈছে অহিংসা, সত্য, আস্তেয়, ব্ৰহ্মচৰ্য্য, অপৰিগ্ৰহ। ঐহিক সুখ বা ভোগৰ স্থান ইয়াত নাই।

সামাজিক আদৰ্শত জৈনধৰ্ম্মই জাতিভেদৰ নৈতিক ভেটি মানি চলিছিল। চাৰিজাতি হৈছে জীৱৰ মুক্তিপথৰ চাৰিটা স্তৰ-বিশেষ। জীৱে নিজৰ কৰ্ম্মৰ গুণত ব্ৰাহ্মণ ক্ষত্ৰিয়াদি জাতি পায়। অকল জাতিভেদ সম্বন্ধেই নহয়, সামাজিক আচাৰ পদ্ধতি,—জন্ম, উপনয়ন, বিবাহনুষ্ঠান, প্ৰেতকাৰ্য্য আদিত ব্ৰাহ্মণৰ স্থান জৈনসকলে ৰাখি ব্ৰাহ্মণ্যধৰ্ম্মৰ লগত একৰকম মোকাবিলা কৰিছিল। দ্বিতীয়তে, এওঁলোক ধৰ্ম্মসংগঠনত ৰাজতন্ত্ৰৰ সহায় লোৱা নাছিল। অৰ্থাৎ জৈনধৰ্ম্ম ৰাজধৰ্ম্ম হোৱা নাছিল।

ইয়াৰ ফলত আমি দেখো যে ই কোনো ৰাজশক্তিৰ সহায়ক নোহোৱাত ৰাষ্ট্ৰৰ ঐক্য আৰু চক্ৰৱৰ্ত্তীত্ব স্থাপনত কোনো কামত নালাগিল, আৰু সেই হেতুকে এই ধৰ্ম্মই দেশ চানি পেলাব নোৱাৰিলে। আনফালে হিন্দুধৰ্ম্মৰ পুনৰুত্থানৰ সময়ত ই ব্ৰাহ্মণ-সকলৰ লগত যোগাযোগ ৰখাৰ কাৰণে হিন্দু ৰাজচক্ৰৱৰ্ত্তীত্বৰ সময়তো নিজকে বচাই ৰাখিবলৈ সমৰ্থ হ'ল। সেয়ে আজিও জৈন-ধৰ্ম্মই হিন্দুধৰ্ম্মৰ মাজতে থাকিও নিজৰ স্বকীয়া অস্তিত্ব বজায় ৰাখি আহিছে। কিন্তু বৌদ্ধধৰ্ম্মৰ পক্ষে সেইটো সম্ভৱ নহল। কাৰণ বৌদ্ধসকলে বৌদ্ধধৰ্ম্মক ৰাজকীয় ধৰ্ম্ম কৰি পেলালে। আৰু তাৰ দ্বাৰা মৌৰ্য্যসকলৰ ৰাজচক্ৰৱৰ্ত্তীত্ব স্থাপনত জনসাধাৰণৰ সমৰ্থন লাভ কৰাত ই বিশেষ ভাৱে সহায়ক হৈ পৰিল; আৰু সেয়ে বৌদ্ধধৰ্ম্মৰ জাগৰণৰ মধ্যাহ্ন বেলিকা ই গোটেই দেশ চানি পেলাব পাৰিলে।

এটা কথা ইয়াতে উন্নুকিয়াই থোৱা উচিত, বৌদ্ধ আৰু জৈন-ধৰ্ম্মৰ নৈতিক আদৰ্শই সমাজৰ সকলো শ্ৰেণীৰ ভিতৰত বণিক বা শ্ৰেষ্ঠীশ্ৰেণীৰ শ্ৰেণীস্বাৰ্থ আৰু শ্ৰেণী-আদৰ্শৰ সহায়ক হয় আটাইতকৈ বেছি। কাৰণ ব্যৱসায় বাণিজ্যৰ পাৰস্পৰিক আদান-প্ৰদানৰ ক্ষেত্ৰত কেৱল ভোগৰ নীতিৰ উপৰিও সততা, সাধুতা, বিশ্বাস, নিষ্ঠা আদি নীতিৰ প্ৰয়োজন হয় বেছি। বৌদ্ধ আৰু জৈনধৰ্ম্মই এই নীতিবোৰৰ ওপৰতেই প্ৰধান জোৰ দিছিল। সেয়ে এই দুই ধৰ্ম্ম বণিকসকলৰ মৰ্ম্মগত ধৰ্ম্ম হব পাৰিছিল। চাৰ্ব্বাকৰ নীতিয়ে সেইটো কৰিব নোৱাৰিলে, কাৰণ তেওঁলোকে ব্যক্তিত্ববাদৰ লগত ভোগনীতিৰ প্ৰয়োগ কৰাত বাণিজ্যৰ আদান-প্ৰদানৰ ক্ষেত্ৰত অসুচল অৱস্থাৰ সৃষ্টি হোৱাটো স্বাভাৱিক। কাৰণ যদি প্ৰত্যেক মানুহৰে গাইগুটীয়া ভোগৰ বাহিৰে আন কোনো দায়িত্ব নাথাকে তেন্তে "ঋণং কৃত্বা ঘৃতং পিবেৎ" কথাৰ তাৎপৰ্য্য এই হয় যে ঘিউ খোৱাটোহে প্ৰধান কৰ্ত্তব্য, ঋণ পৰিশোধ কৰাটোত মানুহৰ দায়িত্ব নাই। কিন্তু বৌদ্ধ আৰু জৈনধৰ্ম্মই ঘিউ খোৱাতকৈ ঋণ পৰিশোধ কৰাতহে জোৰ দিয়ে বেচি; তাত বাণিজ্যৰ সুবিধা। (এই কথাৰ সত্যতাৰ চাক্ষুষ প্ৰমাণ হিচাপে বৰ্ত্তমান ভাৰতীয় জৈনধৰ্ম্মী মাৰোৱাৰী সকলৈ আঙুলিয়াব পাৰি।)

## বৌদ্ধ দৰ্শন

যদিও বৌদ্ধধৰ্ম্মই মূলতে বণিক শ্ৰেণীৰ প্ৰাণৰ মূলগত নৈতিক আদৰ্শক প্ৰধান কৰি ডাঙি ধৰিছিল, তথাপি জৈনধৰ্ম্মৰ নিচিনা ই কেৱল তাতেই সীমাবদ্ধ নাথাকি ক্ষত্ৰিয়, কৃষিজীৱি আৰু কাৰিগৰ সকলৰো সেই সময়ৰ জীৱন-দৰ্শনক ভাষা দিব পাৰিছিল। তাৰ উপৰি বিভিন্ন খণ্ডৰাজ্যবোৰৰ জনসাধাৰণৰ মাজত ঐক্যৰ বাণী আনি দিছিল। এই সংহতিৰ বাণী হ'ল বুদ্ধৰ দুঃখবাদ। মানৰ জীৱনত দুখ আছে, আৰু এই দুঃখৰ নিবৃত্তিয়েই সকলো মানুহৰ জীৱনৰ লক্ষ্য আৰু জীৱনত দুখ আছে বুলিয়েই সম দুখ-দুখী মানুহৰ পাৰস্পৰিক



হিংসা খৰিয়াল আদিৰ ঠাইত অহিংসা মৈত্ৰী আদিৰ প্ৰয়োজন। এই বাণীয়ে বিভিন্ন খণ্ডৰাজ্যবোৰৰ সংহতি সাধি এক চক্ৰৱৰ্ত্তী মৌৰ্য্য সাম্ৰাজ্য স্থাপন কৰাত সহায় কৰিলে, আৰু এই বাণীয়ে গোটেই এচিয়া ব্যাপি পৰিল, দেশে দেশে যাতায়াত, আদান-প্ৰদানৰ মাজেদি বাণিজ্যৰ ব্যাপক বিস্তাৰৰ সুবিধা হ'ল।

বুদ্ধৰ আনটো বাণী হ'ল যে দুঃখৰপৰা নিষ্কৃতি পাবৰ উপায় আছে, আৰু প্ৰত্যেক মানুহে নিজৰ সাধনাৰ দ্বাৰা দুঃখৰ পৰা মুক্তিলাভ কৰিব পাৰে। এই মুক্তিৰ বাবে কোনো পুৰোহিত, বা পূজা-পাতল আদি নালাগে। ইয়াৰ তাৎপৰ্য্য হ'ল বেদৰ আধিপত্য অস্বীকাৰ, সকলো মানুহৰে মুক্তিৰ সমানাধিকাৰ, জাতিগত আৰু জন্মগত উচ্চ-নীচ ভাৱৰ দূৰীকৰণ। এই বিষয়ত জৈনধৰ্ম্মতকৈ বুদ্ধধৰ্ম্ম বেছি উগ্ৰপন্থী; জৈনধৰ্ম্মৰ নিচিনা এই ধৰ্ম্মই ব্ৰাহ্মণ্য ধৰ্ম্মৰ বৈদিক আচাৰ পদ্ধতিৰ লগত একো গোজামিল দিয়া নাছিল। সেয়ে ব্ৰাহ্মণ্য ধৰ্ম্মৰ পুনৰুত্থানৰ পাচত বুদ্ধধৰ্ম্মৰ স্থান ভাৰতবৰ্ষত নাথাকিল।

বৌদ্ধধৰ্ম্মৰ ব্যাপ্তিৰ আন এটা কাৰণ হৈছে আত্মাদৰ্শৰ আদি পাৰমাৰ্থিক তত্ত্ব সম্বন্ধে সেই সময়ত চলা নানা বাদ-বিসম্বাদৰপৰা তেখেতে নিজৰ মতবাদক আঁতৰাই ৰাখিছিল। তেখেতৰ আত্মা ঈশ্বৰ আদিৰ কোনো তত্ত্বজ্ঞান লাভ মানুহৰ অসম্ভৱ নহয়, আৰু সেইবোৰ সম্বন্ধে সূক্ষ্ম বাদ-বিবাদৰ কোনো প্ৰয়োজন নাই। সেই-বোৰে মাত্ৰ মানৱ জীৱনৰ অচল সমস্যাৰ ( দুঃখ নিবৃত্তি ) পৰা মনক আঁতৰাই নিয়ে। এই সম্বন্ধে বিৰোধী মতবাদীসকলৰ কোনো পক্ষৰেই সমৰ্থন বা বিৰোধিতা নকৰাত আৰু সকলো মানুহৰে উমৈহতীয়া সমস্যা দুঃখ নিবাৰণৰ কথা তুলি ধৰাত তেখেতৰ মতবাদে সহজে জনসাধাৰণৰ সমৰ্থন লাভ কৰিব পাৰিলে।

তাৰ উপৰি উপনিষদৰ শিক্ষাই বেদৰ কৰ্ম্মকাণ্ডৰ বিৰুদ্ধে, জীৱনৰ নৈতিক ভিত্তি সম্বন্ধে, জন্মগত জাতিভেদৰ অৰ্থহীনতা সম্বন্ধে মানুহৰ মনত প্ৰভাৱ বিস্তাৰ কৰি বৌদ্ধধৰ্ম্মৰ বিচাৰৰ পথ সুগম

কৰি ৰাখিছিল। আনফালে চাৰ্ব্বাকপন্থী সকলে জীৱনত ভোগৰ আদৰ্শ আৰু সমাজৰ সাম্যৰ আদৰ্শ দাঙি ধৰাত পাৰলৌকিক আৰু পাৰমাৰ্থিক তত্ত্বৰ অলীক চিন্তাৰ পৰা মানুহৰ মনক বাস্তৱ আৰু ঐহিক জীৱনৰ সুখ-দুঃখ সম্বন্ধে মৌনতা অৱলম্বন কৰি ঐহিক জীৱনত প্ৰতি পদে অনুভূত দুঃখ-দৈন্যৰ সমস্যালৈ আঙুলিয়াই দিয়ে, তেখেতৰ বাণীয়ে মানুহৰ মনত সহজে প্ৰবেশ লাভ কৰিব পাৰিলে।

বৌদ্ধ ধৰ্ম্মৰ প্ৰবল আক্ৰমণত ব্ৰাহ্মণ্য ধৰ্ম্মৰ প্ৰতিষ্ঠা হানি হ'ল যদিও ব্ৰাহ্মণ সকলে হিন্দুধৰ্ম্মৰ নতুন সমন্বয়ৰ চেষ্টাৰ মাজেদি তাৰ পুনৰ প্ৰতিষ্ঠাৰ বাবে যত্নপৰ হৈছিল, সেই চেষ্টাৰ এটা প্ৰকাশ শ্ৰীমদ্ভাগৱত গীতা। গীতাত বেদৰ কৰ্ম্মকাণ্ড আৰু জ্ঞান-কাণ্ডৰ নতুন সমন্বয় কৰাৰ প্ৰয়াস হয়, বেদৰ যাগ-যজ্ঞ আৰু উপনিষদৰ ধ্যান-ধাৰণা দুয়োটা পৰস্পৰৰ পৰিপূৰক বুলি দেখুৱা হয়। কিন্তু জ্ঞান-যোগ আৰু কৰ্ম্ম-যোগৰ মীমাংসা কৰিয়েই বৌদ্ধধৰ্ম্মৰ গতিৰোধ কৰিব নোৱাৰি। সেই কাৰণে গীতাত ভগবদ্ভক্তি, ভগবদ্-কৃপা আৰু অৱতাৰবাদ আদি ধৰ্ম্ম আৰু তত্ত্বৰ সহজ পথ দেখুৱা হ'ল। উপনিষদ আৰু বুদ্ধৰ পথ কঠিন, প্ৰথমটো জ্ঞানৰ সাধনাৰ পথ, দ্বিতীয়টো কঠোৰ নৈতিকতাৰ পথ—দুয়োটাই জনসাধাৰণৰ পক্ষে কঠিন পথ; সৰ্ব্বসাধাৰণৰ আবেগ অনুভূতিৰ প্ৰকাশ তাত নাই, আৰু দুৰ্ব্বলৰ প্ৰতি ভগবানৰ কৃপা নাই। কিন্তু মুক্তি লাভৰ সহজ পথৰ নিৰ্দ্দেশ দিও গীতাই বৌদ্ধধৰ্ম্মৰ প্ৰভাৱ লোপ কৰিব নোৱাৰিলে, তাৰ প্ৰধান কাৰণ হ'ল এই যে সৰ্ব্বসাধাৰণৰ মাজত ভক্তি আৰু আবেগ-প্ৰৱণতাই ৰজাৰ একচ্ছত্ৰিতা বিকাশত সহায় কৰে—যাৰ ফলত যি কোনো দুই ৰাজ্যৰ প্ৰজা সকলৰ পোণপটীয়া যোগাযোগৰ অসুবিধা হয়। কিন্তু সেই সময়ত বাণিজ্যৰ বিকাশৰ প্ৰয়োজনত আন্তঃৰাষ্ট্ৰীয় শান্তি আৰু সমন্বয়ৰ প্ৰয়োজন আছিল, দ্বিতীয়তে, অদৃষ্টবাদ ঐহিক মানৱতা বোধৰ বিকাশৰ বাধ্য হৈ পৰিছিল।

# বৌদ্ধ মতবাদৰ সামাজিক তাৎপৰ্য্য

বৰ্ত্তমান ভাৰতবৰ্ষত বহুত ৰাজনৈতিক, সমাজনৈতিক, দাৰ্শনিক আদিৰ আদৰ্শ আৰু মতবাদ প্ৰাচীন ভাৰতৰ বৌদ্ধ মতবাদৰ ফালে বহু পৰিমাণে ঢাল খাইছে। জাতিৰ পিতা মহাত্মা গান্ধীক বুদ্ধদেৱৰ লগত তুলনা কৰা হয়, দেশৰ জাতীয় পতাকাত বৌদ্ধধৰ্ম্মী সম্ৰাট অশোকৰ চক্ৰ অঙ্কিত কৰা হৈছে, ৰজাঘৰীয়া মোহৰত অশোকৰ স্তম্ভ অঙ্কিত হৈছে। মহাৰাজ অশোকে বৌদ্ধ মতবাদক সমাজত আৰু ৰাজনৈতিক জীৱনত প্ৰয়োগ কৰিছিল; আৰু আজিৰ কংগ্ৰেছী চৰকাৰেও অশোকৰ ৰাষ্ট্ৰীয় আৰু সামাজিক আদৰ্শকে সাৰোগত কৰিছে। মহাত্মা গান্ধীৰ অহিংসাৰ আদৰ্শ বুদ্ধদেৱৰ আদৰ্শ। এক কথাত আমাৰ দেশৰ বৰ্ত্তমান যুগৰ প্ৰভাৱশালী ভাৱধাৰাৰ লগত বৌদ্ধ যুগৰ ভাৱধাৰাৰ যিমান মিল, অতীত ভাৰতৰ আন কোনো যুগৰ ভাৱধাৰাৰ লগত সিমান মিল নাই। অৱশ্যে এইটো ঠিক যে বৈদিক আদৰ্শ, উপনিষদীয় আদৰ্শ বা মধ্যযুগীয় আদৰ্শত অনুপ্ৰাণিত বহুত দেশ-নায়ক আৰু চিন্তা-নায়ক আছে, কিন্তু ৰাষ্ট্ৰীয় জীৱনত তেওঁলোকে নিজক প্ৰতিষ্ঠা কৰিব পৰা নাই।

ইয়াৰ পৰা এইটো সহজে অনুমান হয় যে আমাৰ বৰ্ত্তমানৰ প্ৰভাৱশীল সামাজিক প্ৰেৰণা আৰু আদৰ্শৰ লগত প্ৰাচীন ভাৰতৰ অন্য সকলো যুগতকৈ বৌদ্ধযুগৰ সামাজিক প্ৰেৰণা আৰু আদৰ্শৰ বেছি মিল আছে, আৰু বৌদ্ধতত্ত্ব সেই সময়ৰ সমাজ-জীৱনৰ আদৰ্শৰ ওপৰত ভিত্তি কৰি ৰচিত। অৱশ্যে যি কোনো দাৰ্শনিক মতবাদেই সেই সময়ৰ সমাজৰ যি আদৰ্শ আৰু ব্যক্তি-জীৱনৰ যি মূল্যবোধ তাৰ ওপৰত ভিত্তি কৰি ৰচিত হয়। কাৰণ মানুহৰ

কৰ্ত্তব্য কি এই প্ৰশ্নটোৰ উত্তৰ নিৰ্ভৰ কৰে মানুহৰ ভৱিষ্যত কি তাৰ উত্তৰৰ ওপৰত, আৰু মানুহৰ ভৱিষ্যত কি, জীৱনৰ শেষ গতি বা লক্ষ্য কি এই প্ৰশ্নৰ উত্তৰ দিবৰ চেষ্টা কৰে দৰ্শনে। কিন্তু মানুহৰ কৰ্ত্তব্য কি সেইটো নিৰ্দ্ধাৰিত হয় সামাজিক পৰিস্থিতিৰ ওপৰত। যুগে যুগে সামাজিক পৰিস্থিতি সলনি হৈ থাকে; সেই কাৰণে যুগে যুগে মানৱ জীৱনৰ লক্ষ্যবোধ আৰু মূল্যবোধৰ পৰিৱৰ্ত্তন হৈ থাকে, দাৰ্শনিক মতবাদ পৰিবৰ্ত্তন হৈ থাকে। অৰ্থাৎ দাৰ্শনিক মতবাদে জীৱনৰ কৰ্ত্তব্যবোধ নিৰ্দ্ধাৰণ নকৰে বৰং জীৱনৰ কৰ্ত্তব্যবোধে দাৰ্শনিক তত্ত্ববোধ নিৰ্দ্ধাৰণ কৰে। এক সামাজিক ব্যৱস্থাৰ পৰা উদ্ভৱ হোৱা দাৰ্শনিক মতবাদে অৱশ্যে মানুহৰ মনত গভীৰ চাপ পেলাই সেই সমাজৰ পৰিৱৰ্ত্তনত বাধা দিয়ে। কিন্তু সমাজৰ পৰিবৰ্ত্তন অৱশ্যম্ভাৱী, কাৰণ সমাজৰ ভিতৰত আভ্যন্তৰীণ স্বাৰ্থ-সংঘাত আছে। এই আভ্যন্তৰীণ স্বাৰ্থ-সংঘাতে ভাৱ-জগতত আদৰ্শ-বাদৰ সংঘাত হিচাপে দেখা দিয়ে আৰু তাৰ ফলত সমসাময়িক সমাজৰ ভিতৰত পৰস্পৰ-বিৰোধী দাৰ্শনিক চিন্তাধাৰাই দেখা দিয়ে। সমাজৰ এই আভ্যন্তৰীণ স্বাৰ্থ-সংঘাতত যি পক্ষৰে জয় হয় সেই পক্ষৰে ভাৱধাৰাই সমাজত তাৰ বিৰোধী ভাৱধাৰাক তল পেলাই বিস্তাৰ লাভ কৰে, সেই সামাজিক সংঘাতৰ ফলতে প্ৰাচীন বৈদিক ধৰ্ম্মকাৰ্য্যৰ প্ৰভাৱ তল পেলাই উপনিষদৰ চিন্তাধাৰাই প্ৰতিষ্ঠা লাভ কৰে আৰু তাৰ পিছত উপনিষদৰ চিন্তাধাৰাকো তল পেলাই বৌদ্ধ মতবাদে বিস্তাৰ লাভ কৰে। আৰু বৰ্ত্তমান যুগতো সেইদৰে এসময়ত ব্যাপক ৰূপে দেখা দিয়া পাশ্চাত্য অনুকৰণপ্ৰিয়তাক তল পেলাই জাতীয় মহত্ব আৰু গৌৰৱবোধ আদিৰ ভাৱে প্ৰভাৱ বিস্তাৰ কৰে, আৰু এই জাতীয় গৌৰৱবোধৰ ভিতৰতো সংঘাত আছে। যেনে কিছুমানে প্ৰাচীন বৈদিক যুগৰ আদৰ্শক ঘূৰাই আনিবলৈ বিচাৰে, কিছুমানে গুপ্তযুগীয় আৰু মধ্যযুগীয় বৰ্ণাশ্ৰমৰ আদৰ্শত ৰচিত সমাজ-ব্যৱস্থা ঘূৰাই আনিবলৈ বিচাৰে, আৰু কিছুমানে



প্ৰাচীন ভাৰতৰ আদৰ্শৰ পুনৰুজ্জীৱনৰ পৰিবৰ্ত্তে প্ৰাচ্য-পাশ্চাত্যৰ সমন্বয়ৰ মাজেদি নতুন আদৰ্শৰ সন্ধানী হবলৈ প্ৰয়াস কৰে। কিন্তু বৰ্ত্তমান যুগৰ এনেকুৱা বিভিন্ন আদৰ্শক তল পেলাই বৌদ্ধ যুগৰ আদৰ্শই আমাৰ ৰাষ্ট্ৰীয় আদৰ্শ হিচাপে প্ৰতিষ্ঠিত হৈছে, সেয়ে হৈছে কংগ্ৰেছৰ আদৰ্শ। এই আদৰ্শই প্ৰতিষ্ঠা লাভ কৰাৰ বিশেষ সামাজিক কাৰণ আছে; আৰু তাকেই এই প্ৰৱন্ধত আলোচনা কৰা হব।

বৌদ্ধ ধৰ্ম্মই প্ৰাচীন ভাৰতত বেদ আৰু উপনিষদৰ চিন্তাধাৰাৰ বিৰোধী হিচাবে দেখা দিয়ে। আদিম বৈদিক যুগত সমাজত বৰ্ণাশ্ৰম ধৰ্ম্মৰ প্ৰতিষ্ঠা হোৱা নাছিল। আৰু প্ৰাচীন বৈদিক মন্ত্ৰবোৰ সেই আদিম আৰ্য্য সকলৰ কাব্যিক প্ৰাণৰ বন্দনা আছিল। কিন্তু আদিম অধিবাসী সকলৰ লগত ব্যাপক সংঘৰ্ষ হোৱাৰ ফলত আৰ্য্য সমাজৰ বিশুদ্ধতা, শক্তি আৰু সংহতি ৰক্ষাৰ কাৰণে শ্ৰম বিভাজনৰ ভেটিত জাতিভেদৰ সূচনা হয়। যেতিয়া আদিম অধিবাসী সকল আৰ্য্যসকলৰ ওচৰত সম্পূৰ্ণ ভাৱে পৰাস্ত হৈ বশ্যতা স্বীকাৰ কৰে তেতিয়া জাতিভেদৰ ভিতৰেদি আৰ্য্য সমাজৰ ভিতৰত স্বাৰ্থ সংঘাত উপস্থিত হয়। ব্ৰাহ্মণসকলে বৈদিক ক্ৰিয়া একচেতীয়া কৰি সমাজত নিজক প্ৰতিষ্ঠা কৰে আৰু যাগ-যজ্ঞ ক্ৰিয়া-কলাপৰ জালেৰে গোটেই সমাজক আৱদ্ধ কৰি পেলায়।

ক্ষত্ৰিয়সকলে ৰাজকীয় ক্ষমতাৰ অধিকাৰী হৈ সমাজ জীৱনত ব্ৰাহ্মণ শ্ৰেণীৰ এই প্ৰাধান্যৰ বিৰুদ্ধে ঠিয় দিলে, আৰু ক্ষত্ৰিয় ৰাজৰ্ষি সকলে ব্ৰাহ্মণ-প্ৰধান বৈদিক কৰ্ম্ম-কাণ্ডৰ আৰু দেববাদৰ ঠাইত উপনিষদীয় জ্ঞান-মাৰ্গ আৰু ব্ৰহ্মবাদৰ প্ৰতিষ্ঠা কৰে। ব্ৰাহ্মণ ক্ষত্ৰিয়ৰ এটা সংঘাত পৌৰাণিক যুগত ব্যাপক ভাৱে দেখা দিছিল। অৱশ্যে উপনিষদৰ ঋষি সকলে সম্পূৰ্ণভাৱে বেদৰ বিৰোধিতা কৰা নাছিল; কাৰণ তেওঁলোকে ব্ৰাহ্মণসকলৰ তুলনাত নিজৰো সমান প্ৰতিষ্ঠা বিচাৰিছিল যদিও বৈশ্য-শূদ্ৰসকলৰ সামাজিক

মুক্তি বিচৰা নাছিল অৰ্থাৎ জাতিভেদৰ বিপক্ষে ঠিয় দিয়া নাছিল; আৰু বৈদিক কৰ্ম্ম-কাণ্ডৰ সম্পূৰ্ণ বিৰোধ কৰা মানে জাতিভেদৰ বিৰোধ কৰা, যি হেতু জাতিভেদৰ ভিত্তি হৈছে কৰ্ম্ম-প্ৰধান বৈদিক মাৰ্গ। উপনিষদৰ ব্ৰহ্মবাদ আৰু জ্ঞান-মাৰ্গৰ লগত সেই কাৰণে আমি বৈদিক দেববাদ আৰু কৰ্ম্ম-মাৰ্গৰ এটা সান-মিহলি দেখা পাওঁ।

কিন্তু বৈশ্য আৰু শূদ্ৰ শ্ৰেণীয়ে একেবাৰে নিষ্ক্ৰিয় হৈ বহি থকা নাছিল। এই দুই শ্ৰেণীৰ সামাজিক মুক্তিৰ প্ৰেৰণাতেই পৌৰাণিক যুগৰ বেদ-বিৰোধী বহুত দাৰ্শনিক মতবাদৰ উদ্ভৱ হৈছিল। এই বেদ-বিৰোধী মতবাদ বোৰৰ ভিতৰত চাৰ্ব্বাক সকলৰ জড়বাদ, মহাবীৰৰ জৈন ধৰ্ম্ম আৰু বুদ্ধৰ বৌদ্ধ ধৰ্ম্ম প্ৰধান। এই তিনিওটা মতবাদেই কম বেছি পৰিমাণে জাতিভেদৰ বিৰোধী আছিল। ইয়াৰ ভিতৰত চাৰ্ব্বাকৰ মতবাদ আছিল অতি উগ্ৰ। তেওঁলোকে জাতিভেদ, শাসক-শাসিতৰ ভেদ আদি সকলো ৰকম ভেদৰ বিৰুদ্ধে ঠিয় দিছিল আৰু সমাজত ৰাষ্ট্ৰৰ প্ৰয়োজন নাই বুলি কৈছিল। এই চাৰ্ব্বাকী জড়বাদে সমাজৰ সকলো শ্ৰেণীতকৈ শূদ্ৰসকলৰ স্বাৰ্থৰ অনুকূল আছিল। আনহাতে বৌদ্ধ আৰু জৈন মতবাদ আটাইতকৈ বৈশ্য শ্ৰেণীৰ স্বাৰ্থৰ অনুকূল আছিল।

সেই সময়ৰ সমাজ-জীৱনৰ ভিতৰত আমি দেখা পাওঁ ক্ষত্ৰিয় ৰজাসকলৰ শাসনৰ তলত আৰ্য্যাৱৰ্ত্তত স্থাপিত হোৱা অসংখ্য সৰু সৰু ৰাষ্ট্ৰবোৰ, সেইবোৰ ৰাষ্ট্ৰৰ পৰস্পৰৰ সংঘৰ্ষ আৰু সেই সংঘৰ্ষৰ ফলত প্ৰজাসমূহৰ মাজত দেখা দিয়া জীৱিকা আৰু আনকি জীৱনৰ সংশয় আৰু অনিশ্চিয়তা। আনফালে কুটিৰ শিল্পৰ বিস্তাৰৰ লগে লগে প্ৰভূত ধন-দৌলতৰ মালিক হিচাবে শ্ৰেষ্ঠী বা সদাগৰ শ্ৰেণীৰ উদ্ভৱ, এই সদাগৰ শ্ৰেণীৰ মানুহ নগৰবোৰত কেন্দ্ৰীভূত হৈছিল। এওঁলোকৰ প্ৰতিষ্ঠাৰ কাৰণে সেই সময়ত প্ৰয়োজন আছিল অসংখ্য সৰু সৰু ৰাষ্ট্ৰবোৰ আৰু তাৰ ভিতৰৰ সংঘৰ্ষবোৰ দূৰ কৰি সমস্ত



দেশক এক সাম্ৰাজ্যৰ ভিতৰুৱা কৰি আভ্যন্তৰীণ শান্তি প্ৰতিষ্ঠাৰ দ্বাৰা যাতায়াতৰ সুচলতা আৰু নিৰাপত্তা বিধান কৰা আৰু বাণিজ্যৰ অবাধ বিস্তাৰৰ সুবিধা কৰি দিয়া। জাতিভেদ আৰু আন্তঃৰাষ্ট্ৰীয় সংঘৰ্ষ শিল্প আৰু বাণিজ্যৰ বিস্তাৰৰ প্ৰধান বাধা, বৌদ্ধ মতবাদে জাতিভেদৰ অলীকতা আৰু অহিংসা মতবাদ প্ৰচাৰৰ ভিতৰেদি ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় শান্তিৰ প্ৰভাৱ বিস্তাৰ কৰাত সদাগৰ শ্ৰেণীৰ বিকাশ আৰু প্ৰতিষ্ঠা লাভত বিশেষ সহায়ক হৈছিল।

অৱশ্যে জৈন ধৰ্ম্মেও বৌদ্ধ ধৰ্ম্মৰ দৰে জাতি ভেদৰ বিৰুদ্ধে আৰু অহিংসা পথৰ পক্ষে মতবাদ প্ৰচাৰ কৰিছিল, কিন্তু জৈন ধৰ্ম্মই জাতিভেদৰ নৈতিক ভিত্তি মানি লৈছিল। অৰ্থাৎ জৈন মতবাদে স্বীকাৰ কৰিছিল যে মানুহে নিজৰ কৰ্ম্ম অনুসৰি ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য আদি সামাজিক স্তৰ পায় কিন্তু জন্মৰ ওপৰত মানুহৰ বৰ্ণ নিৰ্ভৰ নকৰে! তাৰ উপৰি জৈন ধৰ্ম্মই কিছু পৰিমাণে ব্ৰাহ্মণী ধৰ্ম্মৰ শ্ৰাদ্ধাদ ক্ৰিয়া-কলাপৰ প্ৰয়োজনীয়তা মানি লৈছিল। সেই কাৰণে এই ধৰ্ম্মই হিন্দু ধৰ্ম্মৰ লগত বৰ বেছি বিৰোধলৈ অহা নাছিল, আৰু এইদৰে গোজামিল দি হিন্দু ধৰ্ম্মৰ ভিতৰতেই নিজৰ স্থান বাহাল ৰাখি ই আজিলৈকে চলি আহিছে। আকৌ জৈন ধৰ্ম্ম ৰাজ-ধৰ্ম্ম হোৱা নাছিল, আৰু সেয়ে এই ধৰ্ম্মই গোটেই ভাৰতত এক চক্ৰৱৰ্ত্তী শাসন প্ৰতিষ্ঠাৰ পথত সহায় নোহোৱাত ই ব্যাপক বিকাশ লাভ কৰিব নোৱাৰিলে, আনহাতে বৌদ্ধ ধৰ্ম্মই হিন্দু সমাজৰ বৰ্ণাশ্ৰমৰ নীতিৰ আৰু ব্ৰাহ্মণ্য কৰ্ম্ম-মাৰ্গৰ সম্পূৰ্ণ বিৰোধিতা কৰাত ভাৰতীয় সমাজ-জীৱনত তীব্ৰ সংঘাতৰ সৃষ্টি হয়। তাৰ উপৰি বুদ্ধদেৱে ৰজা অজাতশত্ৰুক শিষ্যত্ব দিয়াত বৌদ্ধ ৰাজ-ধৰ্ম্ম হৈ পৰিল আৰু ই ক্ৰমে এক চক্ৰৱৰ্ত্তী সাম্ৰাজ্য বিস্তাৰত ৰাজশক্তিৰ বিশেষ সহায়ক হৈ পৰিল; সেই হেতুকে ইয়াৰ বিস্তাৰত ই ভাৰতত হিন্দু ধৰ্ম্মৰ প্ৰতিষ্ঠা একেবাৰেই হ্ৰাস কৰি পেলাইছিল, আৰু ৰাজ-শক্তিআৰু বৈশ্য-শক্তি এই দুই প্ৰৱল শক্তিৰ সহায়ত ই

গোটেই ভাৰতবৰ্ষ আৰু মধ্য-প্ৰাচ্য বিয়পি পৰিছিল, কিন্তু ব্ৰাহ্মণ্য ধৰ্ম্মৰ লগত ইয়াৰ তীব্ৰ বিৰোধিতা থকাৰ কাৰণে পৰৱৰ্ত্তী যুগত যেতিয়া গুপ্ত সাম্ৰাজ্য বিস্তাৰৰ ভিতৰেদি ভাৰতবৰ্ষত হিন্দু ধৰ্ম্মৰ পুনঃ প্ৰভাৱ বিস্তাৰ হয় তেতিয়াৰ পৰা বৌদ্ধধৰ্ম্মৰ স্থান এই দেশত নাইকিয়া হয়। বৌদ্ধ ধৰ্ম্মৰ শক্তি লোপ কৰিবৰ অৰ্থেই গুপ্ত যুগত বৈশ্য শ্ৰেণীক আৰু কুটিৰ শিল্পৰ কৰ্ম্মকাৰ শ্ৰেণীসমূহক নানা অস্পৃশ্য জাতিত পৰিণত কৰি সেইবোৰ শ্ৰেণীৰ সামাজিক প্ৰতিষ্ঠা একেবাৰেই হানি কৰি দিলে। বৌদ্ধ ধৰ্ম্ম এই প্ৰধান শক্তি সকলৰ আৰু কুটিৰ-শিল্পী সকলৰ মেৰুদণ্ড ভাঙি দিয়াতহে বৌদ্ধধৰ্ম্মৰ প্ৰতিষ্ঠানাশ হয়। ইয়াৰ ফলত আমি দেখো ভাৰতবৰ্ষত বৈদিক চাৰি জাতিৰ ঠাইত অসংখ্য সৰু সৰু জাতি স্থাপিত হোৱা আৰু বিশেষকৈ সাউদ ব্যৱসায়ী আৰু কৰ্ম্মকাৰ শ্ৰেণীবোৰক নানা অস্পৃশ্য জাতিত পৰিণত হোৱা। এই যে অস্পৃশ্য জাতি-সমূহ এওঁলোকেই সেই সময়ত আছিল বণিক আৰু ব্যৱসায়ী শ্ৰেণী ( Commercial and industrial classes )। বৰ্ত্তমান ভাৰতত বণিক আৰু ব্যৱসায়ী শ্ৰেণীয়ে প্ৰাধান্য লাভ কৰাত আৰু ৰাষ্ট্ৰীয় ক্ষমতা তেওঁলোকৰ হাতলৈ যোৱাত আজি বৌদ্ধ যুগৰ বহুবোৰ আদৰ্শই ৰাষ্ট্ৰীয় ক্ষেত্ৰত প্ৰতিষ্ঠা লাভ কৰিছে।

বৌদ্ধ মতবাদ মানৱ জীৱনৰ নৈতিক আদৰ্শৰ ওপৰত স্থাপিত। বুদ্ধদেৱে মানুহৰ পাৰমাৰ্থিক সাধনাৰ কথাত জোৰ নিদি সমাজ আৰু ব্যক্তি-জীৱনত নৈতিকতাৰ সাধনৰ ওপৰত জোৰ দিছিল। বুদ্ধৰ মতে জীৱনৰ প্ৰকৃত পথ যাগ-যজ্ঞ বা নৈষ্কৰ্ম্ম সাধনৰ পথ নহয়, ই হৈছে শুদ্ধাচাৰ, ন্যায়নিষ্ঠা, সত্যবাদিতা, সংযম আৰু ৰিপু দমনৰ পথ। জৈন মতবাদো নৈতিকতাৰ ভিত্তিত স্থাপিত। এই দুই মতবাদে ব্যৱহাৰিক অৰ্থাৎ সামাজিক জীৱনত একান্ত নীতি-পৰায়ণতাৰ ওপৰত জোৰ দিছিল। এই হিচাপে এই দুই মতবাদ চাৰ্ব্বাকৰ মতবাদৰ সম্পূৰ্ণ বিৰোধী আছিল। চাৰ্ব্বাকে ব্যক্তিগত



সুখকেই প্ৰধান লক্ষ্য হিচাবে দেখিছিল আৰু 'ঋণং কৃত্বা ঘৃতং পিবেৎ' এই মত প্ৰচাৰ কৰিছিল। কিন্তু বৌদ্ধ আৰু জৈন মত-বাদে ঘিউ খোৱাতকৈ ঋণ পৰিশোধ কৰাৰ ওপৰত হে জোৰ দিয়ে বেচি, তাত বাণিজ্যৰ সুবিধা, মানুহৰ পৰস্পৰ বিশ্বাস নাথাকিলে ব্যৱসায়ৰ লেনদেন কৰাৰ অসুবিধা, বৰ্ত্তমান যুগৰ মাৰোৱাৰী সকলৰ ব্যৱসায়ৰ লেন-দেনৰ প্ৰতি লক্ষ্য কৰিলে এই কথাৰ তাৎপৰ্য্য উপলব্ধি কৰিব পাৰি।

বৌদ্ধ দৰ্শনৰ তত্ত্ব হৈছে যে মানৱ জীৱনৰ চাৰিটা প্ৰধান সত্য আছে, যেনে জীৱনত দুখ আছে, এই দুখৰ উৎপত্তিৰ কাৰণ আছে, এই দুখৰ নিবাকৰণ কৰিব পাৰি আৰু তাৰ নিবাকৰণৰ বাবে এটা প্ৰকৃত পথ আছে। বুদ্ধদেৱৰ মতে মানৱ জীৱনৰ প্ৰধান লক্ষ্য হৈছে এই দুখৰ পৰা মুক্তিলাভ কৰাটো আৰু তাকে কৰিবলৈ হলে আত্মা, ঈশ্বৰ আদি দাৰ্শনিক তত্ত্ব সম্বন্ধে অলীক তৰ্ক কৰি সময় নকটাই সম্যক চিন্তা, সম্যক সাধনা আদিৰ অনুশীলন কৰিব লাগে, সেই কাৰণে ঈশ্বৰ, আত্মা আদি আছে নে নাই এই প্ৰশ্নৰ উত্তৰত বুদ্ধদেৱে সদায় মৌনতা অৱলম্বন কৰিছিল।

সেই সময়ত সৰু সৰু ৰাষ্ট্ৰবোৰৰ ভিতৰত নানা যুজ-বাগৰ চলি থকাৰ কাৰণে আৰু ৰজা-মহাৰজা সকলৰ নিষ্ঠুৰ শাসন আৰু শোষণৰ কাৰণে জনসাধাৰণৰ জীৱনত নানা বিলাই-বিপত্তিয়ে দেখা দিছিল, প্ৰজাৰ জীৱন অতীষ্ঠ হৈ পৰিছিল। বুদ্ধদেৱে মানৱ জীৱনৰ দুখৰ ওপৰত জোৰ দিয়াত আৰু এই দুখৰ নিবাকৰণৰ অৰ্থে শান্তিৰ বাণী প্ৰচাৰ কৰাত ই সহজতে জন-সাধাৰণৰ মনত প্ৰভাৱ বিস্তাৰ কৰিব পাৰিলে ; আন্তঃৰাষ্ট্ৰীয় শান্তি স্থাপনৰ সহায়ক হৈ পৰিল। আবেগ, পৰমাৰ্থ তত্ত্ব সম্বন্ধে সেই সময়ত চলা নানা বিৰোধী মতবাদৰ কোনো পক্ষ নোলোৱাত আৰু সকলো মানুহৰে সুখানুভূতিক ভাষা দিয়াত তেওঁৰ মতবাদে মানুহৰ অন্তৰ সহজতে জয় কৰিব পাৰিলে।

বৌদ্ধ যুগত ভাৰতৰ শিল্প-বাণিজ্যৰ প্ৰভূত উন্নতি হৈছিল। ভাৰতীয় সদাগৰে ডিঙা বেহাই সাগৰত খেৰা দি যাভা, সুমাত্ৰা, মালয়, চিঙ্গাপুৰ আদি দেশত গৈ উপনিবেশ পাতিছিল আৰু চীন, মধ্য-প্ৰাচ্য, মিচৰ আনকি গ্ৰীচ দেশৰ লগতো ব্যাপক বাণিজ্যৰ বিনিময় হৈছিল। সম্ৰাট অশোকে ধৰ্ম্ম প্ৰচাৰ আৰু বিশেষকৈ বাণিজ্য বিস্তৃতিৰ অৰ্থে মধ্য-প্ৰাচ্যৰ দেশ সমূহৰ লগত মিত্ৰতা সূত্ৰত আৱদ্ধ হৈছিল, আৰু সেইবোৰ দেশলৈ ৰাজ-প্ৰতিনিধি পঠাইছিল। পৰৱৰ্ত্তী গুপ্ত যুগলৈকে এই শিল্প-বাণিজ্যৰ বিস্তৃতি চলিছিল। কিন্তু এই যুগত সদাগৰ শ্ৰেণীক আৰু শিল্পী-কাৰিকৰ সকলক ৰাজ-শক্তি আৰু ব্ৰাহ্মণ-শক্তিয়ে লগ লাগি সমাজত অস্পৃশ্য কৰাত বৈশ্য-শক্তিৰ মেৰুদণ্ড ভাঙি গ'ল আৰু ভাৰতবৰ্ষৰ এই ব্যাপক অৰ্থ নৈতিক বিকাশৰ অৱসান ঘটিল, দেশে দেশে বাণিজ্যৰ যোগাযোগ বন্ধ হৈ গ'ল। আনকি গাওঁবোৰ পৰস্পৰৰ পৰা বিচ্ছিন্ন হৈ নিজ নিজ সঙ্কুচিত (self-sufficient) অৰ্থ নৈতিক জীৱন অতিবাহিত হ'ব ধৰিলে। এইদৰে ভাৰতবৰ্ষৰ সামাজিক জীৱন এটা যুদ্ধৰ অৱস্থা পালে; শিল্প-বাণিজ্যৰ কামক সমাজত হেয় প্ৰতিপন্ন কৰাত ব্ৰাহ্মণ শ্ৰেণীৰ আধিপত্যত সমাজ-জীৱনৰ বান্ধনি নিকপকপীয়া হৈ পৰিল। এই অপৰিৱৰ্ত্তিত, সঙ্কুচিত আৰু নানা প্ৰকাৰ কুসংস্কাৰাচ্ছন্ন ভাৰতৰ গ্ৰাম্য সমাজ-জীৱন বহু শতিকা ধৰি ইংৰাজ শাসন স্থাপিত হোৱাৰ আগলৈকে চলি আছিল, অৱশ্যে ইচ্‌লাম সংস্কৃতিৰ সম্পৰ্কত আহি ভাৰতীয় প্ৰাণে আকৌ এবাৰ সজীৱ আৰু গতিশীল হৈ উঠিবৰ চেষ্টা কৰিছিল বৈষ্ণৱ ধৰ্ম্মৰ বিস্মৃতিৰ ভিতৰেদি। এই বৈষ্ণৱ ধৰ্ম্মৰ মাজেদি জাতিভেদৰ বিৰুদ্ধে, বিশেষকৈ অস্পৃশ্য সকলৰ সামাজিক মুক্তিৰ কাৰণে এটা ব্যাপক আন্দোলন সমাজত দেখা দিছিল। কিন্তু ভাৰতবৰ্ষ কৃষিপ্ৰধান হোৱা বাবে, কেবা শতাব্দী ধৰি সমাজত শিল্প-ৰাণিজ্যৰ প্ৰাণৰোধ হোৱাৰ বাবে, জীৱনযাত্ৰাৰ প্ৰয়োজন অনুসৰি নতুন শিল্প বা কাৰিকৰি ব্যৱস্থাৰ, অৰ্থাৎ পণ্য



উৎপাদন নতুন কোনো শক্তিৰ উদ্ভাবন নোহোৱাৰ কাৰণে ব্ৰাহ্মণ্য, ধৰ্ম্মৰ প্ৰাধান্য লোপ কৰি বৈষ্ণৱ ধৰ্ম্মই স্বকীয় মৰ্য্যাদাক ভাৰত-বৰ্ষত প্ৰতিষ্ঠা কৰিব পৰা নাছিল—যিদৰে আগৰ যুগত বৌদ্ধ মতবাদে ব্ৰাহ্মণ্য ধৰ্ম্মক নেওচা দি নিজে মূৰ দাঙি উঠিব পাৰিছিল। বৈষ্ণৱ ধৰ্ম্মই ব্ৰাহ্মণ্য ধৰ্ম্মৰ জাতিভেদ আৰু কিছু-পৰিমাণে বৈদিক ক্ৰিয়া-কাণ্ড মানি লোৱাত হে তাৰ বিস্তৃতি ভাৰতবৰ্ষত হ'ব পাৰিছিল। সেয়ে বৈষ্ণৱ ধৰ্ম্মৰ ভিতৰত বৈপ্লৱিক শক্তি নিহিত থকা স্বত্বেও সেই ধৰ্ম্মই সমাজৰ কোনো ৰকম ব্যাপক পৰিৱৰ্ত্তন আনিব নোৱাৰিলে।

ভাৰতীয় সমাজৰ নিকপকপীয়া বান্ধোন ভালদৰে ভাঙিবলৈ আৰম্ভ কৰে ইংৰাজ শাসন ভাৰতত স্থাপন হোৱাৰ পাচত। ইংৰাজ শাসনৰ তলত চাকৰি আদি কৰি আৰু ইংৰাজী বণিকৰ পণ্য বিনিময়ত দালালী কৰি লাহে লাহে এটা নতুন মধ্যবিত্ত শ্ৰেণী গঢ়ি উঠিল। এই শ্ৰেণীয়ে পাশ্চাত্য উদাৰনৈতিক মানবতাৰ বাণীত উদ্বুদ্ধ হয়। এই শ্ৰেণীৰ বিকাশৰ লগে লগে ভাৰতবৰ্ষত স্বৰাজ আন্দোলনৰ আৰু স্বাধীনতা সংগ্ৰামৰ বিকাশ লাভ কৰে। এই শ্ৰেণীৰ বিকাশৰ অৰ্থে প্ৰয়োজন হয় জাতিভেদ দূৰ কৰা, বাণিজ্যৰ বিস্তাৰ কৰা, সমস্ত ভাৰতবৰ্ষক এক কেন্দ্ৰীয় শাসনৰ তললৈ অনা, ৰাষ্ট্ৰক স্বাধীন কৰি শিল্প-বাণিজ্যৰ বিস্তাৰ কৰা, বিদেশলৈ দেশত হোৱা পণ্য বিনিময়ৰ কাৰণে আন্তৰ্জ্জাতিক ক্ষেত্ৰত স্বাৰ্থ-সংশ্লিষ্ট দেশবোৰৰ লগত বন্ধুতা কৰা। এই নৱজীৱনৰ প্ৰেৰণাৰ বাহক আছিল বিশেষকৈ ভাৰতৰ এই নৱগঠিত বণিক শ্ৰেণী। তেওঁলোকৰ প্ৰেৰণাতেই কংগ্ৰেছৰ নেতৃত্বত ভাৰতৰ স্বাধীনতা সংগ্ৰাম আগবাঢ়ে, আৰু এই বণিক শ্ৰেণীৰ স্বাৰ্থৰ বিশেষ অনুকূল কাৰণে বুদ্ধদেৱৰ বাণী আৰু অশোকৰ নীতি কংগ্ৰেছী চৰকাৰৰ নীতি হিচাবে গৃহীত হয়। অশোকৰ নীতি আৰু অশোকৰ সাম্ৰাজ্যৰ আদৰ্শতেই আজি পণ্ডিত নেহৰুৰ

আভ্যন্তৰীণ আৰু বৈদেশিক শাসন নীতি পৰিচালিত। পৌৰাণিক যুগৰ শ্ৰীৰামচন্দ্ৰ বা যুধিষ্ঠিৰৰ আদৰ্শ অথবা প্ৰাক্-মধ্যযুগৰ সমুদ্ৰগুপ্ত বা হৰ্ষবৰ্দ্ধনৰ আদৰ্শ অথবা পৰৱৰ্ত্তী মধ্যযুগৰ আকবৰৰ আদৰ্শত আজিৰ চৰকাৰ অনুপ্ৰাণিত হোৱা নাই। ই কেৱল কাক-তালীয় সংযোগ মাত্ৰ নহয়।

## বৌদ্ধ মত আৰু পথ

পৃথিৱীৰ ভিতৰত আটাইতকৈ অধিক সংখ্যক মানুহ বৌদ্ধ-ধৰ্ম্মাৱলম্বী। এচিয়াৰ এক বিৰাট ভূখণ্ড ব্যাপি ইয়াৰ বিস্তৃতি। কিন্তু যি ভাৰত ভূমিত এই ধৰ্ম্ম আৰু ধৰ্ম্ম-প্ৰতিষ্ঠাতাৰ উদ্ভৱ সেই ভাৰত ভূমিতেই পৰৱৰ্ত্তী কালত ইয়াৰ স্থান নাইকিয়া হৈ গ'ল। অৱশ্যে ভাৰতত ইয়াৰ স্থায়ী প্ৰতিষ্ঠা নহলেও সমগ্ৰভাৱে ভাৰতীয় সংস্কৃতিকে ই এটা নতুন ৰূপ দি গ'ল।

তথাপিও ধৰ্ম্ম বুলিলে আমি যি বুজোঁ বৌদ্ধ ধৰ্ম্ম তেনেকুৱা নহয়। এই ধৰ্ম্মত ঈশ্বৰৰ স্থান নাই; মানুহৰ আত্মা বুলি কোনো সত্তাৰ অস্তিত্ব ইয়াত মনা নহয়; ইয়াত ভক্ত-ভগৱানৰ সম্বন্ধ নাই। ভক্তৰ প্ৰতি ভগৱানৰ দয়া-কৃপা আদি নাই, আৰু ভগৱানৰ প্ৰতি ভক্তৰ ভয়-ভক্তি, ভজনা, আত্ম-নিবেদন, পূজা-আৰাধনা আদি একোৱেই নাই। অৰ্থাৎ সাধাৰণতে বুজা অৰ্থত বৌদ্ধ ধৰ্ম্মক ধৰ্ম্ম বুলিবই নোৱাৰি। তথাপিও বৌদ্ধ ধৰ্ম্ম ধৰ্ম্মই, ই লৌকিক সাধনা নহয়।

ভাৰতৰ আৰ্য্যসকলৰ বৈদিক সংস্কৃতিৰ পৰাই এই ধৰ্ম্ম-মতবাদৰ উৎপত্তি। মানৱ জীৱনৰ কৰ্ত্তব্যাকৰ্ত্তব্য আৰু লক্ষ্য সম্বন্ধে বৈদিক উপনিষদসমূহৰ মতৰ লগত এই মতবাদৰ ভালেখিনি মিল আছে। তথাপি বৈদিক ধৰ্ম্মৰ লগত এই ধৰ্ম্মৰ তীব্ৰ সংঘাত ঘটে। প্ৰথম অৱস্থাত বৌদ্ধ ধৰ্ম্মৰ ব্যাপক জয় হয়, আৰু গোটেই ভাৰতবৰ্ষ আৰু এচিয়াত এই ধৰ্ম্ম বিয়পি পৰে। কিন্তু পৰৱৰ্ত্তী কালত বৈদিক-ধৰ্ম্মই এই সাংঘাতৰ ফলত নতুন সাজ লৈ 'হিন্দু ধৰ্ম্ম' ৰূপে (পৌৰাণিক আৰু তান্ত্ৰিক) পুনৰ মূৰ দাঙি উঠে আৰু বৌদ্ধ ধৰ্ম্মক

সমগ্ৰভাৱে সকলো ক্ষেত্ৰতে পৰাস্ত কৰে। এই সংঘাতৰ ভিতৰেদি ভাৰতৰ ধৰ্ম্ম সংস্কৃতি আদি সকলোতে এটা ব্যাপক পৰিৱৰ্ত্তন হয়; হিন্দুৰ ষড়দৰ্শন উদ্ভৱ হৈ বৌদ্ধ ধৰ্ম্মক পৰাস্ত কৰে, অষ্টাদশ পুৰাণৰ কাহিনীসমুহে বৌদ্ধ জাতকৰ কাহিনীসমূহক তল পেলাই দিয়ে; সমাজ ধৰ্ম্মত মনুসংহিতাৰ দ্বাৰা জাতিভেদৰ নিকপকপীয়া ব্যৱস্থা কৰি যাতে ভৱিষ্যতে ব্ৰাহ্মণেতৰ জাতিৰ মানুহে সমাজত পুনৰ তোলপাৰ লগাব নোৱাৰে তাৰ নিশ্চয়তা বিধান কৰা হয়; সাধাৰণ মানুহক ধৰ্ম্মৰ সহজ পথ দেখুৱাই আকৰ্ষণ কৰিবলৈ বৈদিক যাগ-যজ্ঞৰ ঠাইত মূৰ্ত্তি-পূজা, ভক্তি-ধৰ্ম্ম, তান্ত্ৰিক-আচাৰ আদিৰ প্ৰৱৰ্ত্তন কৰা হয়; বেদৰ অলঙ্ঘনীয়তা (বিশেষকৈ বৈদিক কৰ্ম্মকাণ্ডৰ অলঙ্ঘনীয়তা) স্বীকাৰ কৰা যি কোনো ধৰ্ম্ম-পথকে হিন্দু ধৰ্ম্মৰ ভিতৰত স্থান দিয়া হয়; আৰু সেই ধৰণে নানাৰূপ প্ৰাক্-আৰ্য্য আৰু আৰ্য্যেতৰ আচাৰসমূহক হিন্দু ৰূপ দিয়া হয়। এইবোৰৰ ফলতে বৌদ্ধ ধৰ্ম্ম ভাৰতত তিষ্ঠিব নোৱাৰিলে।

কিন্তু আজি আকৌ বুদ্ধদেৱ আৰু বৌদ্ধমতৰ প্ৰতি জাতীয় শ্ৰদ্ধাৰ নতুন অভ্যুদয় হৈছে। স্বাধীন ভাৰতৰ ৰাষ্ট্ৰীয় ভাৱনাৰ প্ৰতিষ্ঠাভূমিও বৌদ্ধ জীৱন-দৰ্শনেই দিছে। অশোকৰ ধৰ্ম্মচক্ৰ আজি ৰাষ্ট্ৰীয় পতাকাত অঙ্কিত, অশোক-স্তম্ভ আজি ৰাষ্ট্ৰীয় মোহৰ, অহিংসা নীতিয়েই ৰাষ্ট্ৰীয় দৃষ্টিভঙ্গী, শ্ৰদ্ধা আৰু মৈত্ৰীৰ ভাৱনাই ভাৰতীয় বৈদেশিক-নীতিৰ ভেটি। পৰাধীনতাৰ দিনতো মহাত্মা গান্ধীৰ নেতৃত্বত চলা জাতীয় মুক্তি-সংগ্ৰামে বৌদ্ধ সাধনাৰ পৰা বিশেষভাৱে প্ৰেৰণা পাইছিল; আৰু আজিও এচিয়াত বাস কৰা অন্যান্য প্ৰতিবেশী জাতিসমূহৰ লগত ভালকৈ পৰিচিত হবলৈ আৰু ভাৰতবাসীৰ লগত সেইবোৰ জাতিৰ বন্ধুত্ব আৰু মিলন দৃঢ়তৰ কৰিবলৈ বিশেষভাৱে বৌদ্ধ জীৱন-দৰ্শনৰ লগত পৰিচিত হব লগা হৈছে।



## বৌদ্ধ ধৰ্ম্মৰ পটভুমি

### বৈদিক ধৰ্ম্ম

বুদ্ধদেৱৰ জন্মৰ আগতে ভাৰতত বৈদিক ধৰ্ম্ম প্ৰচলিত আছিল। চাৰি বেদত বহু দেৱ-দেৱীৰ বন্দনা আৰু যাগ-যজ্ঞৰ বিধান আছে। এই যাগ-যজ্ঞবোৰ ঠিকমতে কৰিব পাৰিলে মানুহে ইহজন্মত আৰু পৰজন্মত নানা বাঞ্ছিত সুখ লাভ কৰে বুলি ধাৰণা আছিল। যজ্ঞ আৰু মন্ত্ৰবোৰৰ অলৌকিক শক্তি আছে বুলি বিশ্বাস আছিল। কৰ্ম্ম (বৈদিক) কৰিলে তাৰ দ্বাৰা যজমানৰ কাৰণে এনে এটা 'অদৃষ্ট' ফলপ্ৰদায়িনী শক্তিৰ সৃষ্টি হয়, যিয়ে ভৱিষ্যতে তাৰ যথা-যোগ্য ফল প্ৰদান কৰিবলৈ দেৱতাসকলক বাধ্য কৰায়। কৰ্ম্ম আৰু কৰ্ম্মফলত বিশ্বাসেই আছিল বৈদিক ধৰ্ম্মৰ মূল কথা। দ্বিতীয়তে, জাতি-ভেদৰ ভিত্তিত এই বৈদিকধৰ্ম্মই প্ৰতিষ্ঠা লাভ কৰিছিল। জনসাধাৰণৰ পাৰলৌকিক কল্যাণৰ অৰ্থে বেদমন্ত্ৰ আৰু বৈদিক-আচাৰসমূহ শিক্ষা কৰি যজ্ঞকাৰ্য্য সমাধা কৰিবৰ প্ৰয়োজনত ব্ৰাহ্মণ জাতিৰ উৎপত্তি হৈছিল। এই যাজকসকলে যজমানৰপৰা ধন-সোণ লৈ যজ্ঞকাৰ্য্য সমাধা কৰিছিল। যজমানৰ বিত্তৰ দ্বাৰা সেই যজ্ঞকাৰ্য্য সমাধা হোৱাৰ বাবে তাৰ ফল যজমানেহে লাভ কৰে বুলি ধাৰণা আছিল। অৰ্থাৎ অন্তৰৰ শুচিতা আৰু পৱিত্ৰতাৰ কোনো প্ৰয়োজনেই তাত নাছিল। টকা থাকিলেই লৌকিকভাৱে মানুহে নানা গৰ্হিত কাম কৰিলেও উপযুক্ত যজ্ঞকৰ্ম্ম সমাধা কৰি বাঞ্ছিত ফললাভৰ যোগ্য হৈছিল বুলি ধাৰণা আছিল। কৰ্ম্ম, কৰ্ম্মফল আৰু পুনৰ্জ্জন্মত বিশ্বাস আৰু যাজক-যজমানৰ ভিতৰত দান-দক্ষিণাৰ সম্বন্ধ—এয়ে হল বৈদিক ধৰ্ম্মৰ ঘাই কথা। যিবোৰ কৰ্ম্ম বেদবিহিত সেইবোৰ প্ৰকৃত কৰ্ম্ম; যিবোৰ প্ৰক্ৰিয়া বেদে নিষিদ্ধ কৰিছে সেইবোৰ অকৰ্ম্ম; আৰু যিবোৰ বেদবিৰোধী সেইবোৰ হ'ল বিকৰ্ম্মৰ। বিহিত কৰ্ম্মৰ দ্বাৰা পৰজন্মত উচ্চ জন্ম

( দেৱ, গন্ধৰ্ব্বাদি ) লাভ আৰু অকৰ্ম্ম আৰু বিকৰ্ম্মৰ ফলত নীচ-যোনিত ( যেনে নীহকুল, পশু, কীট ইত্যাদি ) পতন। যি অলৌকিক নিয়মৰ ফলত কৰ্ম্মৰ অপৰিহাৰ্য্য ফল উৎপন্ন হয় তাকে 'ধৰ্ম্ম' বোলে। অৰ্থাৎ বৈদিক ধৰ্ম্ম মানে বৈদিক কৰ্ম্ম আৰু তাৰ ফলপ্ৰদায়িনী শক্তিক বুজায়। সাধাৰণতে ধৰ্ম্ম বুলিলে আমি যি বুজোঁ অৰ্থাৎ ঈশ্বৰ-বিশ্বাস, পূজা-বন্দনা, ভক্তি, প্ৰাৰ্থনা আদি—বৈদিক ধৰ্ম্মই সেইবোৰ একো নুবুজাইছিল। প্ৰথমতে অৱশ্যে বহু বেদমন্ত্ৰ দেৱ-দেৱীসকলৰ প্ৰতি স্বতঃস্ফূৰ্ত্ত মানব-অন্তৰৰ বন্দনা গান আছিল। পিছত এই মন্ত্ৰবোৰ যজ্ঞকৰ্ম্মানুষ্ঠানৰ অঙ্গমাত্ৰ হৈ পৰিল। এইদৰে বৈদিক ধৰ্ম্ম সম্পূৰ্ণভাবে আনুষ্ঠানিক, গতানুগতিক, বিচাৰ-নিৰপেক্ষ, অনুভূতি-নিৰপেক্ষ, আচাৰ-সৰ্ব্বস্ব হৈ পৰিল।

## তপস্যা, সন্ন্যাস আৰু জ্ঞানমাৰ্গ

কিন্তু সজীৱ সমাজৰ প্ৰাণক এইদৰে গতানুগতিক আচাৰ-সৰ্ব্বস্বতাই ৰুদ্ধ কৰি ৰাখিব নোৱাৰে। বৈদিক ক্ৰিয়া-কাণ্ডৰ প্ৰতি বিৰোধিতা ক্ৰমে বাঢ়ি আহিল। পৰমাৰ্থ-লাভৰ বাবে কিছুমানে ললে সংসাৰ ( গৃহধৰ্ম্ম ) ত্যাগ আৰু তপস্যাৰ পথ, কিছুমানে ললে অৰণ্য-বাস আৰু ধ্যান-ধাৰণাৰ পথ, কিছুমানে ললে আত্মজ্ঞান আৰু নৈষ্কৰ্ম্য সাধনৰ পথ। ইয়াৰ ভিতৰত তপস্যা হল কঠিন কৃচ্ছ্ৰসাধনৰ পথ। বৈদিক কৰ্ম্মৰ পৰিৱৰ্ত্তে নানা ধৰণৰ দেহ-নিৰ্য্যাতনৰ দ্বাৰা বাঞ্ছাসিদ্ধি আৰু পৰমাৰ্থসিদ্ধি হব বুলি কৰা সাধনাই হ'ল তপস্যা। তপস্যাৰ সেই ধৰণৰ ফলৰ উপৰিও সাধকৰ নিজৰ নানা অলৌকিক-শক্তি লাভ হয় বুলি ধাৰণা আছিল। দ্বিতীয় পথ হল অৰণ্যবাস আৰু সন্ন্যাস, অৰ্থাৎ বৈদিক, লৌকিক আদি সকলো কৰ্ম্ম ত্যাগ কৰি অৰণ্যত নানা ধ্যান-ধাৰণা আদি কৰা। ইয়াৰ পৰিণতি হিছাপে উদ্ভৱ হয় উপনিষদৰ ব্ৰহ্মবিদ্যা,



পৰাবিদ্যা বা আত্মবিদ্যা আৰু বৈদিক কৰ্ম্মমাৰ্গৰ ঠাইত জ্ঞানমাৰ্গ, নৈষ্কৰ্ম্য বা সন্ন্যাস মাৰ্গ।

## ধৰ্ম্ম আৰু মোক্ষ

উপনিষদৰ ঋষিসকলে যদিও বৈদিক কৰ্ম্মকাণ্ডক চূড়ান্ত বুলি নামানিছিল, তথাপি তাৰ একান্ত বিৰোধিতা কৰা নাছিল। তেওঁলোকে বেদৰ কৰ্ম্ম, তাৰ কৰ্ম্মফল, বৈদিক জন্মান্তৰবাদ, কৰ্ম্ম অনুযায়ী মনুষ্যৰ সংসাৰভোগ, জীৱন-যাত্ৰাৰ বৈদিক শ্ৰেয়োমাৰ্গ আৰু লৌকিক প্ৰেয়োমাৰ্গৰ পাৰ্থক্য আদি মানিছিল। কিন্তু তেওঁলোকে কৈছিল যে বৈদিক কৰ্ম্মৰ দ্বাৰা ইহজন্ম আৰু পৰজন্মত শ্ৰেয়োলাভ বা বাঞ্ছিত সুখ লাভ হলেও সেইবোৰো অনিত্য; অৰ্থাৎ স্বৰ্গসুখ অনিত্য। তেনে অনিত্য বস্তুত মানুহৰ চৰম-তৃপ্তি হব নোৱাৰে, 'নাল্পে সুখমস্তি ভূমৈব সুখম্'। মানুহৰ আত্মা নিত্য, তাৰ স্বৰূপ-প্ৰকাশ কৰ্ম্মৰ দ্বাৰা নহয়, জ্ঞানৰ দ্বাৰায়হে হয়; সেই জ্ঞানৰ উদয় হয় মনক সম্পূৰ্ণৰূপে বিষয়-বাসনাৰ পৰা মুক্ত কৰি নিদিধ্যাসন, ধ্যান আদি কৰাৰ ভিতৰেদি। অৰ্থাৎ উপনিষদৰ মতে মানৱ-জীৱনৰ পৰম-পুৰুষাৰ্থ ধৰ্ম্ম নহয়, মোক্ষহে। কাৰণ যি অবিনশ্বৰ কূটস্থ আত্মা, তাৰ কোন ধৰ্ম্ম নাই, সি নিৰ্গুণ। আত্মাৰ সংসাৰ বন্ধনৰ অৱস্থাতহে ধৰ্ম্মসাধন। ধৰ্ম্মই অৱশ্যে এফালে সাধকক উচ্চ জন্ম দান কৰি ভাল সংস্কাৰ দান কৰে আৰু আনফালে ই চিত্তশুদ্ধি কৰি মনক মুক্তি-পথৰ কাৰণে প্ৰস্তুত কৰাত সহায় কৰে।

## অৰ্থ আৰু কাম : জড়বাদ

ধৰ্ম্ম আৰু মোক্ষ—এই দুই পুৰুষাৰ্থ ই আধ্যাত্মিকমাৰ্গ; কাৰণ ইবোৰ লৌকিক আৰু দৈহিক সাধন নহয়। মানুহৰ লৌকিক সাধন হ'ল অৰ্থ আৰু কাম। পৰলোকত আৰু আত্মাত বিশ্বাস

নকৰিলে ধৰ্ম্ম আৰু মোক্ষৰ কথা নুঠে। উপনিষদৰ যুগতে বেদ-বিৰোধী, আত্মবাদ-বিৰোধী নানা দাৰ্শনিক মতবাদৰ জন্ম হৈছিল। এইবোৰৰ ভিতৰত চাৰ্ব্বাকৰ জড়বাদেই প্ৰধান। এওঁ আছিল দেহাত্মবাদী, অৰ্থাৎ দেহ বা শৰীৰতকৈ ভিন কোনোৰকম আত্মাৰ অস্তিত্ব এওঁলোকে স্বীকাৰ নকৰিছিল, পৰলোক নেমানিছিল। গতিকে এওঁলোকৰ মতে মানৱ-জীৱনৰ চূড়ান্ত সাধন হ'ল অৰ্থ আৰু কাম অৰ্থাৎ দৈহিক সুখ লালসা আৰু ভোগ।

## ৰাজনৈতিক আৰু সামাজিক পৰিস্থিতি

সেই সময়ৰ সমাজ কৃষিজীৱি আছিল। কুটীৰ শিল্প আৰু বেহা-বেপাৰ বহুখিনি বৃদ্ধি পাইছিল আৰু সেইবোৰক কেন্দ্ৰ কৰি এটা শক্তিশালী সদাগৰ ( শ্ৰেষ্ঠী ) শ্ৰেণী আৰু নগৰবোৰ সৃষ্টি হৈছিল। ধন-দৌলতৰ প্ৰাচুৰ্য্যই দেখা দিছিল। গোটেই দেশখন নানা সৰু সৰু ৰাজ্যত বিভক্ত আছিল। তাৰে কিছুমান আছিল ৰাজতন্ত্ৰী, কিছুমান গণতন্ত্ৰী। সমাজৰ স্বাধীন তিনিটা জাতি যেনে—ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য; এওঁলোকৰ ভিতৰত সামাজিক প্ৰতিপত্তি আৰু প্ৰাধান্য লাভৰ বাবে তীব্ৰ প্ৰতিদ্বন্দ্বিতা চলিছিল। এই প্ৰতিদ্বন্দ্বিতাৰেই প্ৰতিফলন হিছাপে চিন্তাজীৱী সকলৰ মাজত নানা দাৰ্শনিক মতবাদৰ সংঘাত হৈছিল। সেই সময়ৰ চিন্তাজীৱীসকল বেছিভাগ ক্ষেত্ৰতেই আছিল গৃহত্যাগী সন্ন্যাসী, তপস্বী আৰু শ্ৰমণ। গৃহীসকলৰ ভিক্ষা আৰু সেৱাৰ দ্বাৰা এওঁলোক চলিছিল। এওঁলোকৰ ভিতৰত নানা তৰ্ক চলিছিল। মহাভাৰতত তাৰ ইঙ্গিত আছে যেনে—"বেদা বিভিন্নাঃ স্মৃতয়ো বিভিন্নাঃ। নাসৌ মুনিৰ্যস্য মতং ন ভিন্নম্॥" বৌদ্ধ ধৰ্ম্ম-শাস্ত্ৰতো সেই সময়ত প্ৰচলিত বাষষ্ঠি বিধ দাৰ্শনিক মতবাদৰ উল্লেখ আছে ( দীঘনিকায়, ব্ৰহ্মজাল-সূত্ৰ )।



## বৌদ্ধ মত ঃ চাৰি আৰ্য্য সত্য

এই ধৰণৰ এটা সংঘাতময় পৰিস্থিতিৰ ভিতৰতে বৌদ্ধ ধৰ্ম্মৰ উৎপত্তি হয়। এই ধৰ্ম্মৰ প্ৰতিষ্ঠাতা বুদ্ধদেৱে সংসাৰত মানৱ-জীৱনৰ ৰোগ, শোক, জৰা, মৃত্যু—এইবোৰ অপৰিহাৰ্য্য দুখ দেখি এইবোৰৰপৰা জীৱনক কি উপায়েৰে মুক্ত কৰিব পাৰি, তাৰ জ্ঞান লাভৰ বাবে গৃহধৰ্ম্ম ত্যাগ কৰি তত্ত্বজ্ঞানৰ সন্ধানী হয়। তত্ত্বজ্ঞান লাভৰ বাবে তেখেতে নানা অধ্যয়ন কৰে, নানা শাৰীৰিক কৃচ্ছ্ৰ-সাধন বা তপস্যা কৰে, কিন্তু সেইবোৰৰ পৰা দুঃখমোচনৰ কোনো সন্ধান তেখেতে নাপালে। শৰীৰ-নিগ্ৰহৰ পথ ভ্ৰান্ত বুলি বুজি সেই পথ তেখেতে ত্যাগ কৰে আৰু তত্ত্বজ্ঞান লাভ সম্বন্ধে হতাশ হৈ পৰে। এনে অৱস্থাতে এদিন ভিক্ষালব্ধ আহাৰান্তে বটবৃক্ষ এজোপাৰ তলত বহি ধ্যানমগ্ন হোৱাত তেখেতৰ মনত সত্যৰ উদয় হয়, তেখেতৰ বোধিত্ব লাভ হয়। এই নতুন মুক্তিপথ সকলোকে দিবলৈ তেখেতে বাৰাণসীলৈ গৈ তাত তত্ত্ব প্ৰচাৰ কৰে, 'ধৰ্ম্মচক্ৰ' প্ৰৱৰ্ত্তন কৰে। এই ধৰ্ম্মৰ মূলকথা হ'ল চাৰিটা আৰ্য্যসত্য যেনে—(১) দুখ, (২) সমুদয়, (৩) নিৰোধ আৰু (৪) মাৰ্গ। অৰ্থাৎ মানৱ-জীৱনত দুখ আছে, এইটো মূল সত্য, এইটোৱেই মূল সমস্যা; আত্মা, ঈশ্বৰ ইত্যাদি আছেনে নাই—এনেধৰণৰ প্ৰশ্নবোৰ অবান্তৰ; এইবোৰৰ বিষয়ে তৰ্ক কৰি সময় নষ্ট কৰিলে মূল সমস্যাৰ কোনো সমাধান নহয়। দ্বিতীয়তে, এই দুখ চিৰন্তন নহয়; ইয়াৰ উৎপত্তি আছে আৰু বিশেষ কাৰণৰ পৰা ইয়াৰ উৎপত্তি হয়। তৃতীয় সত্য হ'ল এই যে—এই দুঃখ নিৰোধ কৰিব পাৰি যদিহে তাৰ উৎপত্তিৰ কাৰণটো দূৰ কৰিব পাৰি। চতুৰ্থতে, এই দুঃখ নিৰোধ কৰাৰ এটা মাৰ্গ বা পথ আছে। মানুহে সেই পথ গ্ৰহণ কৰিলে দুখৰ পৰা মুক্ত হব পাৰে।

## দুঃখবাদ

বুদ্ধদেৱে মানৱ-জীৱনক মূলতঃ দুখময় হিছাপে দেখিছিল। সেই কাৰণে বৌদ্ধ মতবাদক দুঃখবাদ বুলিব পাৰি। মানুহে ঐহিক আৰু সাংসাৰিক জীৱনত যি ইন্দ্ৰিয়-সুখ, ভোগ-সুখ, মানসিক সুখ-শান্তি আদি পায় সেইবোৰ অস্থায়ী ; আৰু জৰা-মৰণৰ নিচিনা দুখৰ তুলনাত সেইবোৰ অৰ্থহীন। ইন্দ্ৰিয়-লালসাই নানা দুখৰ, লোভ-দ্বেষ-হিংসা আদিৰ মূল কাৰণ। ভোগ-তৃষ্ণাই মানুহৰ সমাজ-জীৱনত অৰাজকতাৰ সৃষ্টি কৰে। এই ভোগ-তৃষ্ণাক মানুহে সম্পূৰ্ণ জয় কৰিব পাৰিলেহে এই অতৃপ্তি, অশান্তি আৰু জৰা-মৰণৰূপী চৰম দুখৰপৰা মুক্ত হব পাৰে।

এইখিনিতে বৌদ্ধ মতবাদ অন্যান্য ভাৰতীয় আৰু পাশ্চাত্য ধৰ্ম্ম আৰু দৰ্শনৰ প্ৰধান মতবাদ-সমূহৰ বিৰোধী। অৱশ্যে চাৰ্ব্বাক আদি জড়বাদীসকলৰ বাহিৰে সকলো ভাৰতীয় চিন্তা-ধাৰাতে মানৱৰ ঐহিক-জীৱন, সংসাৰ-যাত্ৰা আদি অতি দুখময় বুলি প্ৰতীয়-মান হৈছে। বুদ্ধৰ পূৰ্ব্বৱৰ্ত্তী উপনিষদীয় ঋষিসকলেও বিষয়-ভোগ-তৃষ্ণা আৰু তাৰ কাৰণ স্বৰূপ যি অহংভাব তাকেই সকলো দুখৰ মূল কাৰণ বুলি কৈছে। কিন্তু তেওঁলোকে মানৱক স্বৰূপতঃ অমৃত-পুত্ৰ, অমৃতলোকৰ অধিকাৰী বুলি আশা আৰু আনন্দৰ বাণী শুনাইছে। মানৱ-জীৱনৰ প্ৰকৃত সত্য হৈছে চিৰ আনন্দময়, জ্ঞানময় আত্মা ; তাক নাজানিলে অহংভাবকে আত্মা বুলি ভুল কৰি অসত্যৰ পাছত ধাৱিত হৈ মানুহে জন্ম-মৃত্যুৰ বন্ধনপ্ৰাপ্ত হয়। আত্মাৰ প্ৰকৃত উপলব্ধি হলেহে মানুহে জন্ম-মৃত্যুৰ বন্ধনৰপৰা মুক্ত হৈ ব্ৰহ্মানন্দ লাভ কৰিব পাৰে। কিন্তু বুদ্ধদেৱৰ মতে আত্মা বা চিৰন্তন কোনো সত্যত বিশ্বাস কৰা মানে জীৱনৰ দুখৰূপী মূল সত্যকেই প্ৰকাৰান্তৰে অস্বীকাৰ কৰা। বুদ্ধৰ মতে এই জগত-প্ৰৱাহ সত্য, জীৱন যাত্ৰা সত্য আৰু ই দুখময়। ঐহিক জীৱন মূলতঃ



অসত্য কাৰণেই যে ই দুখময় এনে নহয় ; কাৰণ তেতিয়া হলে দুখও অসত্য হৈ যাব। এই জীৱন সত্য কাৰণেই দুখো দাৰুণ সত্য। যিবোৰ ধৰ্ম্ম আৰু দৰ্শনে ঈশ্বৰ-বিশ্বাসী কৰে সেইবোৰে ঐহিক জীৱনতো মঙ্গলৰ অস্তিত্ব বিশ্বাস কৰে, আৰু কয় যে ভগৱানৰ বিধানমতে জীৱন-নিৰ্ব্বাহ কৰিলে সংসাৰ-যাত্ৰাৰ মাজেদিও মানুহে আত্মাৰ গভীৰ শান্তি পাব পাৰে। জীৱনৰ যি দুখ সি হৈছে মানৱৰ অগ্নি-পৰীক্ষা ; বিশ্বাস আৰু আত্মনিৱেদনৰ দ্বাৰা সেই পৰীক্ষাত উত্তীৰ্ণ হৈ মানুহে পৰম্পদ আৰু চিৰ-শান্তি লাভ কৰে। মানৱ-জীৱনৰ সাধনাৰ ভিতৰেদিহে এই পৰম শান্তি লাভ কৰিব পাৰি ; গতিকে মানৱ-জীৱন বহু সাধনালব্ধ, ই দেৱৰো দুৰ্লভ। ভাগৱতী ধৰ্ম্মই আৰু অন্যান্য ঈশ্বৰবাদী ধৰ্ম্মই মানৱ-জীৱনক এনে দৃষ্টিভঙ্গীৰেহে চায়। বুদ্ধৰ মত ইয়াৰ সম্পূৰ্ণ বিপৰীত।

## কৰ্ম্ম আৰু জন্মান্তৰ

যদি জীৱনত দুখেই একান্ত সত্য তেন্তে আত্মহত্যা কৰি জীৱন শেষ কৰি দিলেইতো এই দুখৰপৰা মুক্তি পাব পাৰি, আৰু তেনে ক্ষেত্ৰত আত্মহত্যাৰ পথেই শ্ৰেষ্ঠ পথ হব লাগে। বুদ্ধৰ মতে জন্মান্তৰ আছে ; মৃত্যুৰেই জীৱনৰ শেষ নহয়। গতিকে আত্মমৃত্যুৰ দ্বাৰাই জীৱনক শেষ কৰি দিব নোৱাৰি। ই মৃত্যুৰ পাছত আন এটা জীৱনৰ সৃষ্টি কৰিব। আৰু জন্ম মানেই দুখ। গতিকে আত্মহত্যাৰ দ্বাৰা দুখৰপৰা মুক্তি পাব নোৱাৰি। অৰ্থাৎ পুনৰ্জ্জন্ম আৰু কৰ্ম্মফল সম্বন্ধে বৈদিক ধাৰণা বুদ্ধদেৱে মানিছিল। জীৱে এক-জন্মৰপৰা অন্য জন্মলৈ যায় কৰ্ম্মফল অনুসৰি—এই মত জড়বাদীসকলৰ বাহিৰে সকলো ভাৰতীয় দৰ্শনতেই স্বীকৃত হৈছিল। অৱশ্যে এই পুনৰ্জ্জন্ম আৰু কৰ্ম্মৰ স্বৰূপ সম্বন্ধে বুদ্ধদেৱৰ মত বৈদিক ধৰ্ম্মতকৈ বেলেগ আছিল। বৈদিক ধৰ্ম্মই জীৱৰ স্থূল দেহৰ উপৰিও এক সূক্ষ্মদেহ-যুক্ত আত্মাৰ অস্তিত্ব মানিছিল ; আৰু কৰ্ম্ম মানে

বেদবিহিত আৰু বেদনিন্দিত কৰ্ম্মকহে বুজাইছিল। গতিকে এই ধৰ্ম্ম আছিল আনুষ্ঠানিক, বাহ্যিক-আচাৰ আৰু মন্ত্ৰৰ উচ্চাৰণমূলক। জীৱৰ অন্তৰৰ আৱেগ-অনুভূতি, সততা-অসততা, সুচিন্তা-দুশ্চিন্তা আদিৰ-দ্বাৰা সেই আনুষ্ঠানিক কৰ্ম্মফল মূলতঃ নিৰ্ণীত নহয় বুলি ধাৰণা আছিল। যাজ্ঞিক কৰ্ম্মই অদৃষ্ট ভাগ্যৰ সৃষ্টি কৰি আত্মাৰ ভৱিষ্যত-জন্ম আৰু ভোগৰ ক্ষেত্ৰ তৈয়াৰ কৰে। বুদ্ধদেৱৰ মতে তেনে কোনো অমৰ আত্মা নাই; অৰ্থাৎ একে জীৱে এটা জন্মৰ-পৰা আন এটা জন্মলৈ নাযায়। এটা জন্মৰ কৰ্ম্ম-বাসনাই মৃত্যুৰ পিছত আন এটা সেই কৰ্ম্মসংস্কাৰযুক্ত জীৱৰ সৃষ্টি কৰে, যিদৰে এটা চাঁকিৰ জুইৰে আন এটা চাকি জ্বলোৱা হয়। আকৌ কৰ্ম্ম মানে বুদ্ধদেৱে বৈদিক কৰ্ম্ম নুবুজাইছিল। তেখেতে বেদক স্বীকাৰ নকৰিছিল। বুদ্ধৰ মতে কৰ্ম্মৰ মূলকথা অন্তৰৰ বাসনা আৰু তৃষ্ণা, যিয়ে মানুহক বাহ্যিক কৰ্ম্মত লিপ্ত কৰে। এই বাসনা আৰু তৃষ্ণাই মানুহৰ ভৱিষ্যত-জন্মৰ কাৰণ; তৃষ্ণা অনুযায়ীহে জীৱৰ নতুন জন্মৰ সঞ্চাৰ হয়। আৰু তৃষ্ণাৰ জন্ম হয় অজ্ঞানতাৰপৰা; অৰ্থাৎ য'ত আত্মা বা অহং বুলি কোনো সত্য নাই তাত অহংবুদ্ধি বা আত্মবুদ্ধি কৰা। এই মিথ্যা আত্মবুদ্ধিৰ ফলত তৃষ্ণাৰ জন্ম হয়, আৰু তৃষ্ণাৰপৰাই জীৱৰ উদ্ভৱ হয়, জন্ম হয় আৰু জন্মান্তৰ গমন হয়।

## জীৱৰ স্বৰূপ ঃ পঞ্চস্কন্ধ

যদি আত্মা বুলি কোনো সত্তা নাই আৰু জীৱ যদি কেৱল দেহ মাত্ৰই নহয়, তেন্তে জীৱৰ প্ৰকৃত ৰূপ কি? বুদ্ধৰ মতে জীৱ পাঁচোটা স্কন্ধৰ সমষ্টি মাত্ৰ, যেনে—নামৰূপ-স্কন্ধ, বেদনা-স্কন্ধ, সংজ্ঞা-স্কন্ধ, সংস্কাৰ-স্কন্ধ আৰু বিজ্ঞান-স্কন্ধ। এই ভিন ভিন পাঁচোটা স্কন্ধ লগ লাগি জীৱ হয়; এইবোৰৰ উপৰি জীৱ বা আত্মা বুলি অন্য কোনো সূক্ষ্ম বা দেহ-মনৰ অতীত সত্তাৰ অস্তিত্ব নাই। যেনেকৈ



ৰথ বুলিলে চকা, ধুৰা, ৰশ্মি, ঘোঁৰা আদি ভিন ভিন অংশবোৰৰ সমষ্টি মাত্ৰ বুজায়, সেইবোৰৰ উপৰি ৰথ বুলি কোনো পৃথক বস্তু নাই, সেই দৰে পঞ্চস্কন্ধৰ উপৰিও আত্মা বুলি একো নাই। আৰু এই পঞ্চস্কন্ধও স্থায়ীভাৱে নাথাকে, এইবোৰ নিয়ত পৰিৱৰ্ত্তনশীল। এজন মানুহ বিভিন্ন বয়সত ঠিক একে অৰ্থত একেজন মানুহ নহয়, ভিন ভিন মানুহ। অকল জীৱ কিয় জগতৰ সকলো বস্তুৱেই নিয়ত পৰিৱৰ্ত্তনশীল, ধ্বংসশীল; ইহলোক বা পৰলোকত কতো কোনো ৰকমৰ নিত্যবস্তু নাই। জীৱ-জগত আৰু জড়-জগতৰ সকলো বস্তুৱেই আদি আছে, অন্ত আছে আৰু বিনাশ আছে। উৎপত্তি আৰু ধ্বংসই বিশ্বৰ ধৰ্ম্ম।

বুদ্ধদেৱৰ এই অনাত্মবাদ আৰু গতিবাদ ( পৰিৱৰ্ত্তনবাদ ) উপনিষদ, জৈন আৰু ভাৰতীয় ষড়দৰ্শনৰ মতবোৰৰ বিৰোধী। উপনিষদৰ মতে জীৱৰ পাঁচোটা কোষ আছে যেনে—অন্নময়-কোষ, প্ৰাণময়-কোষ, মনোময়-কোষ, বিজ্ঞানময়-কোষ আৰু আনন্দময় কোষ। আনন্দময়-কোষেই সনাতন আত্মা; বাকীবোৰ কোষে তাক আবৰি ৰাখে। বাকী কেইটা কোষৰ কাৰণে জীৱৰ সংসাৰ-দশা আৰু কৰ্ম্মবন্ধন হয়। সত্যজ্ঞানৰ অভ্যুদয় হলে বাকীকেইটা কোষ লোপ পাই আনন্দময় আত্মাৰ মুক্তি হয় আৰু ব্ৰহ্মত্ব লাভ হয়। বুদ্ধৰ মতে এনে আত্মা আছে বুলি ভবাৰ কোনো কাৰণ নাই; কাৰণ কোনেও তেনে আত্মা দেখা নাই, তাক দেখাৰো উপায় নাই। যিবোৰ ঋষি-মুনিয়ে আত্মা বা ব্ৰহ্মক দেখা বুলি কয়, তেওঁলোকৰ পৰস্পৰৰ কথাৰ মিল নাই।

## বিশ্বধৰ্ম্ম ঃ প্ৰতীত্যসমুৎপাদ

যদি জগতৰ কোনো বস্তুৰে কোনো স্থায়ী সত্তা নাই, যদি সকলো গতিশীল, উৎপত্তি আৰু ধ্বংসযুক্ত, তেন্তে প্ৰশ্ন উদয় হয়—বস্তুৰ আৰু জীৱৰ উৎপত্তি এনেয়ে হয় নে তাৰ কিবা কাৰণ আছে?

এই প্ৰশ্নৰ উপনিষদীয় উত্তৰ হৈছে যে ব্ৰহ্মই সকলোৰে উৎপত্তিৰ কাৰণ; ভাগৱতী-ধৰ্ম্মৰ মতে ভগৱান বা ঈশ্বৰেই সকলোৰে উৎপত্তি আৰু নিধনৰ কাৰণ; সাংখ্যৰ মতে জড়-প্ৰকৃতিয়ে সকলো বস্তুৰে উপাদান-ভূত কাৰণ; বৈশেষিকৰ মতে চিৰন্তন পৰমাণুবোৰেই সকলো বস্তুৰে উপাদান কাৰণ; জড়বাদীৰ মতে চিৰন্তন জড়-পদাৰ্থই সকলোৰে উৎপত্তিৰ কাৰণ। বুদ্ধই বস্তুৰ উৎপত্তিৰ কাৰণৰূপে এনে ধৰণৰ কোনোৰূপ চিৰন্তন কাৰণৰ অস্তিত্ব নামানে। তেওঁৰ মতে এটা বস্তুৰ উৎপত্তিৰ কাৰণ তাৰ পূৰ্ব্ববৰ্ত্তী আন এটা বস্তু। প্ৰত্যেক বস্তুৰে উৎপত্তি তাৰ পূৰ্ব্ববৰ্ত্তী বস্তুৰ ওপৰত নিৰ্ভৰশীল। কোনো বস্তুৰেই স্বয়ম্ভু নহয়। কোনো বস্তুৰেই এই নিয়মৰ উৰ্দ্ধত নহয়। বস্তুৰ পৰম্পৰ নিৰ্ভৰশীলতাই বিশ্বৰ ধৰ্ম্ম। এই জাগতিক আৰু আধ্যাত্মিক ধৰ্ম্মক 'প্ৰতীত্য-সমুৎপাদ' বুলি কোৱা হয়; অৰ্থাৎ জগত নিঃসত্তা আৰু নিৰ্জীৱ, গতিশীল, উৎপত্তিশীল আৰু বিনাশশীল; আৰু—এটা বস্তু আন এটা বস্তুৰ কাৰণ। বস্তুজগত আৰু জীৱজগতৰ কোনো চিৰন্তন কাৰণ বা পৰম কাৰণ নাই, কোনো অনাদি-অনন্ত উৎপত্তিভূমি নাই।

যদি সকলো বস্তুৰেই উৎপত্তিৰ অন্য ধ্বংসশীল কাৰণ আছে, তেন্তে যি কাৰণত মানুহে জন্ম-মৰণ-দশাপ্ৰাপ্ত হৈ দুঃখভোগী হয়, সেই কাৰণো বিনাশ-সাপেক্ষ। সেই কাৰণবোৰ কি জানিলে সিবোৰ নিৰ্ম্মূল কৰি প্ৰাণীৰ দুঃখদশা নষ্ট কৰিব পাৰি।

### ভৱচক্ৰ

জীৱৰ উৎপত্তিৰ যি কাৰ্য্য-কাৰণ পৰম্পৰা বুদ্ধই ঘোষণা কৰিছে তাকেই বৌদ্ধধৰ্ম্মত 'ভৱচক্ৰ' বোলে। এই ভৱচক্ৰৰ দ্বাদশ পৰ্য্যায় আছে যেনে—(১) অবিদ্যা, (২) সংস্কাৰ, (৩) বিজ্ঞান, (৪) নাম-ৰূপ, (৫) ষড়ায়তন, (৬) স্পৰ্শ, (৭) বেদনা, (৮) তৃষ্ণা,



(৯) উপাদান, (১০) ভৱ, (১১) জাতি, (১২) জৰামৰণ। অৰ্থাৎ জৰামৰণ বা দুখৰ উদয় হয় জাতিৰ ( জন্ম ) পৰা। জাতিৰ উদয় হয় 'ভৱ'ৰ পৰা ( ভৱ মানে ইয়াত অস্তিত্ব বা সত্ত্ব অৰ্থ কৰা হৈছে; যিহৰ জন্ম হয় তাৰ জন্মপূৰ্ব্ববৰ্ত্তী সত্ত্ব থাকিব লাগিব )। ভৱৰ উৎপত্তি হয় 'উপাদান'ৰপৰা ( যি বস্তুৰপৰা তৃষ্ণাৰ তৃপ্তি হয় সেইবোৰ বস্তুক ব্যগ্ৰভাৱে আঁকোৱালি থকাটোকে উপাদান বোলে )। 'তৃষ্ণা'ৰপৰা 'উপাদান'ৰ উৎপত্তি হয়। 'বেদনা'ৰপৰা ( সুখদুখানুভূতিৰ ) তৃষ্ণাৰ উৎপত্তি হয়। 'স্পৰ্শ' ( বিষয়ৰ লগত জীৱৰ ) হলে বেদনাৰ উৎপত্তি হয়। 'ষড়ায়তন'ৰ ( জ্ঞানেন্দ্ৰিয়ৰ ) পৰা 'স্পৰ্শ' হয়। 'নামৰূপ'ৰ ( দেহ-মনৰ যন্ত্ৰৰ ) পৰা ষড়ায়তন হয়। 'বিজ্ঞান'ৰপৰা 'নামৰূপ'ৰ উৎপত্তি হয়। 'সংস্কাৰ'ৰপৰা বিজ্ঞানৰ উৎপত্তি হয়। 'অবিদ্যা'ৰপৰা সংস্কাৰৰ উৎপত্তি হয়। এই দ্বাদশ কাৰ্য্য-কাৰণ-যোগৰপৰাহে ( দ্বাদশাঙ্গ ) দুখৰ সমুদয় হয়। এই ভৱচক্ৰৰ তত্ত্ব কোনো পাৰমাৰ্থিক তত্ত্ব নহয়; ই প্ৰধানতঃ মনো-বিশ্লেষণমূলক। মানৱচিত্তৰ নানাৰূপ সংস্কাৰ, প্ৰবৃত্তি, বেদনা, তৃষ্ণা আদিৰ অতি সূক্ষ্ম ব্যাখ্যা বৌদ্ধ-দৰ্শনত পোৱা যায়। এই ভৱচক্ৰৰ মতে এই জন্মৰ কাৰণ হিছাপে পূৰ্ব্বজন্মৰ অস্তিত্ব স্বীকাৰ কৰা হয়।

### আৰ্য্য অষ্টাঙ্গমাৰ্গ ঃ মধ্যম পথ

এই ভৱচক্ৰই যদি জৰা-মৰণাদিৰ কাৰণ হয়, এই চক্ৰ ভঙ্গ কৰি পুনৰ্জ্জন্ম বিনাশ কৰি দুখৰপৰা একেবাৰে মুক্ত হোৱাৰ উপায়ো আছে। সেই উপায় হৈছে তৃষ্ণাৰ সম্পূৰ্ণ উপশম। তৃষ্ণাৰ উপশম আৰু বিনাশ কৰাটো অৱশ্যে অতি দুৰূহ কাম। কিন্তু দুৰূহ হলেও তাৰ বিনাশ সম্ভৱ। বুদ্ধ-নিৰ্দ্দেশিত যি মাৰ্গ বা পথ অনুশীলন কৰিলে তৃষ্ণাৰ নিৰোধ কৰি জন্ম-মৰণ ৰূপ ক্লেশৰপৰা মুক্তি পোৱা যায় তাক 'আৰ্য্যমাৰ্গ' বুলি অভিহিত কৰা হৈছে। এই সাধন-মাৰ্গৰ আঠোটা অঙ্গ আৰু চাৰিটা স্তৰ। ইয়াৰ আঠোটা অঙ্গ

হৈছে—(১) সম্যক দৃষ্টি, (২) সম্যক সঙ্কল্প, (৩) সম্যক বাক্, (৪) সম্যক কৰ্ম্মান্ত, (৫) সম্যক আজীৱ, (৬) সম্যক ব্যায়াম, (৭) সম্যক স্মৃতি আৰু (৮) সম্যক সমাধি। সম্যক দৃষ্টি হৈছে জীৱন সম্বন্ধে সঠিক ধাৰণা আৰু বুদ্ধ আৰু বৌদ্ধ ধৰ্ম্ম সম্বন্ধে সন্দেহ বা বিচিকিৎসাৰ নাশ কৰা। সম্যক দৃষ্টি হলেহে সম্যক সঙ্কল্প হব পাৰে। এই সঙ্কল্প হৈছে ত্যাগৰ, মৈত্ৰীৰ, কৰুণাৰ, উপেক্ষাৰ। এই ধৰণৰ সঙ্কল্পৰ দ্বাৰা কৰ্ম্মত ব্ৰতী হলে সম্যক বাক্ (মিতভাষিতা), সম্যক কৰ্ম্মান্ত আৰু সম্যক জীৱন ধাৰণ সম্ভৱ হয়। সম্যক কৰ্ম্ম মানে সততে কোনোৰূপ পাপাচৰণৰপৰা বিৰত থকা; লোভ, দ্বেষ, মোহ, হিংসা, অসূয়া, ঔদ্ধত্য আদিৰপৰা বিৰত থকা; চৌৰ্য্য, ব্যভিচাৰ আদিৰপৰা মুক্ত থকা; শ্ৰদ্ধা, দান, মৈত্ৰী, কৰুণা, মুদিতা আদিৰ নিয়ত অনুশীলন—এয়েই সম্যক ব্যায়ামাদি। এই পথ আত্মনিগ্ৰহ আৰু কৃচ্ছ্ৰসাধনৰ পথো নহয়, ভোগ আৰু ইন্দ্ৰিয়-পৰায়ণতাৰ পথো নহয়—এই পথ 'মধ্যম পথ'। যাগ-যজ্ঞ, তীৰ্থ-স্থান আদিৰ কোনো প্ৰয়োজন নাই; প্ৰকৃত শীলবান হোৱাটোৱেই মুক্তিমাৰ্গৰ মূলকথা।

## চাৰি শ্ৰামণ্যফল

আৰ্য্যমাৰ্গৰ সাধনাত আগ বঢ়াৰ পথত চাৰিটা স্তৰ আছে। প্ৰথম স্তৰ হৈছে 'স্ৰোতাপত্তি'। ইয়াৰ অৰ্থ হৈছে সোঁতত পৰা বা ধৰ্ম্মমাৰ্গত সোমোৱা। স্ৰোতাপন্ন হোৱাৰ বাবে প্ৰয়োজন হয় (১) সৎপুৰুষৰ সঙ্গ, (২) সৎধৰ্ম্ম শ্ৰৱণ, (৩) প্ৰণালীবদ্ধ চিন্তাধাৰা আৰু ধৰ্ম্মৰ সৰ্ব্বাঙ্গীন অনুশীলন। অৰ্থাৎ বুদ্ধৰ বোধিত্বত আস্থা, সঙ্ঘৰ প্ৰতি শ্ৰদ্ধা আৰু ধৰ্ম্মৰ অনুশীলন। (বৌদ্ধ ধৰ্ম্মত শৰণ লৈ ভিক্ষুত্ব গ্ৰহণ কৰিলে 'বুদ্ধং শৰণং গচ্ছামি', 'ধৰ্ম্মং শৰণং গচ্ছামি', 'সঙ্ঘং শৰণং গচ্ছামি' এই প্ৰতিজ্ঞা কৰিব লগীয়া হয়; এইদৰে শৰণাপন্ন হোৱাকে স্ৰোতাপন্ন হোৱা বোলে।) স্ৰোতাপন্ন ব্যক্তিয়ে



ক্ৰমে—(১) সৎকায় দৃষ্টি (অৰ্থাৎ আত্মা আছে বুলি ভুল ধাৰণা), (২) বিচিকিৎসা (অৰ্থাৎ বুদ্ধৰ বাণীৰ সত্যতা সম্বন্ধে সন্দেহ), (৩) শীলব্ৰত পৰামৰ্শ (অৰ্থাৎ যজ্ঞাদি কৰ্ম্মানুষ্ঠানত আস্থা)—এই তিনি সংযোজনৰ (বন্ধন) পৰা মুক্ত হয়। এইদৰে উক্ত তিনি সংযোজনৰপৰা মুক্ত হৈ স্ৰোতাপন্ন সাধকে ক্ৰমে—লোভ, দ্বেষ, মোহ—এই তিনি কিঞ্চন (মল) বা অকুশলমূল একেবাৰে নিৰ্ম্মূল কৰিব নোৱাৰিলেও বশীভূত কৰে। এয়ে হ'ল সকৃতাগমী ৰূপ দ্বিতীয় স্তৰ আৰু ফল (অৰ্থাৎ এই সাধকে মৃত্যুৰ পাছত মাত্ৰ এটা জন্মজনিত দুখভাগীহে হব)। ইয়াৰ পাছৰ স্তৰ হৈছে অনাগামিত্ব (অৰ্থাৎ যি অৱস্থা পালে সাধকে পুনৰ্জ্জন্মৰপৰা মুক্ত হয়, আকৌ সংসাৰলৈ ঘূৰি আহিব লগা নহয়)। যেতিয়া সাধকে উক্ত তিনি সংযোজনৰ উপৰিও (৪) কাম আৰু (৫) প্ৰতিঘ্ন (অৰ্থাৎ অন্যৰ প্ৰতি অসূয়া আদি ভাৱ) সম্পূৰ্ণৰূপে ধ্বংস কৰিব পাৰে তেতিয়া তেওঁ অনাগামিত্ব ফল লাভ কৰে। ইয়াৰ উপৰিও যেতিয়া সাধকে (৬) ৰূপৰাগ (ঐহিক জীৱনত ৰতি), (৭) অৰূপৰাগ (পাৰলৌকিক স্বৰ্গীয় জীৱনৰ কামনা), (৮) মান (অহঙ্কাৰ), (৯) ঔদ্ধত্য (আত্ম-প্ৰশংসা) আৰু (১০) অবিদ্যা—এই সকলোবোৰ সংযোজন নাশ কৰিব পাৰে তেতিয়া তেওঁ অৰ্হত্ব পায় আৰু অৰ্হত্ব হয়। অৰ্হত্ব পালে ইহলোক আৰু পৰলোকৰ সকলো দুখৰ লোপ হয়। এই অৰ্হত্বৰ অৱস্থাকে নিৰ্ব্বাণ বোলে। নিৰ্ব্বাণ-প্ৰাপ্তিৰ অৱস্থাক বুজাবলৈ নানাৰকম তুলনা দিয়া হয়। "যাৰ ইন্দ্ৰিয়সমূহ শান্ত হৈছে, যিজন মোহ আৰু ভৱ-তৃষ্ণাৰপৰা মুক্ত, সেইজনক দেৱতায়ো ঈৰ্ষা কৰে। শুদ্ধশীল জন পৃথিৱীৰ দৰে স্থিৰ, স্তম্ভৰ নিচিনা অচঞ্চল, শান্ত হ্ৰদৰ নিচিনা অক্ষুব্ধ।" এই অৱস্থা পূৰ্ণ শান্তি, পূৰ্ণ প্ৰজ্ঞাৰ অৱস্থা। অৰ্হত্ব পালে সকলো ক্লেশৰ নিঃসৰণ হয়।

নিৰ্ব্বাণ-প্ৰাপ্তিয়েই জীৱনৰ লক্ষ্য। কিন্তু নিৰ্ব্বাণ মানে প্ৰকৃততে কি বুজায় সেই সম্বন্ধে মতভেদ আছে।

## নিৰ্ব্বাণ ঃ অৰ্হত্ব

নিৰ্ব্বাণ মানে সাধাৰণতে জুই নুমাই যোৱা বুজায়। এই অৰ্থত ই ভৱ-তৃষ্ণাৰ সম্পূৰ্ণ উপশম আৰু ভৱদশাৰ অন্ত হোৱাটো বুজাব। বোধ হয় জীৱৰ অস্তিত্ব এইদৰে সম্পূৰ্ণ নাইকিয়া হৈ যোৱাটোকে বুজাইবলৈ বৌদ্ধ ধৰ্ম্মত নিৰ্ব্বাণ শব্দটোৰ ব্যৱহাৰ হৈছে। কাৰণ যিহেতু বৌদ্ধধৰ্ম্মই জীৱক ওপৰত বৰ্ণনা কৰা পঞ্চস্কন্ধৰ সমষ্টিৰ বাহিৰে কোনো পাৰমাৰ্থিক সত্ব বা আত্মা বুলি নকয় আৰু যিহেতু এই পঞ্চস্কন্ধৰ উৎপত্তিৰ কাৰণ হ'ল তৃষ্ণা আৰু অবিদ্যা, সেই হিছাপে শীল-সাধনৰ দ্বাৰা তৃষ্ণাৰ নিৱাৰণ আৰু প্ৰজ্ঞাৰ দ্বাৰা অবিদ্যাৰ বিনাশ হলে পঞ্চস্কন্ধৰ লয় হয়, আৰু তাৰ পাছত একো অস্তিত্ব নাথাকে। এই সম্ভাৱনাটোকেই নিৰ্ব্বাণ শব্দই নিৰ্দ্দেশ কৰে। কিন্তু নিৰ্ব্বাণ শব্দৰ দ্বাৰা বৌদ্ধধৰ্ম্মত এই অৰ্থ কৰা হয় বুলি বহু দাৰ্শনিকে মানি লব নোখোজে। বিশেষকৈ ডঃ ৰাধাকৃষ্ণণে নিৰ্ব্বাণ অৰ্থে উপনিষদত কোৱা ব্ৰহ্মজ্ঞান বা নিদিধ্যাসন, বেদান্তত কোৱা অপৰোক্ষানুভূতি—যি উপলব্ধি বা দৰ্শনক বুদ্ধিৰে বা বাক্যেৰে বা কোনো ৰকম লৌকিক অভিজ্ঞতাৰে বৰ্ণনা কৰিব বা বুজাব নোৱাৰি—সেই পৰম সত্যৰ স্বৰূপানুভূতিকেই, অতীন্দ্ৰিয় অভিজ্ঞতাকেই ( mystic experience ) বুজায় বুলি ধৰিছে। এই অৰ্থ ললে লোকাতীত পৰম সৎবস্তুৰ অস্তিত্ব স্বীকাৰ কৰা হয়। কিন্তু বুদ্ধদেৱে এই ধৰণৰ ব্ৰহ্মবাদ, শাশ্বতবাদ আদিৰ ধাৰণা জীৱৰ বিচিকিৎসা বা এক প্ৰকাৰ অবিদ্যাসম্ভূত বন্ধন বুলিছে ; গতিকে বুদ্ধ-ঘোষিত চাৰি আৰ্য্য সত্যৰ ভেটিত এইৰূপ বুদ্ধিমোহৰপৰা মুক্ত হলেহে নিৰ্ব্বাণৰ পথত আৰোহণ কৰিব পৰা যায় বুলি বুদ্ধই কৈছে। আত্মা বা ব্ৰহ্ম, জগত আৰু জীৱৰ শাশ্বতত্ব বা অশাশ্বতত্ব, চিৰন্তনত্ব বা আপেক্ষিকত্ব সম্বন্ধে তত্ত্ববিচাৰ, তৰ্ক, জিজ্ঞাসাবাদ আদি কৰাটো "অজ্ঞ, অদৰ্শী, তৃষ্ণাগত শ্ৰমণ আৰু ব্ৰাহ্মণৰ



বেদনামাত্ৰ, চিত্ত-চাঞ্চল্যমাত্ৰ"। আৰু তেওঁলোকৰ এইবোৰ মতবাদ উপৰোক্ত ভৱচক্ৰৰ 'স্পৰ্শজনিত' ; "যিসকলে এইবোৰ মত পোষণ কৰে তেওঁলোকে 'স্পৰ্শ' ব্যতিৰেকে এইৰূপ বেদন-সংযুক্ত হব সেইটো হব নোৱাৰে।" গতিকে এইবোৰ মতবাদৰপৰা ভৱচক্ৰৰ বন্ধনবশতঃ জীৱনত দুখ, নিৰাশা, দৌৰ্ম্মনস্য আদিৰ বৃদ্ধিহে হয়। এইদৰে 'দীঘনিকায়'ৰ 'ব্ৰহ্মজাল' সূত্ৰত বুদ্ধদেৱে তত্ত্ববাদ আৰু তৰ্কবাদৰ কুপৰিণাম দৰ্শাই এইবোৰ জিজ্ঞাসাবাদৰ-পৰা বিৰত থাকি 'অনুত্তৰ সংগ্ৰামবিজয়ী' হোৱাৰ অৰ্থাৎ উত্তৰ নিদিয়াকৈয়ে এইবোৰ মতবাদৰ বিৰুদ্ধে জয়লাভ কৰাৰ পথ দৰ্শাইছে। গতিকে নিৰ্ব্বাণ শব্দৰ নেতিবাচক ( negative ) অৰ্থটোহে বুদ্ধমতৰ সঠিক প্ৰকাশক। ইয়াক হয়-বাচক বা অস্তিত্ববাচক ( affirmative or positive ) অৰ্থত গ্ৰহণ কৰিলে প্ৰপঞ্চাতীত অলৌকিক চিৎবস্তুৰ ( আত্মাৰ ) অস্তিত্ব পৰোক্ষভাৱে স্বীকাৰ কৰা হয়।

## বুদ্ধৰ মৌনত্ব

কিন্তু কথা হৈছে—বুদ্ধই আত্মা, ঈশ্বৰ, সৎবস্তু আদি সম্বন্ধে প্ৰশ্ন কৰিলে সদায় মৌনতা অৱলম্বন কৰিছিল। অৰ্থাৎ এইবোৰৰ পৰম অস্তিত্ব আছেনে নাই, একো নকৈছিল। এইৰকমৰ মৌনতা অৱলম্বন কৰাতেই শিষ্যসকলে নিজ নিজ প্ৰশ্নৰ সমাধান পাইছিল বুলি কোৱা আছে। এই কথাৰ তাৎপৰ্য্য কি ? আত্মা আদি আছে বা নাই একো নোকোৱাৰ অৰ্থ এইটোও হব পাৰে যে বুদ্ধদেৱে পৰম সৎবস্তু একো নাই বুলি এটা স্পষ্ট সিদ্ধান্ত লোৱা নাছিল। গতিকে নিৰ্ব্বাণ-প্ৰাপ্তিক অস্তিত্বৰ কাৰণৰ সম্পূৰ্ণ বিনাশ বুলি ধৰি লব নালাগে। কিন্তু বুদ্ধৰ মৌনতাৰ তাৎপৰ্য্য হৈছে এই যে উক্ত প্ৰশ্নবোৰ আৰু তাৰ সম্ভাব্য উত্তৰবোৰ অবান্তৰ, আৰু বিশেষকৈ ওপৰত কোৱা কাৰণত অবিদ্যাজনিত। গতিকে এই

ধৰণৰ জিজ্ঞাসাবাদ অৰ্থহীন। জীৱদ্দশা আৰু জৰা-মৰণাদি দুখেই মূল সত্য; আৰু ভৱ-তৃষ্ণাৰ সম্পূৰ্ণ নিৰোধৰ ভিতৰেদি ভৱচক্ৰ নষ্ট কৰা অৱস্থাহে নিৰ্ব্বাণ শব্দৰ ঈপ্সিত অৰ্থ।

## নিৰ্ব্বাণ সম্বন্ধে মতামত

### নিৰ্ব্বাণ আৰু পৰিনিৰ্ব্বাণ

দ্বিতীয়তে আপত্তি তোলা হয় যে সাধকৰ জীৱদ্দশাতেইতো নিৰ্ব্বাণ লাভ হয়। অৰ্হত্ব লাভ কৰা সাধক বা ভিক্ষু মৃত্যুৰ পিছতহে সম্পূৰ্ণভাৱে লয় হয়—এই অৱস্থাক পৰিনিৰ্ব্বাণ বোলে। যদি নিৰ্ব্বাণ ইহজন্মতেই লভ্য তেন্তে তেনে অৱস্থাত কোনোৰকম অনুভূতি নাথাকে নেকি? এই অৱস্থাক সুখ-দুখাদি অনুভূতি-নিৰপেক্ষ বুলি কোৱা হৈছে যদিও ইয়াক একেবাৰে উপলব্ধিহীন অৱস্থা বুলি কব নোৱাৰি। নিৰ্ব্বাণ সম্বন্ধে যিবোৰ বৰ্ণনা বৌদ্ধ-ধৰ্ম্মৰ গ্ৰন্থসমূহত পোৱা যায় তাৰ অৰ্থপূৰ্ণতাৰ, নিত্য-শুদ্ধতাৰ, অবিমিশ্ৰ শান্তিৰ স্থিতি বুলিহে ভাবিব পাৰি। মেক্ছমুলাৰে কৈছে—"If we look in the Dhammapada at every passage where 'Nirvana' is mentioned, there is not one which would require that its meaning should be annihilation, while most, if not all, would become perfectly unintelligible if we assigned to the word 'Nirvana' that signification." অৰ্থাৎ "ধম্মপদৰ যিবোৰ অংশত নিৰ্ব্বাণ শব্দটোৰ ব্যৱহাৰ হৈছে সেইবোৰৰ এটাও 'নাশ' এই অৰ্থত লব লগাৰ প্ৰয়োজন নহয়; আৰু সেইবোৰৰ বেছি ভাগতেই যদি উক্ত অৰ্থ প্ৰয়োগ কৰা যায় তেন্তে সেইবোৰ অবোধ্য হৈ উঠে।" এই মতকেই সমৰ্থন কৰি ডঃ ৰীচ ডেভিড্ছে কৈছে—"The early Sanskrit texts of the later Buddhists, like the Pali texts of the Pitakas, look upon Nirvana as a condition, to be reached here, in this world, and in this life." অৰ্থাৎ পৰৱৰ্ত্তী বৌদ্ধধৰ্ম্মৰ যিবোৰ আদি সংস্কৃত পুথি সেইবোৰত পালি ভাষাৰ পিটক-সমূহৰ দৰে নিৰ্ব্বাণক এটা এই সংসাৰতে, এই জন্মতে লভ্য পৰিশুদ্ধ স্থিতি বুলি দেখুৱা হৈছে।"



যদি নিৰ্ব্বাণ মানে পৰম শান্তিময়, আনন্দময় স্থিতি বুজায় তেন্তে ইয়াৰ লগত উপনিষদৰ আত্মজ্ঞান বা আত্মদৰ্শন লাভৰ, নিদিধ্যাসনৰ কোনো পাৰ্থক্য নোহোৱা হৈ পৰে। যদি বুদ্ধদেৱে সেই অৰ্থকেই বুজালেহেঁতেন, তেন্তে তাৰ বাবে সম্পূৰ্ণ নেতিবাচক অৰ্থপ্ৰধান 'নিৰ্ব্বাণ' শব্দটো প্ৰয়োগ নকৰিলেহেঁতেন। এই শব্দটো বিশেষ-ভাৱে ব্যৱহাৰ কৰাৰ অৰ্থ উপনিষদৰ ব্ৰহ্মোপলব্ধিৰপৰা ইয়াক পৃথক বুলি, নেতিবাচক বুলি বুজাবৰ কাৰণেহে। ইয়াক বুজাবলৈ যিটো তুলনা দিয়া হৈছে তাতো নেতিবাচক অৰ্থহে প্ৰধান; অৰ্থাৎ ই সৰ্ব্বপ্ৰকাৰ তৃষ্ণাৰূপ অগ্নিৰ নিৰ্ব্বাপণ। (তৃষ্ণা তিনি-বিধ, যেনে—কামতৃষ্ণা, ভৱতৃষ্ণা আৰু বিভৱতৃষ্ণা।) ইয়াৰ ফলত ভৱচক্ৰৰ তথা পুনৰ্জ্জন্মৰ বিনাশ হয়; কিন্তু তৎক্ষণাৎ পঞ্চকায়ৰ বিনাশ নহয়। কাৰণ পঞ্চকায় পূৰ্ব্বজন্মৰ কৰ্ম্মৰপৰা উদ্ভূত; আৰু সেই কৰ্ম্মফল শেষ নোহোৱালৈকে জীৱনদীপ জ্বলি থাকে—ঠিক যেনেকৈ জ্বলি থকা চাকিৰ তেল পুৰি শেষ হলে চাকি জ্বলি থকাৰ মূল কাৰণটো বিনাশ হয়, কিন্তু শলিতাডাল পুৰি শেষ নহয় মানে চাকিৰ জুই নুমাই নাযায়। পঞ্চকায়ময় জীৱন হৈছে শলিতা আৰু তিনিবিধ তৃষ্ণা হৈছে তেল। অৰ্হৎ অৱস্থাত তৃষ্ণাৰ বিনাশ হয়; পৰিনিৰ্ব্বাণ অবস্থাত জীৱনদীপ সম্পূৰ্ণ নিৰ্ব্বাপিত হয়।

## নিৰ্ব্বাণ আৰু মোক্ষ

বৌদ্ধধৰ্ম্মত যিদৰে নিৰ্ব্বাণ আৰু পৰিনিৰ্ব্বাণৰ পাৰ্থক্য দেখুৱা হৈছে, বেদান্ত দৰ্শনতো সেইদৰে দুই ৰকমৰ মুক্তি বা মোক্ষ দেখুৱা হৈছে, যেনে জীৱন্মুক্তি আৰু বিদেহমুক্তি। জীৱন্মুক্তি জীৱাত্মাৰ জীৱদ্দশাতেই জ্ঞানোদয়ৰ ফলত কৰ্ম্মবন্ধন ছেদ হৈ পৰমানন্দ লাভ হোৱা অৱস্থাক বুজায়। এই মুক্তিৰ পাছত জীৱ প্ৰাৰব্ধ কৰ্ম্মবশতঃ আয়ু শেষ নোহোৱা পৰ্য্যন্ত জীয়াই থাকে। শৰীৰ পতনৰ পাছত সেই আত্মাৰ বিদেহমুক্তি হয়, অৰ্থাৎ আত্মাই পৰম-ব্ৰহ্মত লীন হৈ যায়। কিন্তু বেদান্ত দৰ্শনত পাৰমাৰ্থিক চিন্ময় আত্মাক স্বীকাৰ কৰা হৈছে আৰু বৌদ্ধধৰ্ম্মত তাৰ কোনো স্বীকৃতি নাই—এয়ে যি পাৰ্থক্য।

তদুপৰি মোক্ষ আৰু নিৰ্ব্বণ লাভৰ পথ সম্বন্ধেও বেদান্ত আৰু বৌদ্ধমতৰ বহুখিনি মিল আছে। এই পথৰ প্ৰথম পদক্ষেপ হৈছে গুৰুত শ্ৰদ্ধা, বিশ্বাস আৰু গুৰুবাক্য-শ্ৰৱণ; দ্বিতীয় পদক্ষেপ হৈছে সবিচাৰ, সবিতৰ্ক ধ্যানৰ দ্বাৰা প্ৰত্যয়জ্ঞান; তৃতীয় হৈছে সমাধিজ্ঞান বা প্ৰজ্ঞা। বেদান্তত কোৱা হৈছে শ্ৰৱণ, মনন, আৰু নিদিধ্যাসন; বৌদ্ধধৰ্ম্মত কোৱা হৈছে শীল, সমাধি আৰু প্ৰজ্ঞা। ইত্যাদিবোৰ কাৰণতেই বৌদ্ধ আৰু বৈদান্তিক জীৱন-দৰ্শনৰ মূলগত মিল আছে বুলি বহুতে মত প্ৰকাশ কৰে। কিন্তু এই মিল খুব গভীৰ নহয়।

শীল মানে আধ্যাত্মিক (আন্তৰিক) আৰু বাহ্যিক আচৰণীয় কৰ্ত্তব্যসমূহক বুজায়। গৃহী আৰু গৃহত্যাগী ভিক্ষুৰ কাৰণে বিভিন্ন ধৰণৰ শীল-সম্পদাৰ ব্যৱস্থা বৌদ্ধধৰ্ম্মত আছে। যিবিলাক শ্ৰামণ্য বা ভিক্ষুত্ব গ্ৰহণ কৰি সঙ্ঘত যোগ দিয়ে সেইসকলে পিন্ধন, উৱণ, খোৱা, শোৱা ইত্যাদি যাৱতীয় দৈনন্দিন কৰণীয় বিষয়ে কিছুমান বিধি-নিষেধ মানি চলিব লাগে, যেনে পিণ্ডপাতৰ (নোখোজাতেই অন্যই পাত্ৰত পেলাই দিয়া ভিক্ষান্ন) দ্বাৰা লভ্য ভিক্ষাৰ এক-সন্ধ্যা



ভোজন, তুডোখৰ পকা সুমথিৰাৰ ৰঙৰ কাপোৰ পিন্ধা, প্ৰব্ৰজ্যা (অৰ্থাৎ বিভিন্ন ঠাইত ঘূৰি ফুৰা), ধ্যান, ধৰ্ম্মালোচনা ইত্যাদি। ইয়াৰ উপৰিও ভিক্ষুসকলৰ বিশেষভাৱে নিষিদ্ধ কিছুমান কাম আছে যিবোৰৰ বিষয়ে সঙ্ঘত শৰণ লোৱাৰ সময়ত শৰণাৰ্থীয়ে প্ৰতিজ্ঞাবদ্ধ হব লাগে; যেনে—জীৱহত্যা, চুৰ কৰা, ব্যভিচাৰ, মৃষাবাদ, হিংসা, অসূয়া, মদ্যাদি-সেৱন ইত্যাদিৰপৰা সম্পূৰ্ণ বিৰত থকা, প্ৰসাধন আৰু আমোদ-প্ৰমোদাদি বৰ্জ্জন, উচ্চ শয্যা আৰু অসময়ত আহাৰ বৰ্জ্জন, সোণ-ৰূপ গ্ৰহণ নকৰা ইত্যাদি। ভিক্ষু-জীৱনৰ এইৰকম বাধা-নিষেধবোৰক 'প্ৰাতিমোক্ষ' বোলা হয়। ভিক্ষুৰ পক্ষে তিনিবিধ শুচিতা আচৰণীয়; যেনে—কায়, মন আৰু বাক্যৰ শুচিতা আৰু মিতাচাৰিতা। ই অৱশ্যে গৃহীৰ ক্ষেত্ৰতো প্ৰযোজ্য। তিনিবিধ পুণ্য কাম; যেনে—দান, শীল, ভাৱনা। পাঁচবিধ নীৱৰণ বা বৰ্জ্জনীয়; যেনে—কামচ্ছন্দ, জড়তা আৰু মূঢ়তা, ঔদ্ধত্য আৰু অহঙ্কাৰ, বিচিকিৎসা অৰ্থাৎ বুদ্ধ-বাক্যত সন্দেহ। ভিক্ষুৰ ছয়প্ৰকাৰ ভ্ৰাত্ৰীয় জীৱন যাপন; যেনে—সহভিক্ষুৰ প্ৰতি মৈত্ৰীপূৰ্ণ কায়িক-কৰ্ম্ম, বাচিক-কৰ্ম্ম আৰু মানসিক-কৰ্ম্ম; ভিক্ষা বা দানাদিৰ পৰা লব্ধ বস্তুৰ সমভাৱে ভোগ; সহভিক্ষুৰ প্ৰতি প্ৰকাশ্যে আৰু গোপনে অকপট, আৰ্য্য, কান্ত, অমলিন, মুক্তিদায়ী, সমাধি সহায়ক আচৰণ-পৰায়ণ হোৱা; সহভিক্ষুৰ প্ৰতি আৰ্য্যদৃষ্টি অৰ্থাৎ মৈত্ৰী, কৰুণাদি। এইবোৰৰ উপৰিও ভিক্ষুসঙ্ঘৰ সামূহিক নিয়ম-সমূহ আছে। ভিক্ষুৰ পালনীয় কৰ্ত্তব্যসমূহক বৌদ্ধধৰ্ম্মত 'বিনয়' বোলা হয়; আৰু এই ধৰণৰ বিনয়সমূহ বৌদ্ধ ত্ৰিপিটকৰ 'বিনয়-পিটক'ত বিশদভাৱে বৰ্ণিত আছে।

## পঞ্চশীল

ভিক্ষুসকলৰ উপৰিও গৃহীসকলৰ কাৰণে বিশেষ কিছুমান 'শীল' বা অনুশাসন আছে। তাৰ ভিতৰত 'পঞ্চশীল' সকলো

সম্প্ৰদায়ৰ বৌদ্ধপন্থীয়ে অৱশ্য-পালনীয় বুলি ধৰে। এই পঞ্চশীলৰ বিধানৰ কোনো ব্যতিক্ৰম কোনো বৌদ্ধমাৰ্গীয়ে কৰিব নোৱাৰে। 'পঞ্চশীল' হৈছে—(১) প্ৰাণীহত্যা নকৰা, (২) চৌৰ্য্যবৃত্তি নকৰা, (৩) পৰস্ত্ৰী-গমন (ব্যভিচাৰ) নকৰা, (৪) মৃষাবাদ ( মিথ্যাবাক্য ) বৰ্জ্জন আৰু (৫) মদ্যাদি-সেৱন নকৰা। উক্ত পঞ্চশীলৰ নাম অনুযায়ী আজি ভাৰত, চীন, ৰুচিয়া আদি দেশে গ্ৰহণ কৰা আন্তৰ্জ্জাতিক মৈত্ৰী আৰু শান্তিৰ পাঁচ-দফীয়া শান্তি-নীতিকো 'পঞ্চশীল' বোলা হৈছে।

## অষ্টাঙ্গশীল

উক্ত পঞ্চশীলৰ উপৰিও ইয়াৰ লগত আৰু তিনিটা অনুশাসন যোগদি অষ্টাঙ্গশীল নাম দিয়া হৈছে—(১) ৰাতিৰ আহাৰ বৰ্জ্জন, (২) মাল্য-চন্দনাদি সুগন্ধি বেশভূষা বৰ্জ্জন আৰু (৩) মাটিত পাটী পাৰি শোৱা ( অৰ্থাৎ উচ্চ শয্যা বৰ্জ্জন )। এই তিনিটা নিয়ম সকলোৱে পক্ষে অৱশ্য-পালনীয় নহয়। যি গৃহী ঠিকমতে ধৰ্ম্মব্ৰতী হয় তেওঁলোকে পঞ্চশীলৰ উপৰিও এই তিনিটা শীলো পালন কৰা উচিত বুলি কোৱা হৈছে। এই তিনিটা হয়তো গোটেই জীৱন-ব্যাপি পালন কৰিব পাৰে। নাইবা কোনো নিৰ্দ্দিষ্ট সময় জুৰি ইয়াক ব্ৰত হিছাপে পালিব পাৰে। এইবোৰ পালন কৰাৰ সময়ত বিশেষ বিশেষ দিনত উপবাস পালিব লাগে। উপবাসৰ সময়ত স্ত্ৰী-সহবাস নিষিদ্ধ। এই ব্ৰত পালনৰ সময়ত ঘৰৰপৰা আঁতৰত বাস কৰাটো বাঞ্ছনীয়।

## দশশীল

উক্ত অষ্টাঙ্গশীলৰ লগত আৰু দুটা অনুশাসন যোগ দিয়া হয়। সেই দুটা অনুশাসন হৈছে—(১) নৃত্য, গীত, অভিনয় আদি বৰ্জ্জন আৰু (২) সোণ-ৰূপ পৰিত্যাগ। এই দুটা অনুশাসনক ধৰি সমুদয় দহোটি অনুশাসনক 'দশশীল' নাম দিয়া হৈছে।



## দশ অকুশল কৰ্ম্ম

এই 'দশশীল'ৰ উপৰিও দহোটা পাপ পথ বা অকুশল কৰ্ম্ম ত্যাগ কৰিবলৈ কোৱা হৈছে। এই দহ পাপক বা দুশ্চৰিতক—(১) কায়িক, (২) বাচিক আৰু (৩) মানসিক—এই তিনি ভাগত ভগোৱা হৈছে। কায়িক দুশ্চৰিত হ'ল—(১) জীৱ-হত্যা, (২) চৌৰ্য্য, (৩) ব্যভিচাৰ; বাচিক দুশ্চৰিত হল—(৪) মিথ্যাবাদ, (৫) পিশুন-বাক্য ( এঠাইৰ কথা আন ঠাইত লগোৱা ), (৬) কৰ্কশ বাক্য আৰু (৭) তুচ্ছ-প্ৰলাপ; মানসিক দুশ্চৰিত—(৮) অভিধ্যা ( লোভ ), ( ৯ ) ব্যাপাদ্ ( অসূয়া ), আৰু ( ১০ ) মিথ্যা-দৃষ্টি ( আৰ্য্য মত আৰু পথত অবিশ্বাস )।

ইয়াৰ উপৰিও সামাজিক জীৱন-যাত্ৰাত পালনীয় কিছুমান নীতিৰ নিৰ্দ্দেশ 'দীঘনিকায়'ৰ 'সিঙ্গালোবাদ সূত্ৰ'ত আছে। পুত্ৰৰ কৰ্ত্তব্য, পিতৃৰ কৰ্ত্তব্য, স্বামী-স্ত্ৰীৰ পৰস্পৰৰ প্ৰতি কৰ্ত্তব্য, আচাৰ্য্য আৰু শিক্ষাৰ্থীৰ প্ৰতি কৰ্ত্তব্য, প্ৰভু-ভৃত্যৰ, বন্ধুৰ প্ৰতি বন্ধুৰ, গৃহী আৰু শ্ৰমণৰ—এইবোৰৰ পাৰস্পৰিক কৰ্ত্তব্যৰ নিৰ্দ্দেশ উক্ত সূত্ৰত আছে। ইয়াত বিশেষ লক্ষ্যণীয় বিষয় হৈছে যে এইবোৰৰ ভিতৰত ৰজাৰ প্ৰতি আৰু প্ৰজাৰ প্ৰতি, উচ্চ-জাতিৰ আৰু তলৰ জাতিৰ প্ৰতি ব্যক্তিৰ কৰ্ত্তব্যৰ কোনো উল্লেখ নাই।

## ধ্যান আৰু সমাধি

শীল-সম্পদাৰপৰা আস্ৰৱ ক্ষয় হয়। আস্ৰৱ শব্দৰ অৰ্থ বোধ হয় অবিদ্যাজনিত কৰ্ম্মৰূপ মল। অবিদ্যা আৰু তৃষ্ণাৰপৰা আস্ৰৱৰ আগম হয়। শীল-সাধনৰ দ্বাৰা আস্ৰৱ ক্ষয় হয়। কিন্তু পূৰ্ণ বিমুক্তি পাব লাগিলে শীল-সম্পদৰ উপৰিও ধ্যান আৰু সমাধিৰ প্ৰয়োজন হয়। বুদ্ধদেৱে চাৰি ৰকমৰ ধ্যান আৰু সমাধিৰ ব্যাখ্যা আৰু নিৰ্দ্দেশ দিছে। এই ধ্যানবোৰ হৈছে একৰকম অতীন্দ্ৰিয়

সাধনা। প্ৰথম ধ্যান হৈছে সবিচাৰ সবিতৰ্ক বিবেকজ প্ৰীতিসুখ-মণ্ডিত ধ্যান। কামনা আৰু অধৰ্ম্ম ত্যাগ কৰি বিচাৰ আৰু বিবেক-জ্ঞানৰ দ্বাৰা এই প্ৰথম ধ্যানৰ উৎপত্তি হয়। এই ধ্যানে সাধকৰ মনত প্ৰীতি আৰু তৃপ্তিৰ সুখ দিয়ে। দ্বিতীয় ধ্যান হৈছে অবিতৰ্ক অবিচাৰ সমাধিজ ধ্যান। এই ধ্যানত চিত্তই বিচাৰ বিতৰ্কৰ ওপৰলৈ গৈ গভীৰ আধ্যাত্ম শান্তি আৰু প্ৰীতিসুখ লাভ কৰে। তৃতীয় ধ্যানত সাধকে প্ৰীতিতো বিৰাগী হৈ উপেক্ষাবান আৰু স্মৃতিমান হৈ সমাধিস্থ হয়। তেতিয়া সাধকে গোটেই শৰীৰব্যাপী এক বিমল সুখ উপলব্ধি কৰে। চতুৰ্থ ধ্যানত সাধকে সুখ-দুখ বৰ্জ্জন কৰি উপেক্ষা আৰু স্মৃতিৰ দ্বাৰা পৰিশুদ্ধ-চিত্ত হৈ অসুখ-অদুখৰূপ বিজ্ঞানাৱস্থা লাভ কৰে। (উপেক্ষা মানে সুখ-দুখ, বিষয়, ইন্দ্ৰিয়াসক্তি ইত্যাদিৰ প্ৰতি সম্পূৰ্ণ নিৰ্লিপ্ত হোৱা বুজায়)। যেতিয়া সাধকে প্ৰথম ধ্যানৰপৰা আগ বাঢ়ি গৈ চতুৰ্থ ধ্যানত উপনীত হয় তেতিয়া সেই ধ্যানাৱস্থাক অনুশীলনৰ দ্বাৰা দীৰ্ঘকাল স্থায়ী কৰাকেই সমাধি-ভাৱনা বোলে। চতুৰ্থ ধ্যানত স্থিত হৈ সমাধিস্থ হলে ই ইহজগততে সুখ-বিধায়ক হয়। (এই সমাধিজ সুখ অন্য জাগতিক সুখতকৈ বেলেগ। জাগতিক সুখৰ লগত দুখ জড়িত থাকে, কিন্তু সমাধিজনিত সুখত কোনো দুখৰ সংশ্ৰৱ নাথাকে।) এই সমাধি-ভাৱনাক উন্নীত কৰি ক্ৰমে জ্ঞান-দৰ্শন লাভ, স্মৃতি-সম্প্ৰজ্ঞান লাভ, আৰু আস্ৰৱ ক্ষয় হয়। (যেতিয়া সমাধিস্থ সাধকে চিত্ত পৰ্য্যৱেক্ষণৰ দ্বাৰা নিজৰ চিত্তত উদ্ভৱ হোৱা, স্থিত হোৱা আৰু ক্ৰমে বিলীন হোৱা বেদনা, সংজ্ঞা, বিতৰ্ক, ভাৱনা আদি নিৰ্লিপ্তভাৱে অনুধাৱন আৰু উপলব্ধি কৰিব পাৰে তেতিয়া তেওঁৰ স্মৃতি-সম্প্ৰজ্ঞান লাভ হোৱা বুলি কোৱা হয়। ই একপ্ৰকাৰে মনোবিজ্ঞানত বৰ্ণিত introspection।



## ঋদ্ধি

বৌদ্ধধৰ্ম্মৰ শীল আৰু ধ্যান সম্পদাৰেই বিশেষ পৰিণতি হিছাপে ভাৰতীয় অধ্যাত্ম সাধনাৰ ক্ষেত্ৰত যোগাভ্যাস প্ৰচলিত হয়। বেদতো অৱশ্যে যোগৰ কথা আছে। কিন্তু তাত যোগ মানে যুঁৱলি বুজাইছিল, অৰ্থত ইন্দ্ৰিয়সমূহক সংযম কৰা বুজাইছিল। পতঞ্জলিৰ যোগশাস্ত্ৰত ব্যাখ্যা কৰা যোগৰ অঙ্গসমূহৰ আৰু তাৰ আনুষঙ্গিক যম-নিয়মসমূহৰ উক্ত বৌদ্ধ সাধনসমূহৰ লগত বিশেষ মিল আছে। পতঞ্জলিয়ে যোগক চিত্ত-বৃত্তিৰ নিৰোধ বুলি অভিহিত কৰিছে। চিত্ত-বৃত্তিৰ নিৰোধেই বৌদ্ধমতেও নিৰ্ব্বাণ যাক ধ্যানৰ সৰ্ব্বোচ্চ বিমোক্ষ বুলি আৰু সংজ্ঞা-বেদয়িত নিৰোধ বুলি কোৱা হৈছে। যোগসাধনৰ পাঁচবিধ নিয়মৰ লগত বৌদ্ধ শীল-সম্পদাৰ বহুখিনি মিল আছে। যোগাৰূঢ় আৰু ধ্যানাৰূঢ় হোৱাৰ প্ৰণালীতো বৌদ্ধ আৰু যোগ দৰ্শনৰ বহুত মিল আছে। বৌদ্ধ ধ্যান আৰু হিন্দু যোগ সাধনৰদ্বাৰা সাধকে আশ্চৰ্য্য আৰু অলৌকিক ক্ষমতাৰ (ঋদ্ধি) অধিকাৰী হব পাৰে বুলি দুই ধৰ্ম্মতেই কোৱা হয়। এইৰকম অলৌকিক ক্ষমতা লাভৰ আশাত বহু ক্ষুদ্ৰ বুদ্ধিৰ লোকে নানাৰকম তান্ত্ৰিক বামাচাৰৰ লগত ধ্যান আৰু যোগক যুক্ত কৰিছিল, আৰু এইদৰে নানাভাৱে দুয়োটা ধৰ্ম্মৰে বিকৃতি আৰু অৱনতি ঘটাই অধঃপতন আনিছিল।

## বুদ্ধৰ জাতিস্মৰত্ব

বৌদ্ধধৰ্ম্ম-গ্ৰন্থ ত্ৰিপিটকত আছে যে বুদ্ধই বোধিত্ব লাভ কৰি ভূত, ভৱিষ্যত আদি তিনিকালৰ জ্ঞান লাভ কৰিছিল। বুদ্ধই নিজৰ বহু পূৰ্ব্বজন্মৰ বিষয়ে জ্ঞান লাভ কৰি সেইবোৰ জীৱনৰ কাহিনী ধৰ্ম্ম-প্ৰচাৰৰ অঙ্গ হিছাপে বৰ্ণনা কৰা বুলি তাত কথিত আছে। এই কাহিনীসমূহ 'সুত্ত-পিটক'ৰ অন্তৰ্গত 'ক্ষুদ্ৰনিকায়'ৰ 'জাতক' আৰু 'বুদ্ধবংশ' অংশত আছে। 'দীঘনীকায়'তো বুদ্ধই নিজৰ

বোধিসত্ত্বৰপৰা পূৰ্ব্ব-বুদ্ধ বিপস্‌সি আদি সাতজনৰ জন্ম হোৱা কাহিনী বৰ্ণিত আছে। বোধিত্বৰ দ্বাৰা বুদ্ধই এনে ধৰণৰ জাতিস্মৰত্ব আৰু অন্যান্য ঋদ্ধি লাভ কৰাৰ সত্যতা বৌদ্ধ-ধৰ্ম্মাৱলম্বীসকলে বিশ্বাস কৰে। বুদ্ধই যে সঁচাকৈ জীৱন আৰু জগত সম্বন্ধে সঠিক সত্যৰ জ্ঞান লাভ কৰিছিল—সাধাৰণ মানুহৰ অভিজ্ঞতাত যিটো নাই—তাৰেই বিশ্বাসযোগ্য প্ৰমাণ হিছাপে শিষ্যসকলে বুদ্ধদেৱৰ জীৱন সম্বন্ধে নানা অলৌকিক কাহিনী জন-সমাজত প্ৰচাৰ কৰিছিল। এইখিনিতে দেখা যায় যে অন্যান্য ধৰ্ম্মৰ দৰে বৌদ্ধধৰ্ম্মৰ প্ৰচাৰকসকলেও নিজৰ ধৰ্ম্মৰ বিস্তাৰৰ বাবে জন-সাধাৰণৰ অজ্ঞতা, অন্ধবিশ্বাস আৰু অলৌকিক ঘটনা সম্বন্ধে কৌতূহল আৰু বিস্ময়ৰ সম্পূৰ্ণ সুবিধা গ্ৰহণ কৰিছিল। অৱশ্যে বুদ্ধদেৱে ঋদ্ধি লাভৰ অৰ্থে ধ্যান-সাধনা কৰাটো বেয়া বুলি মত প্ৰকাশ কৰিছিল।

## বোধিসত্ত্ব

বুদ্ধদেৱৰ পূৰ্ব্বজন্ম সম্বন্ধে শিষ্যসকলৰ কল্পনাই সেইবোৰ কাহিনীত নানা ৰং চৰায়। প্ৰথমতে বুদ্ধৰ সাতোটা পূৰ্ব্বজন্মৰ কথা কোৱা হৈছিল; পিছত এই পূৰ্ব্বগামী বুদ্ধৰ সংখ্যা ২৪ হয়গৈ। আৰু সময় যোৱাৰ লগে লগে বুদ্ধদেৱকো মানৱত্বৰ ওপৰলৈ তুলি ঈশ্বৰত্ব আৰোপ কৰা হয়। এইদৰে ক্ৰমে বুদ্ধদেৱে শিষ্য-সকলৰ মনত ঈশ্বৰ বুলি কল্পিত হয় আৰু বৌদ্ধধৰ্ম্মত বুদ্ধমূৰ্ত্তি-পূজা, বোধিসত্ত্বৰ পূজা আদি আৰম্ভ হয়। ( সত্ত্ব হৈছে অলৌকিক অস্তিত্ব, যিহৰপৰা জন্ম হয়; জন্ম-জন্মান্তৰৰ নানা বুদ্ধৰ মূল বীজ হিছাপে এক পাৰমাৰ্থিক সত্ত্বত বিশ্বাস প্ৰচাৰিত হয়। ইয়াকে বোধিসত্ত্ব বোলে। ) এই অলৌকিক বোধিসত্ত্বই পৃথিৱীত ভৱিষ্যতে যে অৱতাৰ হব, এই ধাৰণাৰো উদ্ভৱ হয়। ভৱিষ্যতে এক 'মৈত্ৰেয়' বুদ্ধ জন্মি জগতত সদ্ধৰ্ম্মৰ জাগৰণ কৰিব—এই কাহিনী 'দীঘনিকায়'তে বুদ্ধৰ বাণী হিছাপে দেখুৱা আছে। পিছৰ যুগত বৌদ্ধধৰ্ম্ম দুই



প্ৰধান সম্প্ৰদায়ত, যেনে মহাযান আৰু হীনযানত, ভাগ হৈ যায়। হীনযানীসকলে উক্ত মৈত্ৰেয় বুদ্ধত বিশ্বাস কৰিছিল, আৰু বুদ্ধৰ লগতে মৈত্ৰেয় বুদ্ধৰ মন্দিৰাদিও নিৰ্ম্মাণ কৰিছিল। মহাযানীসকলে বুদ্ধৰ উপৰিও দুই বোধিসত্ত্ব 'মঞ্জুশ্ৰী' আৰু 'অৱলোকিতেশ্বৰ'ৰ পূজা কৰিছিল। ইয়াৰ পাছত অৱলোকিতেশ্বৰৰপৰা উদ্ভৱ হোৱা আন এক বোধিসত্ত্ব বজ্ৰধৰ বা বজ্ৰপাণিৰ কল্পনা কৰা হৈছিল। এই তিনি বোধিসত্ত্বৰ অৰ্থাৎ 'মঞ্জুশ্ৰী', 'বজ্ৰপাণি' আৰু 'অৱলোকিতেশ্বৰ'ৰ হিন্দুৰ ত্ৰিমূৰ্ত্তি ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ আৰু খ্ৰীষ্টান ধৰ্ম্মৰ ত্ৰিমূৰ্ত্তিৰ (Trinity) লগত তুলনামূলক সাদৃশ্য আছে।

## ধ্যানী বুদ্ধ

ইয়াৰ উপৰিও বুদ্ধধৰ্ম্মত চাৰিধ্যানৰদ্বাৰা নিৰ্ব্বাণ-প্ৰাপ্তিৰ আগতে বিভিন্ন স্তৰৰ ব্ৰহ্মলোক প্ৰাপ্তিৰ ধাৰণা আছিল। 'অভিধম্ম' গ্ৰন্থত অৱশ্যে পাঁচটা ধ্যানৰ উল্লেখ আছে। এই পাঁচ ধ্যানৰ পাঁচ ধ্যানী হিছাপে উক্ত ব্ৰহ্মলোকৰ বিভিন্ন স্তৰত পাঁচজন 'ধ্যানী বুদ্ধ'ৰ কল্পনা কৰা হৈছিল। এই ধ্যানী বুদ্ধসকলৰ নাম আছিল যথাক্ৰমে (১) বৈৰোচন, (২) অক্ষোভ্য, (৩) ৰত্নসম্ভৱ, (৪) অমিতাভ আৰু (৫) অমোঘসিদ্ধ। এই পাঁচ ধ্যানী বুদ্ধৰ বাবে পাঁচোটা বোধি-সত্ত্ব কল্পনা কৰা হ'ল, যেনে—(১) সমন্তভদ্ৰ, (২) বজ্ৰপাণি, (৩) ৰত্নপাণি, (৪) পদ্মপাণি-অৱলোকিতেশ্বৰ আৰু (৫) বিশ্বপাণি।

## মানুষী বুদ্ধ

আৰু এই বোধিসত্ত্বসমূহৰ পাঁচজন মৰ্ত্ত্য-কায় লাভ কৰা 'মানুষী বুদ্ধ'বো কল্পনা কৰা হ'ল, যেনে—(১) ক্ৰকুচন্দ, (২) কনকমুনি, (৩) কাশ্যপ, (৪) গৌতম আৰু (৫) মৈত্ৰেয়। এইবোৰৰ ভিতৰত মানুষী গৌতম বুদ্ধ, তেখেতৰ বোধিসত্ত্ব অৱলোকিতেশ্বৰ আৰু তাৰেই ধ্যানী বুদ্ধ ৰূপ অমিতাভৰ স্থান তিব্বতীয় আৰু নেপালী

মহাযানী বৌদ্ধধৰ্ম্মত অতি শ্ৰেষ্ঠ। এইবিলাকৰ উপৰিও ঈশ্বৰবাদী ধৰ্ম্মৰ অনুকৰণত এক 'আদি বুদ্ধ'ৰ কল্পনা কৰা হৈছিল। এইদৰে পিছৰ যুগত বিকৃত বৌদ্ধধৰ্ম্মই বৈদিক বহু দেৱবাদৰ লগত ফেৰ মাৰিবলৈ নানা বুদ্ধৰ দেৱমূৰ্ত্তিৰে বৌদ্ধ পূজা-মন্দিৰ ভৰাই পেলালে।

## ভিক্ষু-সঙ্ঘ

বৌদ্ধধৰ্ম্মৰ বিশেষ বৈশিষ্ট্য হৈছে ভিক্ষুসঙ্ঘ স্থাপন আৰু তাৰ পৰিচালনা-পদ্ধতি। এই ধৰ্ম্মৰ তিনিটা শৰণ; যেনে—বুদ্ধত শৰণ, ধৰ্ম্মত শৰণ আৰু সঙ্ঘত শৰণ। এই তিনি-শৰণৰ লগত অসমৰ মহাপুৰুষীয়া-ধৰ্ম্মৰ আদি তিনি শৰণৰ মিল আছে; যেনে—দেৱ, নাম আৰু ভকতত শৰণ। বৌদ্ধধৰ্ম্মত দীক্ষা লৈ যিসকলে গৃহধৰ্ম্ম ত্যাগ কৰি ভিক্ষুত্ব গ্ৰহণ কৰে সেইসকলৰ পালনীয় কৰ্ত্তব্যসমূহ আৰু 'প্ৰাতিমোক্ষ'সমূহৰ কিছু আভাষ আগতে দিয়া হৈছে।

## সঙ্ঘৰ পৰিচালনা

ভিক্ষুসঙ্ঘৰ এটা বিশেষ বৈশিষ্ট্য হৈছে যে ইয়াত কোনো মনোনীত গুৰু নাই, গুৰু-পৰম্পৰাও নাই। ইয়াৰ নিয়মানুৱৰ্ত্তিতা আৰু শৃঙ্খলা ভিক্ষুসকলৰ নিজৰ ধৰ্ম্মনিষ্ঠাৰ ওপৰত নিৰ্ভৰশীল। অৱশ্যে সঙ্ঘৰ ভিতৰত শৃঙ্খলা ৰক্ষাৰ অৰ্থে বুদ্ধ-নিৰ্দ্দেশিত একৰকম দণ্ডবিধানো আছে যাক 'ব্ৰহ্মদণ্ড' বোলা হয়। পৰিনিৰ্ব্বাণৰ সময়ত বুদ্ধদেৱে সঙ্ঘৰ পৰিচালনা সম্বন্ধে দি যোৱা নিৰ্দ্দেশবোৰ বিশেষ লক্ষ্যনীয়। বুদ্ধই মুখ্য-শিষ্য আনন্দক কৈছিল—"মোৰ অবিহনে মই দিয়া ধৰ্ম্ম আৰু 'বিনয়'ৰ উপদেশসমূহেই ভিক্ষুসঙ্ঘক পৰিচালনা কৰিব।" অৰ্থাৎ তাৰ বাবে কাকো বিশেষ ভাৰ দি যাব নালাগে। "মোৰ দেহান্তত সঙ্ঘই ইচ্ছা কৰিলে ক্ষুদ্ৰ আৰু অপ্ৰধান বিধিসমূহ বৰ্জ্জন কৰিব পাৰে। মোৰ দেহান্তত ভিক্ষুছন্নক ব্ৰহ্মদণ্ড দিব লাগিব।" (ভিক্ষুছন্ন অবাধ্য আৰু উন্মাৰ্গগামী



আছিল।) "আনন্দ, ভিক্ষুছন্নই যি-ইচ্ছা তাকে কৰিব পাৰিব কিন্তু অন্য ভিক্ষুসকলে তেওঁৰ লগত কোনো বাক্যালাপ নকৰিব, উপদেশ নিদিব আৰু তেওঁক কোনো আদেশ-নিৰ্দ্দেশো নিদিব।" সঙ্ঘ সম্বন্ধে বুদ্ধৰ বাণী, "আনন্দ, ভিক্ষুসঙ্ঘই মোৰপৰা কি প্ৰত্যাশা কৰে? মই ধৰ্ম্ম-প্ৰচাৰ কৰাত বাহ্য আৰু গুপ্ত মত বুলি কোনো প্ৰভেদ কৰা নাই। ধৰ্ম্ম সম্বন্ধে মই কোনো কথা হাতৰ মুঠিত বান্ধি ৰখা নাই।…তথাগতৰ মনত কেতিয়াও এই ভাব নহয় যে 'মই ভিক্ষুসঙ্ঘৰ নেতৃত্ব কৰিম' বা 'ভিক্ষুসঙ্ঘ মোৰ ওপৰত নিৰ্ভৰ কৰে।' গতিকে কিয় মই ভিক্ষুসঙ্ঘ সম্বন্ধে নিয়মৰ ব্যৱস্থা কৰিম? ‥ গতিকে আনন্দ, তোমালোকে আত্ম-দীপ হৈ, আত্মশৰণ হৈ, অনন্য-শৰণ হৈ বিহাৰ কৰিবাঁ; ধৰ্ম্মদীপ, ধৰ্ম্মশৰণ, অনন্যশৰণ হবাঁ।" সঙ্ঘৰ ভিতৰত বুদ্ধৰ বাণী সম্বন্ধে ভিন্নমত উত্থাপিত হলে কি কৰিব লাগে তাৰো নিৰ্দ্দেশ বুদ্ধদেৱে দি গৈছিল। যদি কোনো ভিক্ষুৱে কয় যে বুদ্ধদেৱে এই কথা কৈছিল, তেতিয়া তেওঁৰ কথা গ্ৰহণো কৰিব নালাগে, উৱায়ো দিব নালাগে। সূত্ৰ আৰু বিনয়সমূহৰ লগত সেই-কথা মিলাই চাই যদি তাৰ লগত সেই কথাৰ মিল পোৱা যায় তেন্তে সেইটো সত্য বুলি লব লাগে, অন্যথায় বৰ্জ্জনীয়।

## বৌদ্ধ মহাসঙ্গীতি

ইত্যাদিবোৰ কাৰণত ভিক্ষু-সঙ্ঘ বিশেষ গণতান্ত্ৰিক অনুষ্ঠান আছিল। এই কাৰণেই সময়ে সময়ে গণতান্ত্ৰিক উপায়ে বৌদ্ধমত আৰু বিনয়সমূহৰ সঠিক নিৰ্ণয় আৰু তাৎপৰ্য্য ব্যাখ্যাৰ অৰ্থে ভিক্ষুসকলে মিলি একোখন বৌদ্ধ মহাসঙ্গীতি পাতিছিল। বুদ্ধৰ পৰিনিৰ্ব্বাণৰ পাছতে ৰজা অজাতশত্ৰুৰ আমোলত ভিক্ষু মহা-কাশ্যপৰ অধিনায়কত্বত ৰাজগৃহত প্ৰথম বৌদ্ধ মহাসঙ্গীতি বহিছিল। এই মহাসভাতেই বুদ্ধৰ ধৰ্ম্মসূত্ৰসমূহ আৰু বিনয়সমূহ প্ৰণালীবদ্ধভাৱে সজোৱা হয়, একত্ৰিত কৰা হয়।

## সঙ্ঘত বিভেদ

ইবাৰ ১০০ বছৰ পাছত বৈশালীত দ্বিতীয় বৌদ্ধ মহাসঙ্গীতি হয়। এই মহাসভাতেই বৌদ্ধ বিনয়সমূহ সম্বন্ধে মতভেদ হৈ ভিক্ষু-সকল দুই ভাগত বিভক্ত হয়। যি-সকলে পুৰণি বিনয়সমূহ আগৰ দৰেই ৰাখিব বিচাৰিছিল, সেইসকলৰ সম্প্ৰদায়ক থেৰবাদী বা স্থবিৰবাদী বোলা হয়। যিসকলে বিনয়সমূহৰ সংস্কাৰ বিচাৰিছিল সেইসকলে এটা বেলেগ সম্প্ৰদায় কৰি মহাসঙ্ঘ নামে বৌদ্ধ-সভা পাতিছিল। এওঁলোকক সেই কাৰণে 'মহাসাঙ্ঘিক' বুলি অভিহিত কৰা হয়। এই মহাসাঙ্ঘিক সকলৰপৰাই পিছৰ যুগত মহাযান সম্প্ৰদায়ৰ উদ্ভৱ হয়। এওঁলোকে আগৰ প্ৰাচীনপন্থী সকলক 'হীনযানী' বুলিছিল। এইদৰে বৌদ্ধসঙ্ঘত ক্ৰমে নানা বিভেদ দেখা দিয়ে, আৰু লগে লগে বৌদ্ধমত সমূহৰো নানা ব্যাখ্যাৰ ফলত নানা বৌদ্ধ-দাৰ্শনিক মতবাদৰ উদ্ভৱ হয়। এই দাৰ্শনিক মতবাদ-সমূহৰ চাৰিটা প্ৰধান ধাৰা পোৱা যায়; যেনে—(১) সৌত্ৰান্তিক, (২) বৈভাষিক, (৩) যোগাচাৰ আৰু (৪) মাধ্যমিক। এওঁলোকে বুদ্ধদেৱৰ নিৰ্দ্দেশৰ কথা পাহৰি তত্ত্বজ্ঞানৰ তৰ্কজালৰ মাজত সোমাই পৰিছিল। অৱশ্যে হিন্দু দাৰ্শনিকসকলে চাৰিওফালৰপৰা বৌদ্ধ-মত আৰু পথক আক্ৰমণ কৰাত বৌদ্ধ দাৰ্শনিকসকলে আত্মৰক্ষাৰ্থে তাৰ্কিক আৰু তত্ত্বালোচক হব লগা হৈছিল।

## জাতি-ভেদ আৰু ৰাষ্ট্ৰৰ উৎপত্তি

ভিক্ষু-সঙ্ঘ গঠন আৰু পৰিচালনা-পদ্ধতিৰ যি নিৰ্দ্দেশ বুদ্ধদেৱে দিছিল, তাৰপৰা এইটো ধৰি লব পাৰি যে মানুহৰ সমাজ-জীৱনৰ সংগঠন আৰু পৰিচালনাৰ ক্ষেত্ৰতো বুদ্ধদেৱে গণতান্ত্ৰিক পদ্ধতি পছন্দ কৰিছিল। এফালে তেখেতে বৈদিক জাতিভেদৰ যি তাত্ত্বিক ভিত্তি তাৰ বিৰোধিতা কৰিছিল, আৰু আনহাতে ৰাজ-তন্ত্ৰৰ বিৰোধিতা নকৰিলেও প্ৰজাতন্ত্ৰৰ সমৰ্থক আছিল। জাতি-



ভেদ সম্বন্ধে বৈদিক ধাৰণা আছিল যে বিৰাট পুৰুষৰ মুখৰপৰা ব্ৰাহ্মণ জাতি, বক্ষঃস্থলৰপৰা ক্ষত্ৰিয়, বাহুদ্বয়ৰপৰা বৈশ্য আৰু পাদদেশৰপৰা শূদ্ৰসকল উৎপত্তি হৈছে; গতিকে মানুহৰ জাতিগত সামাজিক উচ্চ-নীচ স্থিতি বিশ্বৰ চিৰন্তন বিধান—এয়েই সমাজ-ধৰ্ম্ম। এই ধৰ্ম্ম নষ্ট হলে নৰক-গমন, সমাজত অৰাজকতা, প্ৰলয় আদি হব বুলি প্ৰচাৰ কৰা হৈছিল। এই মত মতে ৰাজতন্ত্ৰই সমাজৰ চিৰন্তন বিধান; ই কেৱলমাত্ৰ সমাজ-বিৱৰ্ত্তনৰ বিশেষ অৱস্থা-সাপেক্ষ নহয়। বুদ্ধদেৱে এই তত্ত্বৰ তীব্ৰ বিৰোধিতা কৰি জনসমূহৰ প্ৰাধান্য প্ৰতিপন্ন কৰিছিল, আৰু চাৰি জাতি, ৰাষ্ট্ৰ, দণ্ডনীতি আদি যে সামাজিক বিৱৰ্ত্তনৰ ফলতহে উৎপন্ন হৈছে তাকেই প্ৰচাৰ কৰিছিল। 'দীঘনিকায়'ৰ 'অগ্‌গঞঞ' সূত্ৰান্তত মানৱ-সমাজৰ বিৱৰ্ত্তন, ৰাষ্ট্ৰ আৰু চাৰি জাতিৰ উৎপত্তি আদি সম্বন্ধে নিজৰ মত প্ৰকাশ কৰিছে। উক্ত সূত্ৰান্তত বৰ্ণিত কাহিনীটো সংক্ষেপে এই—ভিক্ষুব্ৰত গ্ৰহণাভিলাষী দুই ব্ৰাহ্মণ ভাৰদ্বাজ আৰু বাশিষ্ঠই বুদ্ধদেৱৰ ওচৰলৈ ধৰ্ম্ম শুনিবলৈ যায়। ব্ৰাহ্মণত্বৰ অহমিকাত বাশিষ্ঠই বুদ্ধদেৱক নানাভাৱে তিৰস্কাৰ কৰিলে আৰু কলে "ব্ৰাহ্মণসকলেই শ্ৰেষ্ঠ বৰ্ণ"। বুদ্ধই ক'লে, "সকলো জাতিৰ ভিতৰত প্ৰকৃত শীলৱানো আছে, পাপকাৰীও আছে। যিয়েই শীলৱান সিয়েই শ্ৰেষ্ঠ। গতিকে জগতত ধৰ্ম্মই শ্ৰেষ্ঠ। কোনো জাতি শ্ৰেষ্ঠ নহয়।" জাতিৰ উৎপত্তিৰ কথা বুদ্ধই এইদৰে বুজালে—জগতৰ প্ৰলয়কালত জীৱসমূহ স্বয়ংপ্ৰভ হৈ অন্তৰীক্ষত বিৰাজ কৰিছিল। তাৰ পাছত ৰসময় পৃথিৱীৰ উৎপত্তি হয়। পূৰ্ব্বসংস্কাৰবশতঃ কোনো কোনো প্ৰাণীয়ে সেই মাটি খায়। ফলত সিহঁতৰ নিজৰ জ্যোতি লোপ পায়। মাটি খাই সিহঁতৰ ভিতৰত কুৰূপ-সুৰূপৰ ভেদ দেখা দিলে, বৰ্ণগৰ্ব্ব দেখা দিলে। পিছত পৃথিৱীত তৃণাদিৰ উৎপত্তি হয়। তাৰ পাছত ধানৰ উৎপত্তি হয়; জীৱসকল ধান্যজীৱী হয়। তেতিয়া সিহঁতৰ ভিতৰত স্ত্ৰী-পুৰুষৰ

প্ৰভেদৰ সচেতনতা দেখা দিলে; মৈথুন-বিহাৰ আৰম্ভ হ'ল। কিন্তু সেইটো অধৰ্ম্ম বুলি নিন্দিত হোৱাত গোপন-মৈথুনৰ বাবে গৃহ-নিৰ্ম্মাণ আৰু গৃহবাস আৰম্ভ হ'ল। তাৰ পিছত কোনো কোনো এলেহুৱা জীৱই প্ৰতি বেলা ধান সংগ্ৰহ নকৰি একেবাৰে দুবেলাৰ ধান সংগ্ৰহ কৰি আহৰি উলিয়ালে। আনবিলাকেও সেইদৰে কৰাত সঞ্চয়, বিত্ত আৰু সম্পত্তিৰ উৎপত্তি হ'ল। ক্ৰমে খেতিৰ উৎপত্তি হ'ল; খেতিৰ মাটিৰ ভাগ হৈ গাইগুটীয়া সম্পত্তি হ'ল। তাৰপৰাই চৌৰ্য্যবৃত্তি আৰু তাৰ দমনৰ বাবে দণ্ডবিধানৰ ব্যৱস্থা হ'ল। পিছত জীৱগণে একগোট হৈ সিদ্ধান্ত কৰিলে—"জীৱগণৰ মাজত চৌৰ্য্য, নিন্দা, মিথ্যাবাদ আৰু দণ্ডনীতিৰ উদ্ভৱ হৈছে; গতিকে এজন সুলক্ষণসম্পন্ন জীৱক নিৰ্ব্বাচন কৰা হওক যিজনে দোষীক দণ্ড দিব, নিৰ্দ্দোষীক আৰু নিৰ্দ্দোষীৰ সম্পত্তি আদিৰ ৰক্ষণাবেক্ষণ কৰিব, আৰু আমি তেওঁক আমাৰ ধানৰ অংশ দিম।" এইদৰে 'ৰজা' নিৰ্ব্বাচিত হ'ল। এওঁ নিৰ্ব্বাচিত হিছাপে 'মহাসম্মত', ক্ষেত্ৰৰ পতি হিছাপে ক্ষত্ৰিয়, ধৰ্ম্ম ৰক্ষা কৰি প্ৰজাৰঞ্জক হোৱা হিছাপে 'ৰাজা' ইত্যাদি উপাধি পালে। গতিকে ক্ষত্ৰিয়সকল সমূহ জীৱৰ ভিতৰৰ পৰাই উদ্ভৱ হৈছে, কোনো বিৰাট পুৰুষৰপৰা হোৱা নাই। এইদৰে সমাজ-বিৱৰ্ত্তনৰ ভিতৰেদি অন্য তিনি জাতিৰো উদ্ভৱ হয় জনসমূহৰ মাজৰপৰাই, কোনো অলৌকিক কাৰণত নহয়। এই মতটো দৰাচলতে সমাজ বিকাশৰ, আৰু বৰ্ত্তমান যুগৰ আৰম্ভণিত ৰাষ্ট্ৰৰ উৎপত্তি সম্বন্ধে ইউৰোপত দেখা দিয়া মতবাদ 'Social Contract Theory' বা সামাজিক চুক্তিৰ তত্ত্ব।

এই তত্ত্বৰ তাৎপৰ্য্য অতি ব্যাপক। যি ধৰ্ম্মৰ শ্ৰেষ্ঠত্বৰ কথা ওপৰত কোৱা হৈছে সেই ধৰ্ম্ম হৈছে আগতে বৰ্ণিত 'প্ৰতীত্যসমুৎপাদ' অৰ্থাৎ সকলো জাগতিক বস্তুৰে পৰিৱৰ্ত্তনশীলতা আৰু ধ্বংসশীলতাৰ ধৰ্ম্ম। গতিকে কোনো বিশেষ সমাজ-ব্যৱস্থাকে বুদ্ধদেৱে



শ্ৰেষ্ঠ বুলি আৰু সেই হিছাপে বাঞ্ছনীয় বুলি কোৱা নাই। সমাজ আৰু ৰাষ্ট্ৰৰ যি পৰিৱৰ্ত্তন আদি হয়, সি জাগতিক নীতিমতেই হয়; গতিকে মানুহৰ চৰিত্ৰ-নিৰপেক্ষ হিছাপে চালে সেইবোৰ সমাজ-ব্যৱস্থাৰ কোনোটাকে ভাল বা বেয়া বুলিব নোৱাৰি। সেয়ে যদিও বুদ্ধদেৱে জাতিভেদ-যুক্ত সমাজক সমাজবিৱৰ্ত্তন-জনিত—আৰু সেই হিছাপে আপেক্ষিক বুলি কৈছিল, আৰু জন্মগত জাতি-ভেদৰ বিৰুদ্ধে মত প্ৰকাশ কৰিছিল, তথাপি তেওঁ ধৰ্ম্ম অনুসাৰে জাতিভেদ যে মানৱ-সমাজত হয়, সেইটো মানিছিল। মানুহে কৰ্ম্ম অনুসৰি ব্ৰাহ্মণ-ক্ষত্ৰিয়াদি হয়। কিন্তু মানুহৰ ভিতৰত এই কৰ্ম্মৰ পাৰ্থক্যই মানুহ হিছাপে কোনো উচ্চ-নীচ নিৰ্ণয় নকৰে, স্বভাৱেই বা চৰিত্ৰই মানুহক উচ্চ-নীচ কৰে। মুঠ কথা, সমাজত চাৰিটা জাতি থকাটো বেয়া বা ভাল, সেই কথা বুদ্ধদেৱে কোৱা নাই; কিন্তু অধৰ্ম্ম আৰু পাপত ৰত হৈ উচ্চ জাতিৰ মানুহে গৰ্ব্ব কৰে, অন্য জাতিৰ মানুহক ঘৃণা কৰে—সেইটো নিতান্ত গৰ্হিত আৰু নিন্দনীয়। গতিকে সমাজৰ মূল সমস্যা হৈছে মানুহৰ এই অহমিকা-যুক্ত মনোবৃত্তিৰ পৰিৱৰ্ত্তন সাধন কৰাটো। মানুহৰ অহমিকা হয় বিষয়-বাসনা বা তৃষ্ণাৰ পৰা—যাৰ ফলত সমাজত মানুহে মানুহে হিংসা, সংগ্ৰাম, যুদ্ধ আদি হয়, মানুহ দুখভোগী হয়। গতিকে শীলসাধনৰ দ্বাৰা মনৰ এই স্বাৰ্থবুদ্ধিক, অহংবুদ্ধিক জয় কৰিলে মানুহে সমাজ-বিৱৰ্ত্তনৰ যি-কোনো অৱস্থাতে দুঃখজয়ী হৈ থাকিব পাৰিব, আদিম সমাজত যি একতা, নিঃস্বাৰ্থতা, ধৰ্ম্মপৰায়ণতা আছিল সেইবোৰ গুণ যি-কোনো সমাজত প্ৰচলিত হ'ব। বুদ্ধৰ বাণীৰ এয়ে হ'ল সামাজিক তাৎপৰ্য্য।

## আদৰ্শ সমাজ সম্বন্ধে বুদ্ধদেৱৰ ধাৰণা

বুদ্ধই যদিও স্পষ্টভাৱে কোৱা নাই কেনেকুৱা সমাজ-ব্যৱস্থা ভাল আৰু কেনে সমাজ-ব্যৱস্থা বেয়া, তথাপি তেওঁৰ মনত আদৰ্শ-

সমাজ আছিল মানৱৰ আদিম গোষ্ঠীবদ্ধ সমাজ—য'ত ব্যক্তি আৰু সমাজৰ স্বাৰ্থৰ কোনোৰূপ সংঘাত নাছিল ; য'ত গোষ্ঠীৰ ভিতৰত মানুহে মানুহে অসূয়া, যুঁজ-বাগৰ, হিংসা-খৰিয়াল আদি নাছিল, য'ত লোভ নাছিল। জাতিসমূহৰ উৎপত্তি সম্বন্ধে ওপৰত উল্লেখ কৰা বুদ্ধৰ মতটোতেই তাৰ ইঙ্গিত আছে। জীৱসকলৰ লোভহীন, বিভেদহীন, অধৰ্ম্মৰ অতীত যি প্ৰলয়োত্তৰ স্বয়ংপ্ৰভ স্থিতিৰ কথা তাত উক্ত হৈছে সেই স্থিতিয়েই ধৰ্ম্মৰ স্থিতি, সেই স্থিতিয়েই কাম্য। এই স্থিতি জনসমূহৰ সামূহিক জীৱনৰ স্থিতি, আদিম গণতান্ত্ৰিক স্থিতি। এইৰূপ স্থিতি যে সমাজৰ পক্ষে মঙ্গলজনক সেই কথা বুদ্ধদেৱে আন এঠাইতো কৈছে ('মহাপৰিনিৰ্ব্বাণ সূত্ৰ')। ৰজা অজাতশত্ৰুৱে এবাৰ বৃজিসকলক (এওঁলোক গণতান্ত্ৰিক আছিল) আক্ৰমণ কৰি জয় কৰিবৰ ইচ্ছা কৰি মন্ত্ৰীৰ হতুৱাই বুদ্ধৰ মত সোধাত বুদ্ধই পোনপটীয়া উত্তৰ নিদি ভিক্ষু আনন্দক এইদৰে কলে, "বৃজিসকলে কি প্ৰায়শঃ জনসাধাৰণৰ অবাধ সম্মিলনৰ ব্যৱস্থা কৰে? যিমান দিন তেওঁলোকে এইদৰে চলে, সিমান দিন তেওঁলোকৰ পতন নহৈ উত্থান হোৱাৰেই কথা। তুমি কি শুনিছা যে বৃজিসকলে সমগ্ৰ হৈ একত্ৰিত হয়, সমগ্ৰভাৱে জাগ্ৰত হয়, সমগ্ৰ হৈ কৰণীয় কাম কৰে? তেনেহলে তেওঁলোকৰ উত্থান হবৰেই কথা।" ইয়াত গণতান্ত্ৰিক সামূহিক সমাজ-ব্যৱস্থাত বুদ্ধদেৱৰ সমৰ্থন প্ৰকাশ পাইছে।

## সামাজিক স্থিতি আৰু সামাজিক চৰিত্ৰ

কিন্তু এইটো ঠিক যে বুদ্ধদেৱে গোটেই মানৱ-সমাজকে সম্পত্তি-সঞ্চয় যুগৰ আদিতে থকা ৰাষ্ট্ৰ-ব্যৱস্থাবিহীন গোষ্ঠীবদ্ধ সমাজ-জীৱনৰ অৱস্থালৈ ফিৰি যাবলৈ ক'তো কোৱা নাই ; বা সেইটো বাঞ্ছনীয় বুলিও কোৱা নাই। কাৰণ জাগতিক পৰিৱৰ্ত্তনশীলতাৰ ৰীতিমতেই সেইটো অসম্ভৱ বুলি তেখেতে বুজিছিল। সেই একে কাৰণতে



তেখেতে ৰাজতন্ত্ৰও বেয়া বুলি কোৱা নাই। আকৌ ব্যক্তিগত সম্পত্তিৰ ফলত সমাজত আৰু ব্যক্তি-জীৱনত অধৰ্ম্ম হয় বুলি কৈও তেখেতে গোটেই সমাজকে ব্যক্তিগত সম্পত্তি ত্যাগ কৰিবলৈ, বা সকলো সম্পত্তিকে সামূহিকভাৱে ভোগ কৰিবলৈকো কোৱা নাই। বোধ হয় তেখেতে ব্যক্তিগত সম্পত্তিৰ অধিকাৰ ব্যৱস্থা উঠাই দিয়াৰ সম্ভাৱনাৰ ধাৰণা কৰিব পৰা নাছিল। সেই কাৰণে তেখেতে বিমুক্তিকামীসকলৰ কাৰণে ব্যক্তিগত সম্পত্তি আৰু অৰ্থকৰী যি কোনো বৃত্তিকেই ত্যাগ কৰি ভিক্ষুব্ৰত লোৱাৰ পথ দেখুৱাইছিল। ভিক্ষুসঙ্ঘৰ নিয়ম আৰু পৰিচালনা আদিম সামূহিক-জীৱনৰ আদৰ্শত নিৰ্দ্ধাৰিত কৰিছিল। আকৌ গৃহীসকলৰ বাবে এনে ধৰণৰ শীল-ধৰ্ম্মৰ নিৰ্দ্দেশ দিছিল যাৰ ফলত সংসাৰ-ধৰ্ম্ম কৰিও, বিষয়-সম্পত্তি ভোগ কৰিও মানুহে ভোগ-বাসনাৰপৰা উদ্ভৱ হোৱা স্বাৰ্থ-বুদ্ধি, সংঘাত আদিৰপৰা মুক্ত থাকিব পাৰে। তেতিয়া হ'লে সমাজৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক ভিত্তি যিয়েই নাথাকক, সেই সমাজত অহিংসা, প্ৰেম, মৈত্ৰী, করুণা, মুদিতা আৰু শান্তি বিৰাজ কৰিব, সদ্ধৰ্ম্মৰ পথ মুকলি হব, মানৱতাৰ জয় ঘোষিত হব। সমাজত গুণ আৰু কৰ্ম্মৰ বিভেদ থাকিলেও সংঘাত নহব, মানুহৰ অন্তৰে অন্তৰে বিচ্ছেদ নহব।

## বুদ্ধ আৰু গান্ধী

এই খিনিতেই বুদ্ধদেৱৰ ধাৰণাৰ লগত মহাত্মা গান্ধীৰ মতবাদ তুলনীয়। মহাত্মা গান্ধীয়ে মানৱ-সমাজত বুদ্ধদেৱে বিচৰা মানুহে মানুহে প্ৰেম, অহিংসা, অলোভ আদিৰ সম্বন্ধৰ প্ৰতিষ্ঠাই বিচাৰে। আৰু ব্যক্তিগত সম্পত্তিৰ লোভেই সমাজত শোষণৰ আৰু তাৰ ফলত উদ্ভৱ হোৱা হিংসা, স্বাৰ্থ-সংঘাত, চৌৰ্য্য আদিৰ মূল কাৰণ সেইটো বিশ্বাস কৰে। কিন্তু গান্ধীয়ে কেৱল মানৱ-অন্তৰ শুদ্ধ কৰিবলৈকে নিবিচাৰে, যিটো বুদ্ধদেৱে বিচাৰে। গান্ধীয়ে মানুহৰ

অন্তৰৰ পৰিত্ৰতাৰ উপৰিও সমাজৰ অৰ্থনৈতিক জীৱনত যি অৰ্থ-উৎপাদন কৰা ব্যৱস্থা তাৰো পৰিৱৰ্তন কৰি এক স্বয়ং-সম্পূৰ্ণ গ্ৰাম্য অৰ্থনীতিৰ ভিত্তিত মানৱ-সমাজ ৰচনা কৰিব বিচাৰে—যাতে মানৱ-সমাজত লোভ হিংসা আদিৰ উদ্ভৱ হোৱাৰ মূল কাৰণটোৱেই নাই-কিয়া হৈ যায়। কিন্তু জাগতিক পৰিৱৰ্তনশীলতাৰ মাজত অহিংসা আৰু সত্যৰ ভিত্তিত স্থাপিত এই ধৰণৰ স্বয়ং-সম্পূৰ্ণ গ্ৰাম্য অৰ্থনীতি স্থায়ী হৈ থাকিব পাৰিবনে—এনে ধৰণৰ প্ৰশ্ন আৰু সন্দেহ গান্ধীৰ মনত উদয় হোৱা নাছিল। কাৰণ গান্ধীয়ে সত্যক চিৰন্তন বুলি ধৰি লৈছিল আৰু সেই চিৰন্তন সত্যকেই ঈশ্বৰ বুলি মানিছিল। গতিকে সত্যৰ ভেটিত স্থাপিত সমাজো স্থায়ী নহৈ যে পৰিৱৰ্তনৰ পথত নষ্ট হৈ যাব পাৰে এই সম্ভাৱনাৰ কথা তেখেতে চিন্তা কৰাই নাছিল। কিন্তু আন হাতে বুদ্ধদেৱে জাগতিক সকলো বস্তুকে ধ্বংসশীল বুলি ধাৰণা কৰাৰ কাৰণে সমাজৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক ভিত্তিক এক আদৰ্শ ব্যৱস্থাৰ ওপৰত স্থাপিত কৰিব খোজা নাছিল, যদিও তেখেতে আদিম সামূহিক সমাজৰ স্থিতিকেই আদৰ্শ বুলি ভাবিছিল ; আৰু সেই আদৰ্শকেই পৰিৱৰ্তনশীল সমাজ-জীৱনত জীয়াই ৰাখিবলৈ তাৰ ভিত্তিত ভিক্ষু-সঙ্ঘ স্থাপন কৰিছিল আৰু সেই সমাজৰ মানসিক চৰিত্ৰ আৰু মনোবৃত্তিকে মানৱৰ চেতনাত জগাই ৰাখিবলৈ সদ্ধৰ্ম্ম প্ৰচাৰ কৰিছিল।

বিশ্বৰীতিৰ ভিতৰুৱা হিছাপে বুদ্ধদেৱে মানৱ-সমাজকো পৰিৱৰ্তনশীল বুলি ধৰিছিল যদিও এই পৰিৱৰ্তনৰ কোনো বিশেষ নিয়ম বা সমাজৰ ভৱিষ্যতৰ স্বাভাৱিক গতিৰ বিষয়ে কোনো ধাৰণা তেখেতে কৰা নাছিল। সেই সময়ত তেনে ধাৰণা কৰাৰ সম্ভাৱনা একেবাৰেই কম আছিল। প্ৰাকৃতিক জগত আৰু মানৱ-জগতৰ ভিতৰত থকা পাৰ্থক্যসমূহ ঠিকমতে নিৰ্দ্ধাৰণ কৰাটো বৈজ্ঞানিক বিচাৰৰ দ্বাৰাহে সম্ভৱপৰ, আৰু বিজ্ঞানৰ উৎপত্তি হোৱাৰ বেছি দিন হোৱা নাই। মানৱ জগত আৰু মানৱেতৰ প্ৰাকৃতিক জগতৰ



ভিতৰত সংঘাত আৰু সংগ্ৰামৰ ভিতৰেদিহে যে মানৱ-সমাজ বিৱৰ্ত্তনৰ পথত আগ বাঢ়ে, মানৱ-জগত যে ক্ৰম-বিকাশৰ পথত পশু-জগতৰপৰা উদ্ভৱ হৈছে—এই আধুনিক দৃষ্টি প্ৰাক্‌বিজ্ঞান যুগত পাবলৈ বিচৰাটো অজ্ঞতাৰ পৰিচায়ক।

## বিশ্বতত্ত্ব

জগত আৰু জীৱন সম্বন্ধে বৈজানিক জ্ঞান নথকাৰ কাৰণে আগৰ যুগৰ মানুহৰ চিন্তাধাৰাত বিশ্বতত্ত্ব কাল্পনিক, আনুমানিক আৰু মানৱ-কেন্দ্ৰিক আছিল। পৃথিৱীৰ চাৰিওফালে গ্ৰহ-নক্ষত্ৰবোৰ ঘূৰে, পৃথিৱীৰ ওপৰত আৰু তলত নানান লোক বা জগত আছে, তাৰে সৰ্ব্বোচ্চ জগত ব্ৰহ্মলোক, পৃথিৱীৰ ওপৰৰ লোক সকলত উচ্চ স্তৰৰ জীৱ বেছি সুখত বাস কৰে, আৰু তলৰ লোকত নিকৃষ্ট জীৱসমূহে দুখত বাস কৰে—কৰ্ম্ম অনুযায়ী জীৱে এই সকল বিভিন্ন লোকত জন্ম লাভ কৰে আৰু লোকান্তৰ-গমন কৰে—এই ধৰণৰ প্ৰাচীন ভাৰতীয় জ্যোতিষ আৰু বিশ্বতত্ত্বকেই ( Cosmology ) বুদ্ধদেৱে গ্ৰহণ কৰিছিল। কিন্তু এই বিশ্বৰ ( Cosmos ) কোনো আদি কাৰণ আৰু পৰম কাৰণৰ তত্ত্ব তেখেতে নামানিছিল। এই কথা আগতেই কোৱা হৈছে। কিন্তু বুদ্ধদেৱৰ দৰ্শনত মানৱ-জীৱনৰ সত্যান্বেষণ হে মূল কথা ; বাহ্যিক প্ৰকৃতিৰ আৰু বিশ্বৰ বিষয়ে তত্ত্বজ্ঞান লাভৰ কোনো মৌলিক প্ৰয়োজন বুদ্ধদেৱে অনুভৱ কৰা নাছিল আৰু তেনে ধৰণৰ মানৱ-নিৰপেক্ষ তত্ত্বজ্ঞানৰ সন্ধান বা জিজ্ঞাসাক তেখেতে মোহ-প্ৰণোদিত বুলি ধৰিছিল। মানৱ-জীৱনৰ ভৱিতব্য, লক্ষ্য, কৰ্ত্তব্য ইত্যাদিৰ মীমাংসাই আছিল বুদ্ধৰ মূল সাধনা আৰু তেখেতৰ উপলব্ধ সত্য ও জীৱন-চৰ্য্যাৰেই নিৰ্দ্দেশমূলক তত্ত্ব।

কিন্তু মানৱ-জীৱন সম্বন্ধে তেখেতৰ যি জন্মান্তৰবাদ আৰু কৰ্ম্মফলত বিশ্বাস, সেইটো আজিকালিৰ বিজ্ঞানৰ দিনত বিশ্বাস

কৰা টান ; আৰু বিশেষকৈ কৰ্ম্মৰ কোনো অদৃষ্ট পাৰলৌকিক ফল আৰু জন্মান্তৰ যে আছে তাৰ কোনো প্ৰমাণ কোনো ভাৰতীয় দাৰ্শনিকে দিয়া নাই। এইবোৰ বিশ্বাস ভাৰতীয় চিন্তাধাৰাত একৰকম স্বতঃসিদ্ধৰ নিচিনা আছিল। এই বিশ্বাসৰ ভিত্তি আছিল এই যে সমাজত, বংশত আৰু একে পৰিয়ালতে বিভিন্ন শিশুৰ ভিন্ ভিন্ চৰিত্ৰ স্বভাৱাদি হয়, আৰু বিভিন্ন মানুহৰ ভাগ্য বিভিন্ন ৰকমৰ হয়। দ্বিতীয়তে, সুকৰ্ম্ম কৰিও সৌভাগ্য মানুহে বহু ক্ষেত্ৰত নাপায়, আৰু আনহাতে পাপ কাম কৰিও বহুতে এই জন্মতে সুখেৰে কাল কটোৱা দেখা যায় ; পুণ্যৰ শুভ ফল আৰু পাপৰ প্ৰায়শ্চিত্তৰ ব্যৱস্থা নাথাকিলে মানুহৰ বিবেক সন্তুষ্ট নহয়। গতিকে প্ৰথম কাৰণত পূৰ্ব্বজন্মত বিশ্বাস আৰু দ্বিতীয় কাৰণত পৰজন্মত বিশ্বাস প্ৰাচীন কালৰ মানুহৰ মনত স্বতঃসিদ্ধ ৰূপেই প্ৰতিভাত হয়। তাৰ উপৰি ইহজন্মত বহু বিষয়তে বঞ্চিত হলেও সুখময় জীৱনৰ প্ৰতি আকাঙ্ক্ষাই পৰজন্মৰ সম্ভাব্য সুখৰ ভাৱনাত সান্ত্বনা লাভ কৰে। কিন্তু বুদ্ধদেৱৰ চিন্তাধাৰা কুসংস্কাৰ আৰু আত্মকেন্দ্ৰিকতাৰপৰা বহুখিনি মুক্ত আছিল। তথাপিও তেওঁ জন্মান্তৰত বিশ্বাস কৰিছিল প্ৰধানতঃ বোধ হয় এই কাৰণেই যে এই জন্মই যদি একমাত্ৰ সত্য হয় আৰু জন্ম মানেই যদি দুখ হয় তেন্তে মৃত্যুই মানুহৰ মূল কাম্য হৈ পৰে। কিন্তু মানৱ-সমাজৰ এনে ধৰণৰ আত্ম-নিধন বুদ্ধই কামনা কৰা নাছিল ; জীয়াই থকাৰ অৱস্থাতে মানুহক বাস্তৱ দুখৰ পৰা মুক্ত কৰিব নোৱাৰিলেও দুখৰ অনুভূতি আৰু শঙ্কাৰপৰা মানৱ চেতনাক মুক্ত কৰাৰ পথ তেখেতে দেখুৱাব খুজিছিল। তেখেতে ভৱিষ্যতৰ স্বৰ্গ-সুখ বা ব্ৰহ্মলোকৰ পৰমানন্দৰ আশা দেখুৱাই মানুহক কেৱল সান্ত্বনা বাণী শুনাব খোজা নাছিল। এই কাৰণেই বুদ্ধ মহান মানৱ-প্ৰেমী, মানৱ জীৱনৰ প্ৰকৃত মঙ্গল সাধনৰ প্ৰচেষ্টাই বুদ্ধৰ আজীৱন সাধনা আৰু তাৰ কাৰণেই তেখেতৰ সংসাৰ-ত্যাগ, ভিক্ষুত্ব-গ্ৰহণ, ধৰ্ম্ম-প্ৰচাৰ।

---

# মানৱ জাতিৰ ভৱিষ্যত

মানৱ জাতিৰ ভৱিষ্যতৰ আজি এটা সন্ধিক্ষণ উপস্থিত হৈছে। কাৰণ হাইড্ৰোজেন বোমাৰ আৱিষ্কাৰ, তাৰ প্ৰস্তুতি আৰু তাৰ ভৱিষ্যত ব্যৱহাৰৰ সম্ভাৱনাই মানৱৰ সন্মুখত আত্ম-নিধনৰ সম্ভাৱনা আনি দিছে। ইয়াৰ সৰ্ব্বনাশী পৰিণাম জনা স্বত্তেও অতি সভ্য জাতিসমূহৰ সুসভ্য চৰকাৰ বহুতে এই বোমা নষ্ট কৰা, তাৰ তৈয়াৰ আৰু পৰীক্ষা বন্ধ কৰা আদিৰ কাৰণে কোনো আন্তৰিক চেষ্টাতো কৰাই নাই, বৰং সেই অস্ত্ৰ আৰু বেছিকৈ তৈয়াৰ কৰিবলৈ আৰু যুদ্ধ হ'লে সেইবোৰ প্ৰয়োগ কৰিবলৈ সঙ্কল্প কৰিছে আৰু এইদৰে বিশ্ববাসীক আতঙ্কিত কৰি তুলিছে। ইয়াৰ বিৰুদ্ধে উপায় কি ? আজি এই সমস্যা কোনো দেশ, জাতি, ৰাজনৈতিক দল, ৰাষ্ট্ৰীয় চৰকাৰ আদিৰ স্বকীয়া সমস্যা নহয় ; মানুহ হিচাপে যি কোনো মানুহৰেই এইটো প্ৰধান সমস্যা। দেশ গঠন, জাতি গঠন, সাংস্কৃতিক বিকাশ আদিৰ প্ৰচেষ্টাৰ উপৰিও প্ৰধানভাৱে প্ৰথমে এই যুদ্ধ দূৰ কৰাৰ সমস্যা, অনৰ্থক অস্ত্ৰ বন্ধ কৰাৰ সমস্যা সমাধান কৰিব লগা হৈছে।

এই সমস্যা সমাধানৰ প্ৰকৃত পথ কি ? ইয়াৰ অতি সহজ উত্তৰ হৈছে এই যন্ত্ৰৰ ব্যৱহাৰ আন্তৰ্জ্জাতিক চুক্তিৰ দ্বাৰা বন্ধ কৰা, তাৰ তৈয়াৰ আৰু পৰীক্ষা বন্ধা কৰা। এই সহজ আৰু অতি যুক্তিপূৰ্ণ পথ বহু শক্তিশালী পাশ্চাত্য শক্তিয়ে মানি লোৱা নাই। ইয়াৰ গভীৰ কাৰণ যিয়েই নাথাকক, অন্ততঃ জনসাধাৰণক সন্মত কৰাবলৈ আৰু তেওঁলোকৰ আত্মঘাতী আণবিক অস্ত্ৰ-প্ৰস্তুতিৰ পথত নিজৰ দেশ আৰু জাতি ৰক্ষাৰ অৰ্থে অপৰিহাৰ্য্য বুলি দেখুৱাবলৈ কিছুমান

যুক্তি দিয়ে। সেই যুক্তিবোৰৰ ভিত্তি সম্বন্ধে জনসাধাৰণে প্ৰকৃত ভাৱে অনুভৱ কৰিলেহে তেওঁলোকে নিজ নিজ চৰকাৰ সমূহক প্ৰকৃত শান্তিৰ পথলৈ আনিব পাৰিব।

তেওঁলোকৰ প্ৰথম যুক্তি হৈছে যে চুক্তি কৰি বোমাৰ ব্যৱহাৰ নিষিদ্ধ কৰিলেও যদি ভবিষ্যতে যুদ্ধ লাগে তেন্তে সেই চুক্তি যে বিপক্ষ দলে ৰক্ষা কৰিব তাৰ কোনো নিশ্চয়তা নাই। গতিকে নিজৰ জাতিৰ ভবিষ্যত ভাগ্য তেনেকুৱা এক কাগজৰ চুক্তিৰ ওপৰত নিৰ্ভৰশীল কৰিব নোৱাৰে। গতিকে নিৰাপত্তাৰ প্ৰয়োজনত আণবিক-অস্ত্ৰ প্ৰস্তুতি অপৰিহাৰ্য্য। এই যুক্তি অবাস্তৱ। কাৰণ যদি বৃহৎ ৰাষ্ট্ৰসকলে এই বোমা বন্ধ কৰা বিষয়ত এক হয় তেন্তে এক আন্তৰ্জ্জাতিক কমিশ্যন গঠন কৰি এই অস্ত্ৰ যাতে নতুনকৈ প্ৰস্তুত হব নোৱাৰে তাৰ বাবে পৰ্য্যবেক্ষণ, পৰীক্ষা, তথ্য-সংগ্ৰহ আদিৰ ক্ষমতা দিলে নতুনকৈ অস্ত্ৰ প্ৰস্তুতি বন্ধ হব, আৰু এই অস্ত্ৰ বে-আইনী কৰাৰ লগে লগে এতিয়ালৈকে প্ৰস্তুত হোৱা সকলোবোৰ বোমা এনে আন্তৰ্জ্জাতিক কমিশ্যনৰ দ্বাৰা নষ্ট কৰাৰ ব্যৱস্থা কৰিব পাৰিব। কোনোবা ৰাষ্ট্ৰই হয়তো তথাপি কিছুমান বোমা লুকাই ৰাখিব পাৰে। এনে ধৰণৰ বিশ্বাসঘাটকতা কৰা আজিৰ দিনত সম্ভৱ নহয়। কাৰণ তেনে কৰিবৰ একমাত্ৰ কাৰণ এই যে সেই শক্তিয়ে ভবিষ্যত যুদ্ধ কৰি জয়লাভ কৰিবৰ বাঞ্ছা কৰে। কিন্তু তেনেকৈ চুৰকৈ ৰখা বোমা দুই-চাৰিটাৰে বিশ্ব-যুদ্ধ জিকা সম্ভৱ নহয়, বৰং তেতিয়া পৃথিবীৰ সমস্ত জাতিয়ে সেই শক্তিৰ বিৰুদ্ধে থিয় দি সেই শক্তিক চূড়ান্তভাৱে শাস্তি দিব পাৰিব। গতিকে, তেনে আত্মঘাতী পথ কোনো শক্তিয়ে নলয়।

দ্বিতীয় যুক্তি হৈছে এই যে আণবিক বোমাৰ প্ৰাধান্য ৰক্ষা কৰাটোৱেই হৈছে পাশ্চাত্য শক্তিসমূহৰ নিৰাপত্তাৰ একমাত্ৰ পথ, কাৰণ এই অস্ত্ৰক বাদ দিলে ছোভিয়েট ৰাষ্ট্ৰগোষ্ঠীৰ বাকী সামৰিক শক্তি পাশ্চাত্য শক্তিগোষ্ঠীতকৈ বেছি হৈ থাকে, অৰ্থাৎ আণবিক



অস্ত্ৰ বন্ধ কৰা মানে ভবিষ্যতে যুদ্ধ লাগিলে ছোভিয়েটৰ জয় আৰু পাশ্চাত্য শক্তিসমূহৰ নিধনৰ পথ প্ৰস্তুত কৰা। এই যুক্তিটো এই অনুমানৰ ওপৰত স্থাপিত—সেইটো হৈছে যে বৰ্ত্তমান অৱস্থাত উদ্‌যান-বোমাৰ সংখ্যা আৰু প্ৰস্তুতিৰ ক্ষেত্ৰত ছোভিয়েট ৰাষ্ট্ৰতকৈ পাশ্চাত্য শক্তিসমূহ বিশেষকৈ আমেৰিকা বহু বেছি আগবঢ়া। এই বিষয়ে কোনো দেখাদেখি তথ্য নথকাত ই সম্পূৰ্ণ কাল্পনিক আৰু ইচ্ছাপ্ৰণোদিত ধাৰণা হব পাৰে। দ্বিতীয় যুদ্ধৰ সময়তো হিটলাৰে আৰু পাশ্চাত্য দেশসমূহে ছোভিয়েটৰ প্ৰকৃত সামৰিক শক্তি সম্বন্ধে মাৰাত্মক ভুল কৰাৰ বাবে হিটলাৰী-জাৰ্ম্মানী চূড়ান্ত ভাৱে পৰাস্ত হ'ল। ভবিষ্যতেও যে তেনেকুৱা ভুল নহব তাৰ নিশ্চয়তা একো নাই। আৰু বিশেষকৈ সিদিনা মলটোভে ঘোষণা কৰিছে যে ছোভিয়েট-ৰাষ্ট্ৰ উদ্‌যান বোমাৰ ক্ষেত্ৰত আমেৰিকাতকৈ বেছি আগবঢ়া। এই ঘোষণা নিছক ধাপ্পাবাজী বুলি উৰাই দিব লগা ধৰণৰ নহয়। আনফালে অস্ত্ৰসজ্জা বৃদ্ধি কৰি থকা মানে তাৰ ব্যৱহাৰৰ সম্ভাৱনাও বেছি কৰি তোলা। এইটো অতি সহজ যুক্তি যে যুদ্ধ বন্ধ কৰাৰ পথ যুদ্ধ-প্ৰস্তুতি কেতিয়াও হব নোৱাৰে; যুদ্ধ-প্ৰস্তুতি, অস্ত্ৰ-সজ্জা আদি বন্ধ কৰাৰ পথেই প্ৰকৃত শান্তি ৰক্ষাৰ পথ। এই বিষয়ে দুই মত হব নোৱাৰে।

ইয়াৰ উত্তৰত যুক্তি দিয়া হয় যে অকল আণবিক-অস্ত্ৰ নিষিদ্ধ কৰাৰ কথা নুতুলি সামগ্ৰিকভাৱে নিৰস্ত্ৰীকৰণৰ কথা তোলা উচিত আৰু তাৰ উপায় চিন্তা কৰা উচিত। সম্পূৰ্ণ নিৰস্ত্ৰীকৰণ সম্ভৱ নহলেও অন্ততঃ তাৰ নিৰ্দ্দিষ্ট উৰ্দ্ধতম সংখ্যা এনে ধৰণে নিৰ্দ্ধাৰণ কৰি দিয়াটো সম্ভৱ—যাৰ ফলত কোনো জাতিয়ে আক্ৰমণ কৰি অন্য দেশ জয় কৰাৰ সম্ভাৱনা নাইকীয়া হয়। এইটো ঠিক যে পৃথিবীত শান্তি সুৰক্ষিত কৰিবলৈ হলে নিৰস্ত্ৰীকৰণ অৱশ্য-প্ৰয়োজনীয়। কিন্তু নিৰস্ত্ৰীকৰণ সম্ভৱ হব লাগিলে জাতিসমূহৰ পাৰস্পৰিক শঙ্কা লাঘৱ কৰাৰ পন্থা লব লাগিব। কাৰণ আতঙ্কিত ব্যক্তি বা জাতিয়ে

কোনো কথা সুস্থ ভাবে ভাবিবলৈ, নিৰ্ণয় কৰিবলৈ বা সিদ্ধান্ত কৰিবলৈ অপাৰগ হয়। এই শঙ্কা নিবাৰণৰ বাবেই প্ৰথম পদক্ষেপ হৈছে তাৰ আটাইতকৈ প্ৰধান কাৰণ আণবিক-অস্ত্ৰৰ নিকপকপীয়া নিষেধ ব্যৱস্থা কৰা। তেতিয়া হলে নিৰস্ত্ৰীকৰণ সম্বন্ধে সৰ্ব্বসন্মত সিদ্ধান্ত লোৱাৰ পথ উজু হৈ পৰিব।

অৱশ্যে আণবিক-অস্ত্ৰ নিষিদ্ধ কৰাৰ প্ৰশ্নৰ লগতে আৰু এটা প্ৰশ্ন জড়িত হৈ আছে। সেইটো হৈছে আনবিক-শক্তি উৎপাদনৰ ইউৰেণিয়ামৰ আন্তৰ্জ্জাতিক নিয়ন্ত্ৰণৰ ব্যৱস্থা কৰা। কাৰণ তেনে ধৰণৰ ব্যৱস্থা নকৰিলে গোপনে সেই ধাতুৰ পৰা বোমা তৈয়াৰী হৈ থকা সম্ভৱ। আমেৰিকাই দাবী কৰিছে যে, আগেয়ে আণবিক-শক্তি নিয়ন্ত্ৰণৰ ব্যৱস্থা কৰা হওক, তাৰ পাছত হে বোমা নিষিদ্ধ কৰিবলৈ তেওঁলোক ৰাজী। ছোভিয়েটে কয় যে আগেয়ে বিনাচৰ্ত্তে বোমা নিষিদ্ধ হওক, তাৰ পাছত আণবিক-শক্তিৰ নিয়ন্ত্ৰণৰ ব্যৱস্থা হব লাগে। তাকে নকৰিলে ছোভিয়েটেও সন্দেহ কৰে যে আন্ত-ৰ্জ্জাতিক কমিশ্যনে ছোভিয়েটৰ আণবিক-শক্তিৰ ধাতু আৰু তাৰ ব্যৱহাৰৰ সকলো গম পাব আৰু পাছত বোমা বন্ধ কৰাৰ কথা আওকাণ কৰিব আৰু তাৰ ফলত আমেৰিকাই ছোভিয়েটৰ সকলো সামৰিক গোপন তথ্যৰ গম পাব। এই আশঙ্কা যুক্তিসঙ্গত। গতিকে বোমা প্ৰথমে বে-আইনী হলেহে এনে গোপন তথ্য জনাজাত কৰি দিবলৈ ছোভিয়েটে সাহ পায়। ছোভিয়েট ইউনিয়নৰ আৰু এটা কথা হ'ল যে তেওঁলোকে আণবিক-শক্তি মানুহৰ সুখ-সমৃদ্ধি বৃদ্ধিৰ কাৰণে শান্তিপূৰ্ণ সৃষ্টিমূলক কামত ব্যৱহাৰ কৰিব খোজে। আৰু তাকে কৰিবলৈ সেই ৰাষ্ট্ৰৰ আভ্যন্তৰীণ ক্ষেত্ৰত অৰ্থনৈতিক কেচা-মালৰ ওপৰত স্বাধীনতা থকাৰ দৰ্কাৰ। কিন্তু যদি আন্তৰ্জ্জাতিক নিয়ন্ত্ৰণ এনেকুৱা হয় যে ইউৰেণিয়াম ধাতুৰ ওপৰত ৰাষ্ট্ৰীয় স্বত্ব একেবাৰে উঠি যায় আৰু আমেৰিকাৰ প্ৰাধান্য থকা কমিশ্যনৰ ওপৰত পৰে তেন্তে তাৰ সমাজতান্ত্ৰিক প্ৰয়োগৰ পথ ৰুদ্ধ হৈ পৰিব; আৰু ধনতান্ত্ৰিক ব্যৱস্থাত সেই নতুন শক্তিৰ উপযুক্ত সামাজিক সৃষ্টিমূলক ব্যৱহাৰ হব নোৱাৰে বুলি তেওঁলোকৰ ধাৰণা। ৰাষ্ট্ৰীয় সাৰ্ব্বভৌমত্ব ক্ষুণ্ণ নকৰাকৈ আৰু কোনো দেশৰ অৰ্থনৈতিক আভ্যন্তৰীণ ব্যৱস্থাত হস্তক্ষেপ বা বাধাৰ সৃষ্টি নকৰাকৈ আনবিক শক্তিৰ আন্তৰ্জ্জাতিক নিয়ন্ত্ৰণ ব্যৱস্থা কৰাটো সম্ভৱ।



ওপৰৰ আলোচনাৰ পৰা এইটো স্পষ্টভাৱে ধৰা পৰে যে যিহেতু বৰ্ত্তমান পৃথিবীত দুই বিৰোধী সমাজ-ব্যৱস্থা, যেনে ধনতান্ত্ৰিক আৰু সমাজতান্ত্ৰিক সমাজ-ব্যৱস্থা আছে, তেনে ক্ষেত্ৰত সেইবোৰ ৰাষ্ট্ৰৰ ভিতৰত পৰস্পৰৰ ওপৰত অবিশ্বাস, সন্দেহ আৰু ভয় বিৰাজ কৰিছে। এই সন্দেহ আৰু ভয় থকাৰ কাৰণে এই দুই শক্তি-গোষ্ঠীয়ে কোনো আন্তৰ্জ্জাতিক কথাতে একমত হব নোৱাৰা হৈছে। পাশ্চাত্য শক্তিসমূহে ভাৱে যে কমিউনিজম্ হৈছে আন্তৰ্জ্জাতিক, গতিকে নানা পৰোক্ষ আৰু প্ৰত্যক্ষভাৱেই পৃথিবীত বিয়পি পৰিবৰ চেষ্টা কৰিব। গতিকে ছোভিয়েটৰ পৰা ধনতান্ত্ৰিক দেশসমূহ আক্ৰান্ত হোৱাৰ সম্ভাৱনা খুব বেছি। আৰু ছোভিয়েটে দেখাদেখি আক্ৰমণ নকৰিলেও নানা ৰকম গোপন সহায়, উচটনি আদিৰ দ্বাৰা ধনতান্ত্ৰিক দেশসমূহৰ ভিতৰত থকা সাম্যবাদী দলসমূহ পুষ্ট কৰাই ভিতৰুৱাভাৱে সেইবোৰ ৰাষ্ট্ৰক বিপন্ন কৰিব, যাক ইংৰাজীত Subversion বুলি কোৱা হয়। আনফালে ছোভিয়েটে সেই ৰাষ্ট্ৰৰ পাতনি হবৰ দিনৰ পৰাই নিয়ত ঘোষণা কৰি আহিছে যে তেওঁলোকে ধনতান্ত্ৰিক দেশসমূহৰ লগত শান্তিপূৰ্ণভাৱে বসবাস কৰিব খোজে, তেওঁলোকে সাম্যবাদ প্ৰতিষ্ঠাৰ বাবে কোনো দেশ আক্ৰমণ কৰিব নাযায় আৰু কোনো দেশৰ আভ্যন্তৰীণ কোনো বিষয়ত হস্তক্ষেপ নকৰে। কাৰণ কোনো দেশত সাম্যবাদ হবনে নহয় সেইটো সেই দেশৰ ভিতৰুৱা কথা। এই নীতি তেওঁলোকে নিখুঁতভাৱে ইমান বছৰে মানি আহিছে যাৰ প্ৰমাণৰ বাবে তেওঁলোকে ইতিহাসৰ প্ৰতি নিৰ্দ্দেশ কৰে। আনফালে তেওঁলোকৰ ৰাষ্ট্ৰ ধ্বংস কৰিবৰ কাৰণে ধনতান্ত্ৰিক

দেশসমূহে সদায় নানা প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে চেষ্টা কৰিছে। সেই ৰাষ্ট্ৰৰ প্ৰথম পাতনিতে পাশ্চাত্য শক্তিসমূহে সশস্ত্ৰ আক্ৰমণ কৰি তাক ধ্বংস কৰিবৰ চেষ্টা কৰিছিল। আকৌ হিট্‌লাৰক ছোভিয়েটৰ বিৰুদ্ধে লগাবলৈ নানাভাৱে জাৰ্ম্মানীক শক্তিশালী কৰিছিল আৰু ছোভিয়েটৰ বিৰুদ্ধে হিটলাৰী আক্ৰমণৰ পথ তৈয়াৰ কৰি ৰাখিছিল। আৰু এতিয়াও সুবিধা বুঝি ছোভিয়েটক ধ্বংস কৰিবলৈ সেই ৰাষ্ট্ৰৰ চাৰিওফালে আগুৰি মাৰ্কিণ চৰকাৰে নানা সামৰিক-ঘাটি তৈয়াৰ কৰি ৰাখিছে যেনে, বৃটেন, ফ্ৰান্স, জাৰ্ম্মানী, ইটালী, ইৰাক, জাপান, দক্ষিণ কোৰিয়া, ফৰমোচা, মানিলা আদি দেশত। এইবোৰ সামৰিক-ঘাটি নিৰ্ম্মাণ স্পষ্টভাৱে ছোভিয়েটক ধ্বংস কৰিবলৈ ; এনে অৱস্থাত ছোভিয়েটে আত্মৰক্ষাৰ বাবে প্ৰস্তুত থাকিব লগা হৈছে। যি পৰ্য্যন্ত মাৰ্কিণ চৰকাৰে ছোভিয়েটৰ লগত শান্তিপূৰ্ণ সহ-অৱস্থান কৰাৰ নীতি মানি নলয়, অৰ্থাৎ মাৰ্কিণ চৰকাৰে বৰ্ত্তমান কায়েম হোৱা সমাজতান্ত্ৰিক ব্যৱস্থাবোৰ ধ্বংস কৰাৰ নীতি পৰিত্যাগ নকৰে, সেই পৰ্য্যন্ত পৃথিবীত শান্তি স্থাপন সম্ভৱ হব নোৱাৰে। বিশ্বৰ বিভিন্ন দেশে শান্তিপূৰ্ণ সহ-অৱস্থানৰ নীতি মানি চলিলেহে বিশ্বশান্তি প্ৰতিষ্ঠা হব পাৰিব।

এইটো ঠিক যে ছোভিয়েট ইউনিয়নে আজি পৰ্য্যন্ত আক্ৰমণ-কাৰী হিচাপে কোনো যুদ্ধত নমা নাই, আৰু ভবিষ্যতেও কোনো দেশক আক্ৰমণ নকৰে বুলি, সকলো দেশৰ লগত বন্ধুভাৱে মিলি-জুলি থাকিব খোজে বুলি দৃঢ়ভাৱে ঘোষণা কৰি আহিছে। বিশেষকৈ ছোভিয়েটে শান্তিপূৰ্ণ দেশ-গঠনৰ কামত সকলো শক্তি নিয়োগ কৰিব লগা হৈছে, গতিকে শান্তি তেওঁলোকৰ পক্ষে অপৰিহাৰ্য্য। পাশ্চাত্য শক্তিসমূহে এই কথা বঢ়িয়াকৈ জানে। তথাপি কিয় ছোভিয়েটৰ পৰা আক্ৰমণ হব পাৰে বুলি প্ৰচাৰ কৰি সেই দেশৰ বিৰুদ্ধে সামৰিক চুক্তি, জোট আৰু ঘাটি নিৰ্ম্মাণ কৰিব ধৰিছে? ইয়াৰ এটা প্ৰধান কাৰণ হৈছে যে পৃথিবীত ছোভিয়েট ইউনিয়নৰ



সমাজ-ব্যৱস্থাৰ উন্নতি হোৱা মানে অন্যান্য দেশৰ জনসাধাৰণৰ মাজত ধনতন্ত্ৰৰ বিৰুদ্ধে আৰু সমাজবাদৰ পক্ষে ভাৱধাৰা আৰু আন্দোলনৰ ব্যাপকতা লাভ কৰা, যাৰ ফলত হয়তো সকলো দেশতে এদিন ধনতন্ত্ৰবাদ ধ্বংসৰ সম্মুখীন হব পাৰে। বিশেষকৈ এচিয়া আৰু আফ্ৰিকাৰ পৰাধীন আৰু পশ্চাৎপদ জাতিসমূহৰ মনত সমাজবাদৰ আদৰ্শ আৰু ছোভিয়েট আৰু চীন দেশৰ দৃষ্টান্তই প্ৰৱল শিহৰণ তোলে, যাৰ ফলত সাম্ৰাজ্যবাদ বিপদাপন্ন হৈ পৰে। সেইকাৰণে ধনতন্ত্ৰবাদ আৰু সাম্ৰাজ্যবাদ বজায় ৰাখিবলৈ কমিউনিজমৰ বিৰুদ্ধে সন্ত্ৰাস আৰু বিভীষিকা সৃষ্টি কৰি জনসাধাৰণৰ দৃষ্টি মুক্তিৰ আৰু সমাজবাদৰ পথৰ পৰা আঁতৰাই ৰাখিবৰ উদ্দেশ্যে ছোভিয়েট বিশ্ব-শান্তিৰ বিপদ হিচাপে দেখুৱাবলৈ চেষ্টা কৰে, আৰু ভবিষ্যতে কোনো এটা ছল উলিয়াই যুদ্ধৰ দ্বাৰা ছোভিয়েট সমাজবাদৰ চিন পৃথিবীৰ পৰা লোপ পোৱাই দিব বিচাৰে। আৰু অন্ততঃ তাকে কৰিব নোৱাৰিলেও কমিউনিজমৰ প্ৰসাৰ বন্ধ কৰাৰ নামত পৰাধীন দেশসমূহক সামৰিক-শক্তিৰ দ্বাৰা চিৰকাল পদানত কৰি ৰাখিবৰ প্ৰয়াস কৰে। আজি মাৰ্কিন চৰকাৰৰ নেতৃত্বত যি দক্ষিণ-পূৰ্ব্ব এচিয়া প্ৰতিৰক্ষা চুক্তি হৈছে তাৰ প্ৰধান উদ্দেশ্য হৈছে এচিয়াৰ বুকুত বৃটিছ আৰু আমেৰিকাৰ প্ৰত্যক্ষ আৰু পৰোক্ষ সাম্ৰাজ্য আৰু আধিপত্য বজায় ৰখাৰ ব্যৱস্থা কৰা, এচিয়াবাসীৰ মুক্তিৰ আৰু বিকাশৰ পথ বন্ধ কৰি চিৰকাল বিশ্বৰ বুকুত প্ৰভুত্ব চলাই থকা।

এই সাম্ৰাজ্যবাদেই মানৱ-জাতিৰ ভবিষ্যত মুক্তি আৰু বিকাশৰ পথত প্ৰধান বাধা, এই সাম্ৰাজ্যবাদী শক্তি সকলেই মানৱ-জাতিৰ ওপৰত ইমান দিনে চলাই অহা শোষণ আৰু অত্যাচাৰ চলাই থাকিবলৈ প্ৰয়োজন হলে আণবিক-বোমাৰ দ্বাৰা মানৱ জাতিক ধ্বংস কৰি পেলাবলৈ কুণ্ঠিত নহয়। কাৰণ, সাম্ৰাজ্যবাদ ধ্বংস হোৱা মানে সেই সাম্ৰাজ্যবাদী চৰকাৰসমূহ ধ্বংস হোৱা। গতিকে নিজে ধ্বংস হোৱাৰ আগতে প্ৰয়োজন হলে তেওঁলোকে সকলোকে ধ্বংস

কৰিবলৈ ৰাজী। সেয়ে বিশ্ববাসীৰ দাবী স্বত্বেও সমগ্ৰ মানৱতাৰ এই ঘোৰ বিপদ স্বত্বেও আজি সেইবোৰ শক্তিয়ে এই মাৰাত্মক অস্ত্ৰ বন্ধ কৰিবলৈ সন্মত নহয়, আৰু সময়ে অসময়ে এই অস্ত্ৰৰ বাস্তৱ প্ৰয়োগৰ হুমকি দি থাকে।

তেন্তে কি বিশ্বশান্তি আৰু মানৱজাতিৰ ৰক্ষাৰ কোনো উপায় নাই? উপায় আছে; বিশ্বৰ জনসাধাৰণৰ যি শান্তিপূৰ্ণ জীৱন-যাত্ৰাৰ কামনা—তাক সংগঠিত কৰি প্ৰকৃত শান্তিৰ নীতিৰ ভিত্তিত সেই প্ৰচেষ্টা গঢ়ি তোলা। শান্তি স্থাপনৰ পথ কি—এই সম্বন্ধে নানা ৰকমৰ ভ্ৰান্ত ধাৰণা আজি যুদ্ধবাদী সকলে জনসাধাৰণৰ মাজত সুমুৱাই দিব ধৰিছে—ৰেডিও, বাতৰি-কাকত আদি নানা ৰকম প্ৰচাৰ ব্যৱস্থাৰ মাজেদি, আৰু তাৰ ফলত জনসাধাৰণৰ বহুতে যুদ্ধবাদী সাম্ৰাজ্যবাদী শক্তিসকলৰ ভুল আৰু প্ৰৱঞ্চনামূলক প্ৰচাৰত ভোল গৈ আছে। উদাহৰণ স্বৰূপে ফ্ৰান্সৰ জনসাধাৰণৰ কথাই ধৰা যাওক। এই দেশৰ প্ৰজাই যুদ্ধ একেবাৰে নিবিচাৰে। আৰু দুইবাৰ এই দেশে জাৰ্ম্মান আক্ৰমণত পৰ্য্যুদস্ত হৈছে। গতিকে পুনৰ জাৰ্ম্মানী অস্ত্ৰ-সজ্জিত হৈ উঠিলে আকৌ ফ্ৰান্স বিপদাপন্ন হৈ পৰিব, এই কথাও তেওঁলোকে অনুভৱ কৰে। তথাপি আজি সাম্ৰাজ্যবাদী সকলে ছোভিয়েট ইউনিয়নৰ পৰা আক্ৰমণ হব পাৰে বুলি মিথ্যা প্ৰচাৰ কৰি সেই কল্পিত আক্ৰমণৰ বিৰুদ্ধে ফ্ৰান্সৰ নিৰাপত্তাৰ বাবে সশস্ত্ৰ জাৰ্ম্মানীৰ প্ৰয়োজন বুলি দিনে ৰাতিয়ে কৰা প্ৰচাৰৰ ফলত ফৰাচী জনসাধাৰণৰ কিছু অংশৰ মাজত এটা ভুল ধাৰণা ইতিমধ্যে সোমাইছে, যাৰ ফলত তীব্ৰ বিৰোধিতাৰ সম্মুখতো জাৰ্ম্মানীক সশস্ত্ৰীকৰণৰ কাৰণে হোৱা পাশ্চাত্য শক্তি সকলৰ নতুন চুক্তিক (পেৰিচ চুক্তিক) ফৰাচী জাতীয় পৰিষদে ভোটাধিক্যৰ দ্বাৰা অনুমোদন কৰিছে। শান্তিৰ আশাতেই মিথ্যা প্ৰচাৰত চালিত হৈ ফৰাসী সকলে শান্তি-বিৰোধী ফ্ৰান্সৰ নিজৰ ভবিষ্যত নিৰাপত্তাৰ বিৰোধী চুক্তি সমৰ্থন কৰিলে। এইদৰে যদিহে সাম্ৰাজ্যবাদী সকলে



মানুহৰ শান্তি কামনাক ভুল পথে চালিত কৰিব পাৰে তেন্তে ভৱিষ্যত যুদ্ধৰ পথ খোলা হৈ যাব। কিন্তু আনহাতে যদি জনসাধাৰণক প্ৰকৃত বিশ্বশান্তিৰ পথ, জাতীয় স্বাধীনতা আৰু নিৰাপত্তাৰ পথ দেখুৱাব পৰা যায় তেন্তে তেওঁলোকে ভুৱা প্ৰচাৰত ভোল নাযাব, আৰু সাম্ৰাজ্যবাদী শাসক-শ্ৰেণীয়ে তেওঁলোকৰ যুদ্ধ-প্ৰচেষ্টাত জন-সাধাৰণৰ সমৰ্থন নাপাব। জনসাধাৰণৰ সমৰ্থন নাপালে আজিৰ দিনত কোনো চৰকাৰে যুদ্ধত নামিবলৈ সাহ কৰিব নোৱাৰে। নিজৰ দেশৰ প্ৰজাৰ সক্ৰিয় সহায় আৰু বিশ্বৰ জনসাধাৰণৰ বহু অংশৰ নৈতিক সমৰ্থন পালেহে আজি-কালিৰ বিশ্ব-যুদ্ধত নামিব পৰা সম্ভৱ। সেয়ে যুদ্ধবাদী সকলে জনসাধাৰণৰ নৈতিক আৰু কাৰ্য্যকৰী সমৰ্থন লাভ কৰিবলৈ ইমান জোৰ প্ৰচেষ্টা চলায়।

বিশ্বৰ জনসাধাৰণে শান্তি বিচাৰে, আকৌ একান্তভাৱে প্ৰত্যেক দেশৰ প্ৰজাই নিজৰ দেশৰ নিৰাপত্তা আৰু স্বাধীনতা ৰক্ষা কৰিব বিচাৰে। নিজৰ দেশৰ স্বাধীনতাৰ বিনিময়ত কোনো দেশৰ প্ৰজাই শান্তি কিনিব নোখোজে। নিজৰ দেশৰ স্বাধীনতা বিক্ৰী কৰি, নিজে পৰাধীন থাকি, সেই ব্যৱস্থা নিগাজী কৰা ধৰণৰ বিশ্বশান্তি কাৰো কাম্য নহয়। গতিকে বিশ্বশান্তি প্ৰকৃতভাৱে সম্ভৱ কৰিবলৈ প্ৰত্যেক দেশৰ স্বাধীনতা ৰক্ষাৰ ভিত্তিতহে সেইটো কৰিব পৰা যাব। সেয়ে প্ৰত্যেক দেশৰ স্বাধীনতা আৰু সাৰ্ব্বভৌমত্ব বিশ্বৰ সকলো দেশে স্বীকাৰ কৰিলেহে শান্তিৰ পথ পৰিষ্কাৰ হব। আজি ভাৰত, চীন, বৰ্ম্মা, ইন্দোনেছীয়া, ছোভিয়েট ইউনিয়ন, যুগোশ্লাভিয়া আদি দেশে এই নীতি সমৰ্থন কৰিছে, আৰু তাৰ ফলত বিশ্বশান্তিৰ সম্ভাৱনা বহুখিনি বাঢ়িছে। কিন্তু আনফালে সাম্ৰাজ্যবাদী সকলে নিবিচাৰে সকলো দেশ স্বাধীন হওক; সেয়ে তেওঁলোকে এই নীতিৰ বিৰুদ্ধে, কমিউনিজমৰ বিৰুদ্ধে 'মানৱ স্বাধীনতা' ৰক্ষাৰ ধ্বনি তুলি পৰাধীন দেশবিলাকৰ মুক্তি-আন্দোলনক ধ্বংস কৰিবলৈ বিশ্বশান্তি ৰক্ষাৰ নাম কৰি নানা সামৰিক গোট নিৰ্ম্মাণ কৰে। সেয়ে আজি

শান্তি আৰু নিৰাপত্তা ৰক্ষাৰ ধুৱা তুলি বৃটিছ সাম্ৰাজ্যবাদী সকলে মালয়ত তেওঁলোকৰ দমনমূলক শাসন আৰু শোষণ বজায় ৰাখিবলৈ নিজৰ দেশৰ সামৰিক-শক্তিৰ উপৰিও, ভাড়াকৰা গুৰ্খা সৈন্য-বাহিনীৰ উপৰিও, আমেৰিকা, অষ্ট্ৰেলিয়া আদি দেশৰ সৈন্যশক্তিৰ সহায় পাবলৈ সেইবিলাক সাম্ৰাজ্যবাদী দেশ একগোট হৈ তথাকথিত 'দক্ষিণ-পূৰ্ব্ব-এচিয়া প্ৰতিৰক্ষা চুক্তি সংগঠন' কৰিছে আৰু এচিয়াৰ পৰাধীন আৰু পশ্চাৎপদ দেশ সমূহৰ ওপৰত তাৰ প্ৰত্যক্ষ আৰু পৰোক্ষ প্ৰভুত্ব আৰু শোষণ চিৰস্থায়ী কৰিব বিচাৰিছে। কিন্তু আনফালে এচিয়া আৰু আফ্ৰিকাৰ আজিৰ জাগি উঠা জনসাধাৰণে ভাৰত, চীন আদি দেশৰ নেতৃত্বত প্ৰকৃত মুক্তি আৰু শান্তিৰ পথ চিনি লব ধৰিছে। এই নতুন ভবিষ্যতৰ পথ নিৰ্দ্দিষ্ট কৰিছে ভাৰত-চীন আৰু চীন-বৰ্ম্মা—এই দেশবোৰৰ মাজত হোৱা মৈত্ৰী আৰু শান্তিৰ পাঁচদফীয়া নীতিৰ চুক্তিয়ে। এই পঞ্চশীল বা শান্তিৰ পাঁচদফীয়া নীতিয়ে অকল এচিয়া আৰু আফ্ৰিকাতে নহয় সমগ্ৰ বিশ্বত শান্তি স্থাপনৰ সহায়ক হব। এই পঞ্চশীল নীতি হৈছে, (১) প্ৰত্যেক দেশৰ সীমাৰ অখণ্ডতা আৰু সাৰ্ব্বভৌমত্বৰ পাৰস্পৰিক মান্যতা, (২) পৰস্পৰ অনাক্ৰমণ, (৩) প্ৰত্যেক দেশৰ আভ্যন্তৰীণ বিষয়ত পৰস্পৰে হস্তক্ষেপ নকৰা, (৪) পাৰস্পৰিক সমতা আৰু সমৃদ্ধি, (৫) শান্তিপূৰ্ণ সহ-অৱস্থান।

এইবোৰ নীতিহে প্ৰকৃত শান্তিৰ নীতি। কাৰণ শান্তিৰ দুটা অৰ্থ আছে। প্ৰথম অৰ্থ যুদ্ধ নোহোৱা অৱস্থাকে শান্তিৰ অৱস্থা বুজায়। যদি প্ৰত্যেক দেশে অন্য দেশক আক্ৰমণ নকৰে বা অন্য দেশৰ ভিতৰুৱা কথাত কোনো হস্তক্ষেপ নকৰে, অন্য দেশৰ স্বাধীনতাক সন্মান আৰু ৰক্ষা কৰি চলে তেন্তে যুদ্ধ হব নোৱাৰে; প্ৰত্যেক দেশৰ সৈন্যবাহিনী নিজ নিজ দেশৰ ভিতৰত আৱদ্ধ থাকিব। ইয়াকেই বোলে শান্তিপূৰ্ণ সহ-অৱস্থান। প্ৰত্যেক দেশৰ জনসাধাৰণে নিজ নিজ দেশক নিজৰ পছন্দ হোৱা সামাজিক আৰু



ৰাষ্ট্ৰীয় আদৰ্শ মতে গঢ়ি তুলিবলৈ অধিকাৰ দিব লাগিব। এখন দেশে অন্য দেশৰ ওপৰত বাহিৰৰ পৰা হেঁচা দি বা জোৰ কৰি অন্য এটা ব্যৱস্থা জাপি দিব নোৱাৰিব। অন্য দেশৰ প্ৰজাৰ সাৰ্ব্বভৌম অধিকাৰক সন্মান কৰিব লাগিব। ছোভিয়েটে স্পষ্টভাৱে ঘোষণা কৰিছে যে তেওঁলোকে সাম্যবাদ আন দেশৰ ওপৰত জাপি দিব নোখোজে। যদি কোনো দেশৰ জনসাধাৰণে সাম্যবাদ বিচাৰে, সেই দেশৰ জনসাধাৰণে নিজে সেইটোৰ ব্যৱস্থা কৰি লব; যদি নিবিচাৰে তেন্তে তাত সাম্যবাদ নহব। সেইটো সেই দেশৰ প্ৰজাৰ নিজৰ ইচ্ছাৰ কথা, ছোভিয়েটৰ তাত মাত মাতিবৰ একো নাই। আন-হাতে যদি কোনো দেশে সাম্যবাদী-ব্যৱস্থা গ্ৰহণ কৰে তেন্তে বাহিৰৰ পৰা তাক জোৰ কৰি বন্ধ কৰিবৰ অধিকাৰ অন্য দেশৰ নাই; অন্য দেশে সেই দেশৰ জনসাধাৰণৰ নিজৰ ইচ্ছাক সন্মান কৰিব লাগিব। তেতিয়াহে শান্তি স্থাপন হব পাৰে। কিন্তু আজি মাৰ্কিণ চৰকাৰৰ নেতৃত্বত পাশ্চাত্য সাম্ৰাজ্যবাদী সকলে সেইটোকে কৰিব খোজা নাই। তেওঁলোকেতো সুবিধা পালে জোৰেৰে ৰুচ জনসাধাৰণৰ ওপৰত পুনৰ ধনতান্ত্ৰিক ব্যৱস্থা বহুৱাই দিব খোজেই ( আৰু তাকে কৰিবলৈ প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে নানা ৰকম চক্ৰান্ত আজি ইমান বছৰে কৰি আহিছে, যাৰ ফলত ৰুচদেশে নিজৰ আত্মৰক্ষাৰ কাৰণে সশস্ত্ৰভাৱে সাজু হৈ থাকিবলৈ বাধ্য হৈছে ), তাৰ উপৰিও চীনদেশ আৰু যি সকল পূৰ্ব্ব-ইউৰোপীয় দেশে সাম্যবাদৰ পথ গ্ৰহণ কৰিছে, সেই সকল দেশৰ চৰকাৰক পাশ্চাত্য দেশসমূহে স্বীকাৰ কৰা নাই। সেইবোৰ দেশক যুদ্ধৰ দ্বাৰা জোৰ কৰি সাম্যবাদৰ পৰা আঁতৰাই আনি ধনতান্ত্ৰিক-শাসন পুনৰ প্ৰতিষ্ঠা কৰিবলৈ নানা অপচেষ্টা কৰি আহিছে। এই কাৰণতেই আজি পৃথিবীত যুদ্ধৰ আশঙ্কা দেখা দিছে। যদি সেইবোৰ দেশৰ সাৰ্ব্বভৌমত্ব পাশ্চাত্য দেশসমূহে স্বীকাৰ কৰে, সেইবোৰ দেশক জাতি-সংঘত স্থান দিয়ে, সেইবোৰ দেশৰ চৰকাৰ ধ্বংস কৰিবলৈ কৰা নানা ৰকমৰ ষড়যন্ত্ৰ, গুপ্তচৰীবৃত্তি

আৰু পশ্চাৎঘাতী কাৰ্য্য-কলাপ বন্ধ কৰি দিয়ে, তেন্তে সাম্প্ৰতিক যুদ্ধৰ আশঙ্কা দূৰ হব। প্ৰত্যেক দেশৰ জনসাধাৰণে নিৰাপদভাৱে নিজ নিজ প্ৰয়োজন আৰু ইচ্ছা অনুযায়ী নিজ নিজ দেশৰ ভাগ্য আৰু ভবিষ্যত গঢ়ি তুলিব পাৰিব, ধ্বংসমূলক কাজৰ পৰিবৰ্ত্তে সৃষ্টিমূলক মানৱ-কল্যাণৰ কাজত জাতিসমূহে নিজ নিজ শক্তি নিয়োগ কৰিব পাৰিব।

শান্তিৰ নেতিবাচক অৰ্থৰ উপৰিও আৰু এটা অৰ্থ আছে, সেইটো হৈছে দেশসমূহৰ মাজত মৈত্ৰী, পাৰস্পৰিক সহযোগ, অৰ্থ-নৈতিক আৰু সাংস্কৃতিক আদান-প্ৰদান আৰু যোগাযোগ। কাৰণ এইবোৰৰ ভিতৰেদিহে জাতিয়ে জাতিয়ে অন্তৰৰ প্ৰীতি, বুজাবুজি, সহানুভূতি আৰু একতাৰ বন্ধন গঢ়ি উঠিব পাৰে। এই মৈত্ৰীৰ পথ পৰিষ্কাৰ হলে, জাতিয়ে জাতিয়ে আন্তৰিক যোগ-স্থাপন হলে পৃথিবীত স্থায়ী শান্তিৰ পথ পৰিষ্কাৰ হব। আৰু যিবিলাক বিষয়ত জাতিয়ে জাতিয়ে বিবাদ হোৱাৰ প্ৰশ্ন উঠে সেই সকলোবোৰ বিষয়কে আলাপ-আলোচনাৰ ভিতৰেদি শান্তিপূৰ্ণ উপায়ে সমাধান কৰাটো সহজ হৈ পৰে। কিন্তু তাৰ পৰিৱৰ্ত্তে যদি তেনে বিবাদ সমাধানৰ বাবে যুদ্ধৰ উপায় লোৱা হয়, নাইবা তাৰ একতৰফা সমাধান অন্য পক্ষৰ ওপৰত জোৰ কৰি জাপি দিবৰ চেষ্টা কৰা হয়, তেন্তে তাৰপৰা মানৱ-জাতিয়ে নিজৰ ধ্বংসৰ পথ তৈয়াৰ কৰা হয়।

এইবোৰ কথা অৱশ্যে নিৰ্ভৰ কৰে আন্তৰ্জ্জাতিক সমস্যাবোৰৰ শান্তিপূৰ্ণ সমাধানৰ সম্ভৱপৰতাৰ ওপৰত। বহুতে ভাৱে যে বিবদমান দুটা জাতিয়ে তেনে ক্ষেত্ৰত একমত হোৱাটো আশা কৰিব নোৱাৰি। কাৰণ তেওঁলোকৰ দৃষ্টিভঙ্গী আৰু নিজ নিজ স্বাৰ্থ পৰস্পৰ বিৰোধী হব পাৰে। দৃষ্টিভঙ্গীৰ অমিল হোৱাৰ কাৰণেই আজি ইমান বছৰে নানা আন্তৰাষ্ট্ৰীয় বৈঠক হোৱা স্বত্বেও জাৰ্ম্মানীৰ সমস্যা, অষ্ট্ৰীয়াৰ সমস্যা আদিৰ কোনো সমাধান হোৱা নাই বা তাৰ সম্ভাৱনা পৰ্য্যন্ত দেখা পোৱা নাই। ইয়াৰ ফলত আন্তৰ্জ্জাতিক সঙ্কট বৰং বৃদ্ধিহে পাইছে, কমা নাই।



এইটো কথা ঠিক যে আন্তৰ্জ্জাতিক ক্ষেত্ৰত কিছুমান বৰ কাঁইটীয়া সমস্যা আছে যিবিলাকৰ আপোছমূলক সমাধান সহজ নহয়। কিন্তু সহজ নহয় বুলিয়েই যে অসম্ভৱ হব তেনে কোনো অৰ্থ নাই। যি ক্ষেত্ৰত আপোছৰ বাহিৰে অন্য পথ—মানে আন্তৰ্জ্জাতিক বিবাদ আৰু যুদ্ধৰ পথ—যি যুদ্ধত জয় পৰাজয়ৰ প্ৰশ্ন পৰ্য্যন্ত অবান্তৰ, তেনে ক্ষেত্ৰত দুৰ্গম হলেও আপোছ-মীমাংসাৰ পথেই একমাত্ৰ পথ। ইতিমধ্যে দেখা গৈছে যে, ইণ্ডোচীনৰ যুদ্ধই যি সময়তে বিশ্ব-যুদ্ধৰ আকাৰ ধাৰণ কৰিব খুজিছিল, সেই সময়তে জেনেভা সন্মিলনৰ জৰিয়তে এই প্ৰশ্নৰ শান্তিপূৰ্ণ সমাধানৰ পথ ওলাল। সেইদৰে দুই পক্ষৰ ইচ্ছা, প্ৰচেষ্টা আৰু আন্তৰিকতা থাকিলে পৰস্পৰৰ ন্যায্য স্বাৰ্থৰ স্বীকৃতিৰ ভোটত জাৰ্ম্মান-সমস্যা বা অন্য যি কোনো সমস্যাৰে সমাধানৰ পথ ওলাব পাৰে; আৰু বিশ্বশান্তি ৰক্ষাৰ বাবে সেয়েই একমাত্ৰ পথ। কোনো জাপি দিয়া সমাধানে শান্তি স্থাপনত সহায় নকৰে। মূল কথা হৈছে শান্তিপূৰ্ণ সহ-অৱস্থানৰ নীতি মানি ললে শান্তিপূৰ্ণ আপোছ মীমাংসাৰ পথো মুকলি হব।

---

# বিশ্ব-শান্তিৰ সমস্যা

যোৱা দুখন বিশ্ব-মহাসমৰে পৃথিবীৰ বুকুত যি ধ্বংস-লীলাৰ তাণ্ডৱ দেখুৱাই গ'ল তাৰ বিভীষিকাৰ অন্ত নৌ হওঁতেই আজি আকৌ তৃতীয় মহাযুদ্ধৰ কথা উঠিছে। আজি সকলোৱে জানে যে যি আণবিক মাৰণাস্ত্ৰই হিৰোচিমা আৰু নাগাচাকি ধ্বংস কৰিলে তাৰ ব্যাপক প্ৰয়োগে গোটেই মানৱজাতিৰ বিনাশ সাধন কৰিব পাৰে; গতিকে তেনে মহাযুদ্ধত জয়-পৰাজয়ৰ কথা অতি অবান্তৰ। সেয়ে মানৱ জাতিৰ জীয়াই থকাৰ কাৰণে তৃতীয় মহাযুদ্ধ ঘটিবলৈ কোনোমতেই দিব নালাগিব, এই কথাত আজি ক'তো দুই মত নাই। দ্বিতীয় মহাযুদ্ধৰ আগতে নাজী আৰু ফেচিষ্টসকলে প্ৰচাৰ কৰিছিল যে পৃথিবীত যুদ্ধ অকল অপৰিহাৰ্য্যই নহয়, মানৱৰ মহৎ গুণবিলাকৰ বিকাশৰ কাৰণে অতি প্ৰয়োজন। কাৰণ শান্তিৰ সময়ত মানুহে নিজৰ স্বাৰ্থৰ কথা ভাবিবলৈ সুবিধা পায়। ব্যক্তিগত জীৱনৰ নানা ক্ষুদ্ৰ আৰু অবাঞ্ছনীয় কামত লাগি থাকি তাৰ মহৎ গুণবিলাকৰ বিকাশ সাধনৰ সুবিধা বেছি নাপায়। কিন্তু যেতিয়া দেশে দেশে যুদ্ধ হয়, তেতিয়া দেশৰ কাৰণে সাহসিকতা, স্বাৰ্থ-ত্যাগ, ব্যক্তিগত জীৱনৰ পৰা ওপৰত উঠি গোটেই জাতিৰ সমূহীয়া জীৱনৰ প্ৰেৰণাত অনুপ্ৰাণিত হৈ আনকি আত্ম-ত্যাগৰ কাৰণে সকলোৱে সাজু হব পাৰে। আজি আৰু কোনেও এই মতবাদ প্ৰচাৰ কৰিবলৈ সাহস নকৰে।

এটা মত আছে যে যুদ্ধ যদিও অবাঞ্ছনীয় তথাপি ই অপৰিহাৰ্য্য। মানৱসমাজ পৃথিবীত থাকে মানে যুদ্ধ থাকিবই। কাৰণ মানুহৰ জৈৱিক প্ৰয়োজন আছে, অৰ্থাৎ ভাত-কাপোৰৰ প্ৰয়োজন আৰু



বংশ-ৰক্ষাৰ প্ৰাকৃতিক তাগিদ আছে। কিন্তু ইফালে বংশ বৃদ্ধি যিমান ক্ষিপ্ৰগতিত হয় সিফালে খাদ্য উৎপাদন সেই অনুসাৰে বহুত কম পৰিমাণে হয়। কাৰণ তাৰ বাবে আমি কৃপণ প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰা হয়। এইদৰে এফালে জনসংখ্যা বাঢ়ি যায়, আনফালে সেই অনুপাতে খাদ্য অকুলন হয়। ফলত দুৰ্ভিক্ষ, মাৰি-মৰক আৰু জাতিয়ে জাতিয়ে যুদ্ধ হৈ বহুত মানুহ মৰে। এইদৰে কিছু বছৰ আকৌ চলে; আকৌ খাদ্য আৰু খাদকৰ অসামঞ্জস্য হৈ আকৌ যুদ্ধ-বিগ্ৰহাদি হৈ বহুত মানুহ মৰে। এয়ে হৈছে মানৱ জাতিৰ ইতিহাসৰ এটা অপৰিহাৰ্য্য ঘটনা। ইয়াক নিবোধ কৰাৰ ক্ষমতা মানুহৰ নাই; কাৰণ প্ৰকৃতিৰ উৎপাদিকা শক্তি মানুহৰ আয়ত্বৰ বাহিৰত। এই মতবাদৰ প্ৰচাৰ কৰোঁতা হৈছে অৰ্থনীতিবিদ্ মেলথাচ ( Malthus )। এই মতবাদ যদি বিজ্ঞান-সম্মত হয় তেন্তে বিশ্বশান্তিৰ কল্পনা অলীক।

এই মতবাদ ভ্ৰান্ত। কাৰণ প্ৰকৃতিৰ যি উৎপাদিকা শক্তি তাৰপৰা আধুনিক বৈজ্ঞানিক প্ৰণালীত খাদ্য উৎপাদন কৰিলে পৃথিবীৰ আজিৰ জনসংখ্যাৰ অনেক বেছিগুণ মানুহে স্বাচ্ছন্দ্যে বাস কৰিব পাৰে। অৱশ্যে উচ্চ বৈজ্ঞানিক উৎপাদন প্ৰণালীৰ ব্যাপক প্ৰয়োগ আদি হোৱা নাই আৰু তেনে প্ৰয়োগত বহুৰকম সামাজিক আৰু ৰাজনৈতিক বাধা আছে। কিন্তু যিহেতুকে সেইবোৰ বাধা সামাজিক আৰু ৰাজনৈতিক, সেইহেতু সি মানুহৰ আয়ত্বৰ ভিতৰত। ইচ্ছা কৰিলেই মানুহে সেইবোৰ পৰিৱৰ্ত্তন কৰিব পাৰে।

এইটো ঠিক যে স্থায়ী বিশ্বশান্তি মানুহৰ আয়ত্বৰ ভিতৰত, আৰু যিবোৰ সামাজিক আৰু ৰাজনৈতিক কাৰণত যুদ্ধ ঘটে সেইবোৰ শান্তিপূৰ্ণ চেষ্টাৰ দ্বাৰা মানুহে দূৰ কৰিব পাৰে। প্ৰথমে ৰাষ্ট্ৰনৈতিক বাধাৰ কথাই ধৰা যাওক। সেইটো হৈছে ৰাষ্ট্ৰীয় সাৰ্ব্বভৌমত্ব। পৃথিবীৰ বুকুত থকা সকলো স্বাধীন ৰাষ্ট্ৰই সাৰ্ব্বভৌম আৰু প্ৰত্যেক ৰাষ্ট্ৰৰ চৰকাৰে নিজৰ, নিজ জাতি আৰু ৰাষ্ট্ৰৰ স্বাৰ্থহে জানে। নিজৰ

স্বাৰ্থ-ৰক্ষাৰ কাৰণে যি কোনো জাতিয়ে শান্তিনীতি বা যুদ্ধনীতি নিজৰ ইচ্ছামতে গ্ৰহণ কৰিব পাৰে। সেই ইচ্ছাত বাধা দিবলৈ কোনো ৰকম আন্তৰ্জ্জাতিক নিয়মতান্ত্ৰিক সুবিধা নাই। নিজৰ ৰাষ্ট্ৰৰ স্বাৰ্থক বিসৰ্জ্জন দি আজিৰ অৱস্থাত বোধকৰো কোনো ৰাষ্ট্ৰই বিশ্বশান্তি ৰক্ষাৰ কথা নাভাবে। (অৱশ্যে যদি বিশ্বশান্তি কোনো ৰাষ্ট্ৰৰ নিজ স্বাৰ্থৰ অনুকূল হয় তেন্তে সেই ৰাষ্ট্ৰই শান্তিনীতি ৰক্ষা কৰি চলিব); গতিকে ৰাষ্ট্ৰবোৰ অন্ততঃ বৈদেশিক নীতিবোৰ বিশ্ব-শান্তিৰ অনুকূলে নিয়ন্ত্ৰিত কৰিব নোৱাৰিলে শান্তিস্থাপন হব বুলি আশা কৰিব নোৱাৰি। আৰু তাকে কৰিবলৈ হলে ৰাষ্ট্ৰবোৰৰ সাৰ্ব্বভৌমত্ব কিছু পৰিমাণে হলেও দূৰ কৰি এক বিশ্ব-চৰকাৰ গঠন কৰিব লাগিব। তেনেকুৱা এক বিশ্ব-চৰকাৰেহে (ওৱৰ্ল্ড গৱৰ্ণমেণ্ট) পৃথিৱীৰ বিভিন্ন জাতি আৰু দেশবোৰক এক শাসনৰ তললৈ আনি বিশ্বত স্থায়ী শান্তি প্ৰতিষ্ঠা কৰিব পাৰিব।

অৱশ্যে এইটো ঠিক যে ভবিষ্যতে এদিন গোটেই মানৱ জাতি এক বিশ্ব-ৰাষ্ট্ৰীয় শাসনৰ তললৈ আহিব লাগিব; এইটোৱে মানৱ ইতিহাসৰ ইঙ্গিত। কিন্তু আজিৰ দিনত সেইটো এটা সুদূৰ আৰু সুন্দৰ আদৰ্শ মাত্ৰ। আজিৰ বিশ্বৰ যি বাস্তৱ অৱস্থা তাত বিভিন্ন ৰাষ্ট্ৰসমূহে নিজ নিজ সাৰ্ব্বভৌমত্ব কোনো ৰকমে এৰি দিবলৈ সম্মত নহব। কাৰণ প্ৰত্যেক দেশৰে আভ্যন্তৰীণ অৱস্থা আৰু জাতীয় স্বাৰ্থ বহুত বেলেগ বেলেগ হৈ আছে। যেনে কিছুমান দেশ অৰ্থ-নৈতিক ক্ষেত্ৰত আৰু অন্যান্য ক্ষেত্ৰতো আন বহুত দেশতকৈ বহু উন্নত। যেতিয়ালৈকে ৰাষ্ট্ৰবোৰৰ ভিতৰত অৰ্থনৈতিক আৰু সাংস্কৃতিক অসমানতা নুগুচিব সিমান দিন পশ্চাৎপদ জাতি আৰু ৰাষ্ট্ৰবোৰে নিজ দেশ আৰু নিজৰ প্ৰয়োজন আৰু সুবিধানুযায়ী গঢ়ি তোলাৰ অধিকাৰ নিদিব। পিচপৰা দেশবোৰে উন্নত দেশবোৰৰ মুখৰ কথাত বিশ্বাস কৰিবলৈ টান পায়; কাৰণ উন্নত সাম্ৰাজ্যবাদী দেশবোৰে পৰাধীন আৰু পশ্চাৎপদ জাতিসমূহক নিৰ্ম্মমভাৱে শোষণ



কৰা কাম আজিও ব্যাপি আছে। বিশ্ব-চৰকাৰ গঠনৰ আন এটা ডাঙৰ বাধা মানৱ জাতিৰ ভিতৰত থকা বৰ্ণ-বৈষম্য। পৃথিৱীত শ্বেতকায় মানুহৰ সংখ্যা ক'লা, তাম-বৰণীয়া আৰু হেঙুলীয়া মানুহৰ সংখ্যাতকৈ বহুত কম। সেয়ে প্ৰস্তাৱিত বিশ্ব-চৰকাৰ যদি জনসংখ্যাৰ ভেটীত নিৰ্ব্বাচিত হব লগা হয়, তেন্তে সেই চৰকাৰত ক'লামানুহৰ প্ৰাধান্য হব। তেনে চৰকাৰ বগাজাতিৰ চৰকাৰবোৰে কেতিয়াও মানি নলয়। আনফালে বগাজাতি সমূহে যি বিশ্ব-চৰকাৰৰ সংগঠন তৈয়াৰ কৰিব তাত চৰকাৰ নিৰ্ব্বাচনৰ এনে ব্যৱস্থা ৰাখিবৰ চেষ্টা কৰিব যাতে যি কোনো অৱস্থাতে বগা মানুহৰ প্ৰাধান্য সেই চৰকাৰত থাকে। কিন্তু তেনে শাসনতন্ত্ৰ ক'লা জাতি সমূহে কেতিয়াও মানি নলয়। মুঠৰ ওপৰত পৃথিৱীৰ আজিৰ সভ্যতাৰ অৱস্থাত যদি কোনো বিশ্ব-চৰকাৰ জাপি দিয়া হয় সেই চৰকাৰ হ'ব সাম্ৰাজ্যবাদী ক্ষমতাশালী জাতিসমূহৰ শাসন আৰু শোষণ নিকপকপীয়া কৰাৰ ব্যৱস্থাহে। সেই চৰকাৰে কেতিয়াও অনুন্নত দেশবোৰৰ শিল্প-বাণিজ্য, শিক্ষা-সংস্কৃতি আদিৰ বিকাশৰ চেষ্টা কেতিয়াও নকৰে।

বিশ্ব-চৰকাৰ স্থাপনৰ আন এটা প্ৰধান প্ৰয়োজন হৈছে বিশ্বৰ সকলো মানুহে কোনো এটা নিৰ্দ্দিষ্ট জীৱন ধাৰণৰ আৰু সমাজ-জীৱনৰ আদৰ্শ (Way of life and social ideology) মানি লোৱাটো, কিন্তু আজি বিশেষকৈ দুটা পৰস্পৰ বিপৰীতমুখী আদৰ্শই পৃথিৱীত স্থান পাইছে। সেয়ে হৈছে সাম্যবাদ আৰু ধনতন্ত্ৰবাদী গণতন্ত্ৰ। আজিৰ দিনত এনে অৱস্থা হোৱা নাই যে সাম্যবাদী বা ধনতন্ত্ৰবাদী দেশসমূহে নিজ ইচ্ছাতে আৰু বিনা যুদ্ধে নিজৰ আদৰ্শ এৰি আনটো আদৰ্শ গ্ৰহণ কৰিব। আৰু সেইটো নোহোৱালৈকে সেইবোৰ ৰাষ্ট্ৰই নিজৰ সাৰ্ব্বভৌমত্ব কেতিয়াও এৰি নিদিয়ে। ভাৰতবৰ্ষৰ কথা ধৰিলেই দেখা যাব যে আমি ভাৰতবাসীয়ে নিজৰ ভাগ্য আৰু ভবিষ্যৎ নিজে ঠিক কৰি লবলৈ

বিচাৰিম। আমাৰ সেই অধিকাৰত কোনো ৰকমৰ হস্তক্ষেপ আমি সহ্য নকৰো। গতিকে ভিন আদৰ্শৰ ভিত্তিত গঠিত কোনো প্ৰকাৰ বিশ্ব-চৰকাৰতে ভাৰতবৰ্ষই যোগ নিদিব। অন্য দেশ সমূহৰ ক্ষেত্ৰতো সেই একে কথাই খাটে। অৱশ্যে এইটো ঠিক যে যি পৰ্য্যন্ত পৃথিবীৰ বিভিন্ন অংশত বিভিন্ন সামাজিক অৱস্থা আৰু আদৰ্শ ( ideology ) থাকিব সিমান দিন পৃথিবীত শান্তি নিৰাপদ হব বুলি ক'ব নোৱাৰি। কাৰণ বিজ্ঞান-বাণিজ্য আদিয়ে পৃথিবীৰ পৰিসৰ বস্তুতঃ বৰ ঠেক কৰি পেলাইছে। গতিকে ভিন আদৰ্শবাদী দেশবোৰৰ ভিতৰত নানা ৰকম সংঘাত আৰু সংঘৰ্ষ লাগি থকাৰ সম্ভাৱনা অতি বেছি। গতিকে আজিৰ অৱস্থাত বিশ্ব-শান্তিৰ পথ অতি সংশয়াচ্ছন্ন আৰু কণ্টকাকীৰ্ণ। আৰু যিমান দিন এই অস্বস্তি আৰু সংশয় দেশ সমূহৰ মাজত থাকিব সিমান দিন দেশে দেশে প্ৰকৃত বিশ্বাস আৰু নিৰ্ভৰশীলতা স্থাপিত হোৱাৰ আশা নাই। এই অৱস্থাত কোনো ৰকম আন্তৰ্জ্জাতিক চুক্তিৰো মূল্য নাথাকে। আৰু আজি পৰ্য্যন্ত দেখা গৈছে যে কোনো প্ৰকাৰ আন্তৰ্জ্জাতিক চুক্তিকে জাতি সমূহে মানি চলা নাই। সেয়ে তথাকথিত আন্তৰ্জ্জাতিক আইনবোৰ মাত্ৰ কিছুমান সদিচ্ছাপূৰ্ণ ভাবনাত বাহিৰে আন একো নহয়। গতিকে যেতিয়ালৈকে আন্তৰ্জ্জাতিক ক্ষেত্ৰত কোনো প্ৰকাৰ নৈতিক বা আইনগত বন্ধন বা সংগ্ৰাম সকলো দেশে মানি নলয় বা লোৱাৰ সম্ভাৱনা নাথাকে তেতিয়ালৈকে প্ৰত্যেক দেশে বহিঃৰাষ্ট্ৰীয় আদান-প্ৰদানৰ ক্ষেত্ৰত নিজৰ স্বাৰ্থৰ দ্বাৰা আৰু নিজৰ সামৰিক আৰু সামূহিক শক্তিৰ ওপৰত নিৰ্ভৰ কৰি চলিব।

কিন্তু যেতিয়ালৈকে দেশবোৰে আন্তৰ্জ্জাতিক ক্ষেত্ৰত নিজৰ সামৰিক শক্তিৰ ওপৰত নিৰ্ভৰ কৰিব লগা হয় তেতিয়া প্ৰত্যেক দেশে নিজৰ সামৰিক শক্তি বৃদ্ধি কৰাত লাগি যায়, আৰু জন-সাধাৰণক কয় যে বিশ্ব-শক্তি ৰক্ষাৰ বাবে অস্ত্ৰসজ্জাৰ প্ৰয়োজন



অৰ্থাৎ শক্তিৰ ভিতৰেদিহে শান্তি আহিব পাৰে। ইয়াৰ তাৎপৰ্য্য হৈছে যে যেতিয়া বিভিন্ন দেশৰ সামৰিক শক্তিৰ এটা ভাৰসাম্য হব তেতিয়া কোনো দেশে কোনো দেশৰ লগত যুজ নকৰিব। ইয়াকেই ইংৰাজীত বোলে Balance of Power বা শক্তিৰ ভাৰসাম্য।

কিন্তু বিশ্ব-শান্তি ৰক্ষাৰ অৰ্থে শক্তিৰ ভাৰসাম্যৰ যুক্তিটো এটা স্ব-বিৰোধী যুক্তি। কাৰণ অস্ত্ৰ-সজ্জা কৰিলে তাৰ ব্যৱহাৰ কৰাৰ প্ৰবৃত্তিও তীব্ৰ হৈ পৰে। এখন সমৰসজ্জিত দেশৰ শাসকে নিজৰ নীতিৰ বিৰোধিতা দূৰ কৰিবলৈ অন্য দেশৰ ওপৰত শক্তি প্ৰয়োগ কৰাটো সহজ হৈ পৰে। তেনেকুৱা কাৰণতেই পৃথিবীৰ প্ৰথম মহাযুদ্ধ সংঘটিত হৈছিল। তদুপৰি এখন দেশে অন্য এখন দেশৰ শক্তিৰ পৰিমাণ কৰিবৰ সম্যক সুবিধা নথকাত বহু সময়ত অনুমানৰ ওপৰত আৰু গুপ্তচৰৰ ভাষ্যৰ ওপৰত ভিত্তি কৰি সেই দেশ শক্তি সম্বন্ধে ভুল ধাৰণাৰ বশৱৰ্ত্তী হৈ নিশ্চিন্ত বিজয়ৰ ধাৰণা লৈ যুদ্ধত নামি যায়। যোৱা দ্বিতীয় মহাযুদ্ধত হিট্‌লাৰে চোভিয়েট ৰুচিয়াৰ শক্তি আৰু সংহতিৰ প্ৰতি ভ্ৰান্ত ধাৰণাৰ বশৱৰ্ত্তী হৈ ৰুচিয়াৰ বিৰুদ্ধে যুদ্ধ কৰি সমূলে পৰাজিত হব লগা হয়। গতিকে শক্তিৰ ভাৰসাম্যই কেতিয়াও বিশ্ব-শান্তি প্ৰতিষ্ঠা কৰিব নোৱাৰে; বৰং ই বিশ্ব-যুদ্ধৰ সম্ভাৱনাক আৰু বেছি সহজ কৰি দিয়ে, গতিকে আজি আমেৰিকা, ইংলণ্ড আৰু উত্তৰ আটলাণ্টিক চুক্তিবদ্ধ শক্তি সমূহৰ ভিতৰত যি অস্ত্ৰসজ্জাৰ ধুমধাম পৰি গৈছে সি ভৱিষ্যতৰ কাৰণে কেতিয়াও মঙ্গলজনক হব নোৱাৰে। ই তৃতীয় মহাযুদ্ধৰ সম্ভাৱনাক আৰু বেছি আগবঢ়াই আনিছে। আজি পাশ্চাত্য শক্তিসমূহৰ এই অস্ত্ৰ-সজ্জা স্পষ্ট ভাৱে চোভিয়েট ৰুচিয়া আৰু চীন দেশৰ বিৰুদ্ধে। কিন্তু ৰুচিয়া আৰু চীনৰ বিৰুদ্ধে সৰ্ব্বাত্মক সংগ্ৰামৰ ফলাফলৰ নিশ্চয়তা নাই; আনফালে বিভিন্ন পাশ্চাত্য দেশসমূহৰ পৰস্পৰৰ ভিতৰত সাম্ৰাজ্যবাদী স্বাৰ্থৰ সংঘাত আছে। গতিকে সমৰ সজ্জাৰ ফলত

অৰ্থনৈতিক স্বাৰ্থ সংঘাতে গৈ যে মৰণাস্ত্ৰৰ সংঘাতত পৰিণত নহব তাৰ কোনো নিশ্চয়তা নাই।

দেখা যায় যে আজিৰ পৃথিবীত সাম্যবাদী আৰু ধনতন্ত্ৰবাদী বিৰোধেই অকল নাই—সাম্ৰাজ্যবাদী বিৰোধো আছে। এই দুই বিৰোধে বিশ্ব-শান্তি বিপদ-সঙ্কুল কৰি পেলাইছে। কিন্তু তাৰ ভিতৰেদিও বিশ্বৰ বুকুত শান্তিৰ সম্ভাৱনা আছে। সেই সম্ভাৱনা হৈছে বিশ্বৰ জনসাধাৰণৰ শান্তিৰ কামনা। যোৱা দুই মহাসমৰৰ অভিজ্ঞতাই জনসাধাৰণক তীব্ৰভাৱে যুদ্ধৰ বিৰোধী কৰি তুলিছে। নিজৰ দেশক অন্য দেশৰ আক্ৰমণৰ পৰা ৰক্ষা কৰিবলৈহে আজি পৃথিবীৰ জনসাধাৰণক যুদ্ধত নমাব পৰা যাব; অন্য কোনো কাৰণতেই, কোনো বৃহৎ আদৰ্শ প্ৰচাৰ অৰ্থে, কোনো বন্ধুতা ৰক্ষাৰ অৰ্থে বা কোনো সাম্ৰাজ্যবাদী স্বাৰ্থ ৰক্ষাৰ কাৰণে আজি কোনো দেশৰ জনসাধাৰণে যুদ্ধলৈ আগ নাবাঢ়ে, আৰু জনসাধাৰণৰ সক্ৰিয় সহযোগিতা নহলে কোনো যুদ্ধকামী চৰকাৰে যুদ্ধত নামিব নোৱাৰে, কাৰণ যুদ্ধ হৈছে সামগ্ৰিক যুদ্ধ, কেৱল সৈন্যবাহিনীৰ যুদ্ধ নহয়। গতিকে যদি কোনো শক্তিয়ে আজি বিশ্বত যুদ্ধ লগাব খোজে তেন্তে নানা কু-প্ৰচাৰ, মিছা প্ৰচাৰ, অলীক ভয় আৰু বিভীষিকা দেখুৱাই জনসাধাৰণৰ সহজ দেশপ্ৰেমৰ আৰু আন্তৰ্জ্জাতিক অজ্ঞতাৰ সুবিধা লৈ জনসাধাৰণক বিপথে চলাইহে যুদ্ধত নিয়োগ কৰিব পাৰিব। কিন্তু যদিও সেই সম্ভাৱনা আজিও আছে, যদিও নানা মিছা প্ৰচাৰ আৰু ভুল ধাৰণাত জনসাধাৰণক বিভ্ৰান্ত কৰিব পৰা আজিও সম্ভৱ, তথাপি জনসাধাৰণে আন্তৰ্জ্জাতিক ক্ষেত্ৰত প্ৰকৃত ঘটনাবোৰৰ তথ্য লাভ কৰাৰ কিছুমান বিশেষ সুবিধা আজিৰ দিনত আছে যিবোৰ সুবিধা আগতে নাছিল। তাৰে এটা প্ৰধান উপায় হৈছে সম্মিলিত জাতিসংঘ (U.N.O.)। বহুতৰ ধাৰণা জাতিসংঘই পৃথিবীত শান্তি ৰক্ষা কৰিব নোৱাৰে। ই আজি পৰাক্ৰমী দেশ সমূহৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে চালিত হৈছে। গতিকে ই পথভ্ৰষ্ট হৈছে। ইয়াৰ আগতে



প্ৰথম মহাযুদ্ধৰ পাচতো জাতিসমূহৰ মাজত শান্তি ৰক্ষাৰ অৰ্থে 'লীগ্ অৱ নেচন্চ' হৈছিল। কিন্তু সেই লীগে দ্বিতীয় মহাযুদ্ধ বন্ধ কৰিব নোৱাৰিলে। সেইদৰে এই জাতিসংঘয়ো তৃতীয় মহাযুদ্ধ বন্ধ কৰিব নোৱাৰিব। যি সকলে এইদৰে ভাবে, সিসকলে পাহৰি যায় যে জাতি-সংঘ এটা বিশ্ব-চৰকাৰ নহয় যে ই কোনো আন্তৰ্জ্জাতিক আইন প্ৰণয়ন কৰি তাক নিজ ক্ষমতাৰ দ্বাৰা ৰাষ্ট্ৰসমূহৰ ওপৰত জাহিৰ কৰিব পাৰিব। আগতেই বিশ্ব-চৰকাৰৰ অবাস্তৱতাৰ বিষয় আলোচনা কৰা হৈছে। সেই হিচাপে যদি কোনো পৰাক্ৰমী জাতিয়ে পৃথিবীত যুদ্ধ লগাব খোজে তেন্তে সেই দেশক কোনেও যুদ্ধ কৰাৰ পৰা নিৰস্ত্ৰ কৰিব নোৱাৰে। জাতিসংঘৰ সেই ক্ষমতা নাই। কিন্তু জাতিসংঘত আজি সকলো প্ৰধান দেশ সভ্য-ভুক্ত হৈ থকাৰ কাৰণে বিশ্ববাসীয়ে বিচাৰে যে আন্তৰ্জ্জাতিক সকলো সমস্যাৰ সমাধান জাতিসংঘত শান্তিপূৰ্ণ আলাপ আলোচনাৰ ভিতৰেদি সমাধান হব লাগে। হয়তো আলাপ আলোচনাৰ ভিতৰেদি তেনে সমস্যাবোৰৰ সোনকালে সৰ্ব্বসন্মত সমাধান নহব পাৰে, কিন্তু তাৰ সমাধানৰ অৰ্থে যুদ্ধত প্ৰবৃত্ত নহৈ জাতিসংঘত প্ৰত্যেক দেশে নিজ নিজ মতামত ব্যক্ত কৰি বিশ্ববাসীৰ বিচাৰ আৰু সমৰ্থনৰ অৰ্থে দাঙি ধৰিব পাৰে। যেতিয়া এখন দেশে জাতিসংঘত কোনো সমস্যা সম্বন্ধে নিজৰ মতামত ব্যক্ত কৰে তেতিয়া সেই যুক্তিৰ যথা-যোগ্যতা আৰু ন্যায্যতা সম্বন্ধে বিচাৰ কৰিব পাৰিব; আৰু যি দেশৰ আন্তৰ্জ্জাতিক নীতি যুক্তিপূৰ্ণ আৰু ন্যায়সঙ্গত সেই দেশক বিশ্বৰ জনসাধাৰণে সমৰ্থন কৰিব। গতিকে যি দেশৰ নীতি যুদ্ধবাদী সেই দেশে জনসাধাৰণৰ সমৰ্থন নাপাই যুদ্ধ কৰিবলৈ আগবাঢ়িব নোৱাৰিব। হয়তো জাতিসংঘৰ বা তাৰ নিৰাপত্তা পৰিষদৰ অধিবেশনত কেৱল বিৰুদ্ধ মতাৱলম্বী দেশ সমূহৰ পৰস্পৰৰ ভিতৰত বাক-বিতণ্ডা বা গালাগালিয়েই সাৰ হব পাৰে; কিন্তু সেই যে বাক-বিতণ্ডা বা গালাগালি কৰিবৰ সুবিধাটো

আছে সেয়ে যুদ্ধৰ সম্ভাবনা বহুখিনি হ্রাস কৰি দিছে। আজি জন-গণতন্ত্রী চীনদেশ জাতিসংঘৰ বাহিৰত আছে। সেই কাৰণে চীনদেশৰ কাৰ্য্যকলাপ সম্বন্ধে চীন চৰকাৰৰ বক্তব্য বিশ্ব দৰবাৰত আজি উপস্থাপিত হব পৰা নাই আৰু লগে লগে সুদূৰ প্ৰাচ্যৰ সমস্যাবোৰৰো কোনো সমাধানৰ পথ পোৱা হোৱা নাই। বিশ্ব-শান্তিৰ প্ৰয়োজনত সেই কাৰণে চীন দেশক জাতিসংঘৰ সভ্যশ্ৰেণী ভুক্ত কৰা একান্ত প্ৰয়োজন। চীন দেশৰ বিনা উপস্থিতিত চীনক কোৰিয়াত আক্ৰমণ-কাৰী বুলি ভোটাধিক্যত জাতিসংঘৰ সাধাৰণ সভাত ঘোষণা কৰা হৈছে। কিন্তু যিহেতু চীন চৰকাৰে আত্মপক্ষ সমৰ্থন কৰিব নেপালে, সেই হিচাপে জনসাধাৰণৰ নৈতিক সমৰ্থনো সেই প্ৰস্তাৱত নাথাকিল। আৰু বিশেষকৈ ভাৰত আৰু ৰুচিয়াই এটা প্ৰস্তাৱৰ বিপক্ষে ভোট দিয়াত এচিয়াৰ বিপুল জনসাধাৰণে এটা প্ৰস্তাৱৰ বিৰোধী হৈ থাকিল; গতিকে চীনৰ বিৰুদ্ধে যুদ্ধ কৰাৰ কোনো সম্ভাৱনা নোহোৱা হল। জাতিসংঘৰ জৰিয়তে এই যুদ্ধ বন্ধ কৰিবলৈ জনসাধাৰণে এইখিনি সুবিধা নোপোৱা হলে আৰু কোৰিয়া আৰু সুদূৰ প্ৰাচ্যত জেঃ মেকাৰ্থাৰৰ নীতি চলোৱা হলে এই এচিয়াতেই ইমান দিনে তৃতীয় মহাযুদ্ধ আৰম্ভ হৈ গলহেতেন।

কিন্তু চীনক আক্ৰমণকাৰী বুলি ঘোষণা কৰাটো যদি ভুল হৈছে তেন্তে জাতিসংঘই সেই প্ৰস্তাৱ গ্ৰহণ কৰি বিশ্ব-শান্তিৰ বিৰোধী কাম কৰিছে। ঠিক এনেকুৱা কাৰণতেই অৰ্থাৎ ভোটৰ বলত লীগ অব্ নেচন্‌চত প্ৰস্তাৱ পাছ বা নাকচ কৰাৰ কাৰণতেই লীগ্ থকা স্বত্বেও দ্বিতীয় যুদ্ধ হ'ল। যেনে ইটালীয়ে যেতিয়া আবিচিনীয়া আক্ৰমণ কৰি শান্তি ভঙ্গ কৰে, তেতিয়া জাতিসংঘত ইটালীৰ বিৰুদ্ধে অৰ্থ নৈতিক অৱৰোধ কৰিব লাগে বুলি তোলা প্ৰস্তাৱ সাম্ৰাজ্যবাদী সকলে সৰু সৰু ৰাষ্ট্ৰৰ ভোটৰ বলত নাকচ কৰি আৰু সেই একে ৰকম ভোটৰ জৰিয়তে স্পেইন দেশৰ গণতান্ত্ৰিক চৰকাৰক ফেচিষ্ট ফ্ৰাঙ্কোৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ পন্থা গ্ৰহণ কৰিব লাগে বুলি কৰা প্ৰস্তাৱ নাকচ



কৰি ফেচিষ্ট সকলক পৃথিবীৰ শান্তি ভঙ্গ কৰাত প্ৰৰোচনা দিব পাৰিলে। এতিয়াও জাতিসংঘত থকা নানা সৰু সৰু ৰাষ্ট্ৰৰ ভোটৰ বলত হয়তো শান্তিৰ বিপক্ষে আৰু যুদ্ধবাদীক সমৰ্থন কৰি প্ৰস্তাৱ লব পৰা অৱস্থা আছে। গতিকে জাতিসংঘও লীগ্ অব্ নেচন্‌চৰ নিচিনাই শান্তি ৰক্ষাৰ বাবে অপাৰগ।

অৱশ্যে জাতিসংঘৰ যি চনদ তাক সংশোধন কৰি নিৰাপত্তা পৰিষদৰ ক্ষমতাক সাধাৰণ সভাৰ ওপৰত দিয়াত হে আজি জাতি-সংঘৰ এই দুৰ্ব্বলতা দেখা দিছে। কিন্তু যেতিয়া ১৯৪৫ চনত জাতিসংঘৰ চনদ ( U. N. Charter ) গৃহীত হয় তেতিয়া লীগৰ সেই দুৰ্ব্বলতা দূৰ কৰি সংঘক শান্তিৰ কাৰ্য্যকৰী শক্তি হিচাবে গঠিত কৰিবলৈ নিৰাপত্তা পৰিষদক শান্তিৰক্ষাৰ সম্পূৰ্ণ ভাৰ দিয়ে; আৰু বৃহৎ পঞ্চ-শক্তিৰ গাতেই যিহেতু বিশ্বৰ শান্তিৰক্ষাৰ দায়িত্ব, তেওঁলোকক তাৰ স্থায়ী সভ্য নিযুক্ত কৰে আৰু যাতে আন্তৰ্জ্জাতিক কোনো ব্যৱস্থা গ্ৰহণ কৰিব লাগিলে সেই পঞ্চ-শক্তিয়ে একমত হৈ তাৰ দায়িত্ব দিয়া হয়। ইয়াকেই বোলে Principle of Unanimity বা সৰ্ব্বসম্মতিৰ নীতি; অৰ্থাৎ সাধাৰণ ভাষাত যাক বোলা হয় Veto. এই নীতিৰ তাৎপৰ্য্য এই যে আন্তৰ্জ্জাতিক সমস্যাৰ সমাধান গাৰ বলেৰে কৰিব নোৱাৰি। সেইবোৰ সমস্যা সমাধানৰ দুটা পথ আছে, এটা হৈছে আলাপ-আলোচনা, তৰ্ক-বিতৰ্ক আদিৰ পথ আৰু আনটো যুদ্ধৰ পথ। যাতে যি কোনো বৃহৎ শক্তিয়ে সেইবোৰৰ সমাধানৰ কাৰণে যুদ্ধৰ পথ নলৈ শান্তিৰ পথ লয় তাৰ বাবে সেই শক্তি সমূহক নিৰাপত্তা পৰিষদৰ স্থায়ী সভ্য কৰা হৈছে। কথা হৈছে, কোনো সমস্যা সম্বন্ধে তেওঁলোক একমত হব নোৱাৰা পৰ্য্যন্ত কথা-বাৰ্ত্তা আলাপ-আলোচনা চলাই যাওক, এমাহত সিদ্ধান্ত নহয় এবছৰ আলোচনা কৰক; এবছৰত নহয় কেবা বছৰো আলোচন কৰক, কিন্তু যাতে অন্য পন্থা অৰ্থাৎ যুদ্ধৰ পন্থা নলয়। নিৰাপত্তা পৰিষদৰ সেইবোৰ আলোচনাত কোনো

দেশে কি যুক্তি দিছে, কোন দেশে শান্তিৰ অৰ্থে নীতি লৈছে, তাক কোনো ৰাষ্ট্ৰই সৰু ৰাষ্ট্ৰৰ আঁৰত গা ঢকা দি বিশ্বৰ জনসাধাৰণৰ দৃষ্টিৰ পৰা লুকুৱাই ৰাখিব নোৱাৰিব ; আৰু নিজ দেশৰ নীতিৰ দায়িত্ব নিজে লব লগা অৱস্থাত পৰিব। যদি কোনো বৃহৎ শক্তিয়ে নিৰাপত্তা পৰিষদত কোনো প্ৰস্তাৱৰ বিৰোধিতা কৰে তেন্তে প্ৰস্তাৱটো শান্তিৰ পক্ষে নে বিপক্ষে সেইটো জনসাধাৰণে বুজিব পাৰিব আৰু গতিকে সেই শক্তিয়ে প্ৰস্তাৱটো বিৰোধিতা কৰি শান্তিৰ পক্ষে কাম কৰিলে নে যুদ্ধবাদী ৰূপে কাম কৰিলে তাকো জনসাধাৰণে বিচাৰ কৰিব পাৰিব। যদি সেই দেশৰ বিৰোধিতা শান্তিৰ বিপক্ষে হয় তেন্তে জনসাধাৰণে সেই দেশৰ বিৰুদ্ধে নৈতিক শক্তি প্ৰয়োগ কৰিব পাৰিব। আৰু আজি জগতত এনে কোনো প্ৰবল প্ৰতাপী জাতি নাই যিয়ে বিশ্বৰ জনসাধাৰণৰ নৈতিক সমৰ্থনক উপেক্ষা কৰি কাৰো বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিব পাৰে। বিশ্বৰ জনমত বিপক্ষে থকাৰ কাৰণে ট্ৰুমেন চাহাবে কোৰিয়াত এটম বোমা পেলাম বুলিও পেলাব নোৱাৰিলে।

আজি যাতে বিশ্বৰ জনসাধাৰণক কোনো যুদ্ধবাদী চৰকাৰে আওপকীয়া ভাবে ঠগাব নোৱাৰে তাৰ বাবে এই ভেটোৰ নীতিয়ে সুবিধা কৰি দিছে। এইখিনিতেই জাতিসংঘৰ চনদৰ বিশেষ বৈশিষ্ট্য, আৰু এই হিচাবেই লীগ্ অৱ্ নেচন্‌চতকৈ জাতিসংঘ বিশ্বশান্তি ৰক্ষাৰ বাবে বেচি কাৰ্য্যকৰী। কিন্তু আমেৰিকাৰ নেতৃত্বত জাতি-সংঘৰ সাধাৰণ অধিবেশনে ভোটাধিক্যত এই চনদ সংশোধন কৰি নিৰাপত্তা পৰিষদৰ যি ক্ষমতা তাক সাধাৰণ সভাকো দিছে ; ফলত বৃহৎ পাঁচ শক্তিৰ শক্তি ৰক্ষাৰ যি দায়িত্ব সি সেই শক্তি সমূহৰ ওপৰত পোণপটীয়া ভাৱে নপৰি সৰু সৰু ৰাষ্ট্ৰবোৰৰ ভোটাধিক্যৰ ওপৰত পৰিল। উদাহৰণ স্বৰূপে কাশ্মীৰ সমস্যাৰ কথাই ধৰা হওক। বৰ্ত্তমান তাৰ সমাধানৰ অৰ্থে জাতিসংঘত যি ইঙ্গ-মাৰ্কিণ প্ৰস্তাৱ গৃহীত হৈছে ভাৰত চৰকাৰে আৰু ৰুচিয়াই তাৰ বিৰোধিতা



কৰিছে। কিন্তু সেই প্ৰস্তাৱ ন্যায়ৰ ভিত্তিত ৰচিত নহলেও ভোটাধিক্যত গৃহীত হব পাৰে ; কিন্তু ভোটাধিক্য হলেও সি শান্তিৰ পৰিপন্থী হব পাৰে।

আজি এটা কথা অতি স্পষ্ট যে আমেৰিকা, ইংল্যাণ্ড, ফ্ৰান্স, ৰুচিয়া আৰু চীন, এই বৃহৎ পাঁচ শক্তিৰ যি কোনো এক বা ততোধিক শক্তিৰ দ্বাৰাই হে বা সক্ৰিয় সহযোগতহে বিশ্ব-যুদ্ধ হোৱাৰ সম্ভাৱনা। আৰু সেই কাৰণে যুদ্ধ নোহোৱা কৰিব লাগিলে এই পাঁচ শক্তিয়ে —অন্যে আগে আক্ৰমণ নকৰিলে যুদ্ধ নকৰো বুলি স্বীকাৰ কৰিব লাগিব আৰু আন্তৰ্জ্জাতিক সকলো সমস্যাৰ সমাধান আপোচ মীমাংসাৰ দ্বাৰাহে কৰিব বুলি প্ৰতিজ্ঞাবদ্ধ হব লাগিব। সেইটো হব লাগিলে এই বৃহৎ পাঁচোটা শক্তিৰ প্ৰত্যেকে অন্য শক্তি বা শক্তি সমূহৰ বিৰুদ্ধে আক্ৰমণ নকৰো বুলি এক চুক্তিত আৱদ্ধ হব লাগিব। তেতিয়াহে বিশ্বৰ জনসাধাৰণে নিশ্বাস পেলাব।

কোনোৱে কব পাৰে যে পৃথিবীত সাম্যবাদ থাকে মানে শান্তি নাই আৰু অন্য কোনোৰ মতে ধনতন্ত্ৰবাদ পৃথিবীত থাকিলে শান্তি নাই। গতিকে স্থায়ী শান্তিৰ বাবে তৃতীয় মহাযুদ্ধৰ দ্বাৰা সাম্যবাদক বা পক্ষান্তৰে ধনতন্ত্ৰবাদক ধ্বংস কৰিব লাগিব। এইটো ঠিক যে যদি কোনোৱে বিশ্বাস কৰে যে জগতৰ মঙ্গলৰ কাৰণে গোটেই বিশ্বত ধনতন্ত্ৰবাদ বা পক্ষান্তৰে সাম্যবাদৰ বিস্তাৰ হোৱা উচিত তেন্তে তেওঁ তাৰ বিপৰীতটোৰ বিৰোধিতা কৰিব আৰু ইটোৰ বিস্তাৰৰ বাবে যত্নৱান হব। কথা হৈছে যে পৃথিবীত নিজ নিজ মতবাদ প্ৰচাৰৰ সুবিধা সকলো দেশৰে থাকিব লাগিব ; কিন্তু সেই মতবাদক অন্য দেশত কাৰ্য্যকৰী কৰিবলৈ বল প্ৰয়োগ বা যুদ্ধ কৰিব নোৱাৰিব। ধৰা যাওক, ভাৰতবৰ্ষৰ জনসাধাৰণে যদি ধনতন্ত্ৰবাদী নীতি নিজ দেশত চলাবলৈ বিচাৰে তেন্তে সেই সাৰ্ব্বভৌম অধিকাৰ ভাৰতৰ থাকিব লাগিব, আৰু ভাৰতৰ জনসাধাৰণৰ ওপৰত জোৰ কৰি সাম্যবাদ বা ফেচীবাদ বা আন কোনো বাদ জাপি দিবৰ অধিকাৰ বা সুবিধা থাকিব

নোৱাৰিব। পৃথিবীৰ বিভিন্ন দেশে স্বাধীন ভাৱে নিজ নিজ দেশৰ ভাগ্য স্থিৰ কৰাৰ অধিকাৰৰ ওপৰতহে ভবিষ্যতৰ শান্তি নিৰ্ভৰ কৰিছে।

আজি পৃথিবীৰ সকলো দেশে প্ৰত্যেক জাতিৰ স্বাধীনতা লাভৰ অধিকাৰ মুখত হলেও মানি লৈছে, কিন্তু তথাপিও পৃথিবীত সাম্ৰাজ্যবাদৰ শোষণ আৰু নিষ্পেষণ চলি আছে। এই সাম্ৰাজ্যবাদ পৃথিবীৰ পৰা দূৰ নহলে বিশ্বশান্তি সদায় অনিশ্চিত হৈ থাকিব। জাতিসংঘৰ চনদত এইটো স্বীকৃত হৈছে যে প্ৰত্যেক জাতিৰে স্বাধীনতাৰ অধিকাৰ আছে; আৰু পশ্চাৎপদ যি সমূহ জাতিয়ে আজি উন্নত জাতিবোৰৰ তলতীয়া হৈ আছে সেইবাৰে সময় মতে যাতে স্বকীয় দায়িত্ব লব পৰা হয় তাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিবলৈ বিদেশী শাসক চৰকাৰক নিৰ্দ্দেশ দিছে। আৰু সেইবোৰ দেশৰ স্বায়ত্ব-শাসনৰ অনুষ্ঠান সমূহ কাৰ্য্যতঃ কিদৰে প্ৰতিষ্ঠিত হৈছে আৰু কিদৰে কাৰ্য্যক্ষেত্ৰত আগ বাঢ়িছে তাৰ নিয়মীয়া হিচাপ-নিকাচ কৰিবলৈ জাতিসংঘৰ ভিতৰত এটা ন্যাস-ৰক্ষা সমিতি ( Trusteeship Council ) গঠন কৰি দিয়া হৈছে। তাৰ ফলত জাতিসংঘৰ জৰিয়তে আজি পৰাধীন জাতিসমূহে নিজৰ স্বাধীনতা লাভৰ বাবে বিশ্বৰ জনসাধাৰণৰ প্ৰকাশ্য সমৰ্থন আৰু আন কি কাৰ্য্যকৰী সহায় পোৱাৰো সুবিধা হৈছে। অৱশ্যে প্ৰত্যেক পৰাধীন জাতিয়ে নিজৰ স্বাধীনতা সংগ্ৰাম কৰি লাভ কৰিব লাগিব, জাতিসংঘই সেই সংগ্ৰামৰ ভাৰ লব নোৱাৰে। কিন্তু সেইবোৰ দেশে ভাৰত, চীন আদি সাম্ৰাজ্যবাদ-বিৰোধী স্বাধীন দেশসমূহৰ সক্ৰিয় সমৰ্থন পাব পাৰিছে, গতিকে গণ-সংগ্ৰামৰ পথেদি সাম্ৰাজ্যবাদ দূৰীকৰণৰ ভিতৰেদি বিশ্বত স্থায়ী শান্তিৰ সম্ভাৱনা আছে। অৱশ্যে সেই সম্ভাৱনাক বাস্তৱত পৰিণত কৰিবলৈ বিশ্বৰ জনসাধাৰণক বিশ্ব-শান্তি ৰক্ষাৰ দায়িত্ব সম্বন্ধে সজাগ কৰি তুলিব লাগিব। এই কাম প্ৰত্যেক দেশৰ শান্তিকামী নেতৃস্থানীয় লোকসকলে আগবাঢ়ি আহি কৰিলেহে বিশ্ব-শান্তি নিশ্চিত হব।

—সমাপ্ত—

# সুন্দৰ-অসীম আৰু ভয়ঙ্কৰ

সুন্দৰৰ উপলব্ধি ইন্দ্ৰিয়জ। ৰূপ-ৰস-শব্দাদিৰ ভিতৰেদিহে ইয়াৰ উপলব্ধি হয়। ইয়াৰ ভিতৰত চাক্ষুষ ৰূপ আৰু আকৃতি আৰু শ্ৰৱণজ শব্দই সুন্দৰৰ প্ৰধান বাহন।

সুন্দৰৰ দুই ৰূপ। এক ৰূপে ই বিশ্ব-প্ৰকৃতিত বিৰাজিত। এই বিশ্ব-প্ৰকৃতিৰ ভিতৰত জীৱ-প্ৰকৃতি আৰু মানৱ-প্ৰকৃতিও পৰে। ইয়াৰ দ্বিতীয় ৰূপ হৈছে মানৱৰ সৃষ্ট সৌন্দৰ্য্য, যেনে কাৰুশিল্প আৰু চাৰুশিল্প।

সুন্দৰ ইন্দ্ৰিয়জ হলেও ই মোহমুক্ত। সাধাৰণতে ইন্দ্ৰিয়াৰ্থৰ প্ৰতি মানৱ-প্ৰকৃতিৰ এটা মোহৰ আকৰ্ষণ বা ভোগৰ বাসনা থাকে। ভোগৰ সামগ্ৰী হিচাপে ৰূপ-ৰসাদি মানৱ মনৰ তৃপ্তি-দায়ক। এই তৃপ্তি হৈছে প্ৰাণধৰ্ম্মৰ তৃপ্তি, জৈৱিক সফলতাৰ তৃপ্তি। ইন্দ্ৰিয়াৰ্থৰ এনে তৃপ্তিদায়কতা মানুহে মানুহে ভিন-ভিন হব পাৰে। 'ভিন্নৰুচিৰ্হি লোকাঃ' এই কথাটো উক্ত ক্ষেত্ৰতহে খাটে। এনে ধৰণৰ ইন্দ্ৰিয়াৰ্থ তৃপ্তিৰ মুক্ত কল্পনাৰ অৱকাশ নাথাকে। ই মানৱ-মনক স্বাৰ্থৰ ব্যক্তি-কেন্দ্ৰিকতাত সীমাবদ্ধ কৰি ৰাখে।

আনহাতে সুন্দৰৰ উপলব্ধি প্ৰাণধৰ্ম্ম বা জৈৱধৰ্ম্মতকৈ উচ্চস্তৰত। কেৱল ইন্দ্ৰিয়তৃপ্তিৰ পৰা মানৱ-চিত্ত মুক্ত হৈ যেতিয়া কল্পনাই ৰূপ দি ইন্দ্ৰিয়াৰ্থৰ ভিতৰত এটা ব্যাপ্তি আনি দিয়ে আৰু চিত্তই তাক এটা সাৰ্ব্বজনীন দৃষ্টিৰে আস্বাদ কৰে তেতিয়াই মানৱ-চেতনাত সুন্দৰৰ উপলব্ধি জাগে। এই উপলব্ধি নৈৰ্ব্যক্তিক, সাৰ্ব্বজনীন,

বাসনাবৰ্জ্জিত আৰু বেদনাময়। সুন্দৰৰ এই বেদনাই হৈছে তাৰ অনিৰ্ব্বচনীয় আনন্দ-স্বৰূপ।

সুন্দৰৰ প্ৰকাশ হয় মানবৰ অন্তৰত। ইয়াৰ প্ৰকৃত ৰূপ আধিভৌতিক নহয়; যদিও আধিভৌতিকতাই ইয়াৰ আধাৰ। পৰিদৃশ্যমান প্ৰকৃতিৰ যিটো নিছক বাস্তৱ ৰূপ, তাৰ লগত মানৱৰ মূল সম্বন্ধ প্ৰয়োজনগত, ব্যবহাৰিক। প্ৰকৃতিক ব্যৱহাৰৰ কাৰণে বুদ্ধিৰ দ্বাৰা মানুহে খণ্ড-খণ্ড কৰি দেখে আৰু কৰ্ম্মশক্তিৰ দ্বাৰা সেইবোৰক নানা ভোগ্য বস্তুত ৰূপায়িত কৰে; আৰু ইয়াৰ পৰাই উদ্ভৱ হয় নানা ৰকমৰ ব্যৱহাৰিক শিল্প। প্ৰথম অৱস্থাত এই শিল্প উৎপাদন কেৱল মাত্ৰ জীৱন-ধাৰণৰ কাৰণে হয়। সভ্যতাৰ বিস্তাৰৰ লগে-লগে যেতিয়া শিল্পীয়ে নিজৰ সৃষ্টি-সম্পদ বজাৰত বিক্ৰীৰ কাৰণে কৰিব লগীয়া হয়, তেতিয়া সি তাত ধনীক্ৰেতাৰ মনোৰঞ্জনৰ বাবে নানা কাৰুকাৰ্য্য খটায় সেইবোৰক ভদ্ৰৰুচিসম্পন্ন কৰিবলৈ। এই ৰকমৰ বণিজশিল্প সমাজৰ অৱস্থাভেদে বিভিন্ন ভদ্ৰৰুচিসম্পন্ন হয়। ইয়াত আভিজাত্যৰ ৰুচি আৰু তৃপ্তি থাকে সভ্যতাৰ অভিমানো কিছু পৰিমাণে থাকে। সেইবোৰক সুন্দৰ বোলাটো শব্দৰ অবান্তৰ প্ৰয়োগ।

আনহাতে প্ৰকৃতিৰ ৰং-ৰূপ আদিয়ে কল্পনাক কঁপাই তুলি মানৱ অন্তৰৰ বোধশক্তি বা চিত্তক উন্মুখ কৰি তোলে। এইদৰে যেতিয়া ইন্দ্ৰিয়জ্ঞান, সৃষ্টিধৰ্ম্মী কল্পনা আৰু নিগুঢ়-সত্য দৰ্শনেচ্ছু বোধশক্তি একেলগে সজাগ হৈ উঠি সেই মানসিক বৃত্তিসমূহৰ ভিতৰত এটা সুসঙ্গত সমন্বয়ৰ সৃষ্টি কৰে, আৰু এটা বৃত্তিৰ ওপৰত আনটোৱে প্ৰাধান্য বিস্তাৰ নকৰে তেতিয়াই সুন্দৰৰ উপলব্ধি হয়। বোধশক্তি সজাগ, অথচ তাৰ প্ৰাধান্য নাই; গতিকে সত্যৰ উপলব্ধিতকৈ সুন্দৰৰ অনুভৱ বেলেগ। কল্পনা সজাগ, অথচ ই বোধশক্তিক তল পেলাই নিদিয়ে; গতিকে সুন্দৰ নিছক কল্পনাবিলাসো নহয়। ইন্দ্ৰিয়সমূহ সজাগ, অথচ যিবোৰে মনক ভোগ তৃপ্তিৰ বাবে টানি



নিনিয়ে; গতিকে ইন্দ্ৰিয়সুখ আৰু ভোগতৃপ্তিতকৈ ই বেলেগ। ইন্দ্ৰিয়াৰ্থৰ আকৰ্ষণে অৱশ্যে বাসনাক ৰেঙ্গাই তোলে অথচ তাৰ তৃপ্তিৰ কাৰণে অন্তৰত বেগৰ সৃষ্টি নকৰে। সেয়ে সুন্দৰৰ অনুভূতি প্ৰয়োজন-নিৰপেক্ষ।

সুন্দৰৰ উপলব্ধিত মানৱ অন্তৰৰ বোধশক্তিৰ উপৰিও মানৱ কল্যাণৰ প্ৰেৰণা বা মঙ্গলশক্তিও সজাগ হৈ উঠে। মঙ্গলশক্তিয়ে সাধাৰণতে কল্পনাশক্তিক নিজৰ অধীনত ৰাখি মানৱৰ কৰ্ম্মশক্তিক শুভকৰ্ম্মৰ পথত পৰিচালিত কৰে। আনহাতে সুন্দৰৰ অনুভূতিত মঙ্গলশক্তিয়ে কল্পনা আৰু বোধশক্তিক অতিক্ৰম কৰি নাযায়; যদিও এই সমুদায় বৃত্তি একেলগে জাগৰিত হৈ অন্তৰত এক অনিৰ্ব্বচনীয় আবেগৰ সৃষ্টি কৰে, অথচ বেগ স্তম্ভিত কৰে।

সৌন্দৰ্য্যদ্ৰষ্টাই বিশ্ব-প্ৰকৃতিৰ ৰং-ৰূপাদিৰ অন্তৰ্নিহিত এক সুগভীৰ সমন্বয়ৰ মূৰ্চ্ছনা অনুভৱ কৰে। এই দৃষ্টি বাস্তৱো নহয়, অবাস্তৱ কল্পনা-বিলাসো নহয়। সৌন্দৰ্য্যস্ৰষ্টাই বা শিল্পীয়ে সেই অনুভূতিকে চিত্ৰ, ভাষা, সুৰ আদিৰ মাধ্যমেৰে প্ৰকাশ কৰিবৰ প্ৰয়াস কৰে। এই প্ৰয়াসতেই সুকুমাৰ কলাৰ জন্ম। এই কলাৰ বাহ্যিক ৰূপ বা আঙ্গিক সেই গভীৰ দৃষ্টিৰ ব্যঞ্জনাৰ কাৰণেহে ব্যৱহৃত হয়। মাধ্যমৰ স্থূল ৰূপৰ ভিতৰেদি সেই উপলব্ধিক প্ৰকৃতভাৱে প্ৰকাশ কৰিব নোৱাৰি, মাত্ৰ ইঙ্গিত বা ব্যঞ্জনাহে কৰিব পাৰি। যাৰ অন্তৰত সুন্দৰৰ উপলব্ধি নাই সি কলাৰ বাহ্যিক ৰূপহে দেখে। এই ব্যঞ্জনাৰ শক্তিয়েই শিল্পীৰ প্ৰকৃত সৃষ্টিধৰ্ম্মী স্বৰূপ। মাধ্যম আৰু উপলব্ধিৰ মিল কোনো শিল্পীয়েই সম্পূৰ্ণ আত্মসচেতন ভাৱে কেৱল কৌশল প্ৰয়োগৰ দ্বাৰা কৰিব নোৱাৰে। সেই মিল মিলোৱাৰ সাধনাত শিল্পী হৈ পৰে একাগ্ৰ আৰু আপোন-পাহৰা, পৰিচালিত হয় অন্তৰৰ অনিৰ্ব্বচনীয় উপলব্ধিৰ দ্বাৰা। শিল্পসৃষ্টিৰ এই ক্ষমতা জন্মগত।

অসীমৰ ৰহস্যময় উপলব্ধি সুন্দৰৰ উপলব্ধিতকৈ কিছু বেলেগ, যদিও দুয়োটাই সমগোত্ৰীয়। অসীমৰ অনুভূতিও আধ্যাত্মিক;

ই ইন্দ্ৰিয়-জনিত, কল্পনা আৰু বোধশক্তিৰ দ্বাৰা পুষ্ট। কিন্তু এই অনুভূতিত কল্পনা জাগৰিত হৈয়ো খৰ্ব্বিত হয়। সীমাহীন ব্যাপ্তিৰ সন্মুখীন হৈ কল্পনা পৰাভূত হয়; অন্তৰত এই খৰ্ব্বতাই এক অবুজ ভয়ৰ সৃষ্টি কৰে। এই ভয় হৈছে বিৰাটৰ সন্মুখত মানৱৰ অস্তিত্বৰ অতি-ক্ষুদ্ৰতাৰ পৰা ওপজা ভয়। ই সাধাৰণ জৈৱিক ভয় নহয়। তৈত্তিৰীয় উপনিষদত ৰসময় আনন্দময় অনন্ত ব্ৰহ্মৰ পৰা ওপজা ভয়ৰ কথা এইদৰে কৈছে—

ভীষাহস্মাদ্বাতঃ পবতে। ভীষোদেতি সূৰ্য্যঃ।
ভীষাহস্মদগ্নিশ্চেন্দ্ৰশ্চ। মৃত্যুৰ্ধাবতি পঞ্চমঃ॥

"ব্ৰহ্মৰ ভয়তেই বায়ু প্ৰবাহিত হয়, ভয়তেই সূৰ্য্য উদয় হয়; তাৰ ভয়তেই অগ্নি, ইন্দ্ৰ আৰু পঞ্চম স্থানীয় যম নিজ-নিজ কৰ্ত্তব্যত প্ৰবৃত্ত হয়।"

কিন্তু আনহাতে অসীমৰ উপলব্ধিয়ে মানুহৰ মুক্ত-চৈতন্যক জগাই তুলি সেই চিত্তশক্তিৰ লগত অসীমৰ যি আত্মীয়তা আৰু ঐক্যতাৰ পৰিচয়—মানবাত্মাৰ বিভুত্বৰ পৰিচয় আনি দিয়ে। সুদূৰৰ আহ্বান, অসীম আকাশ, অন্তহীন কাল, দিগন্ত বিয়পি থকা পৰ্ব্বতৰ শৃঙ্গমালা, সীমাহীন সমুদ্ৰৰ কল্লোল সঙ্গীত—এইবোৰৰ জৰিয়তে ৰহস্যময় অসীমৰ অনুভূতি চিৎশক্তিত জাগে।

অসীমৰ উপলব্ধিও সুন্দৰৰ উপলব্ধিৰ দৰে নৈৰ্ব্যক্তিক আৰু সাৰ্ব্বজনীন। কিন্তু সুন্দৰৰ উপলব্ধিত ৰূপ আৰু আকৃতিৰ এটা সীমা আছে, আৰু কল্পনাই তাকে লৈ খেলা কৰিবৰ সুবিধা পায়। এই উপলব্ধিত অন্তৰ শান্ত আৰু সমাহিত থাকে। কিন্তু অসীমৰ উপলব্ধিয়ে ইন্দ্ৰিয় আৰু কল্পনাক তীব্ৰভাৱে আকৰ্ষণ কৰি এই দুই বৃত্তিৰ সীমাবদ্ধতাক চেৰ পেলাই যায়। অসীমৰ বুকুত মানৱ-কল্পনা দিক্‌ভ্ৰান্ত হৈ হেৰাই যায়। কিন্তু মানৱ-চিত্তই এই অপৰিমেয়তাৰ ৰহস্যৰ ভিতৰত নিজৰে এক অবুজ অপ্ৰাকৃত অস্তিত্বৰ উপলব্ধি কৰে। কল্পনা আৰু চিৎশক্তিৰ এই বিপৰীতমুখী সংঘাতে অন্তৰত



এক গতিবেগৰ সৃষ্টি কৰে। ব্যৱহাৰিক বাস্তৱ জগতখন দৃষ্টিৰ সন্মুখৰ পৰা সেই সময়ত আঁতৰি যায়। ইয়াত থাকে সামাজিক নিঃসঙ্গতাবোধ অথবা বিশ্ব-প্ৰকৃতিৰ অসীমতাৰ এক অপাৰ্থিব সঙ্গ। এই একাকীত্বৰ ভয়ক জয় কৰি অসীমৰ নিবিড় আত্মীয়তা আনি দিয়া অনুভূতিয়েই হৈছে মহত্ত্বৰ, বিশালতাৰ বেদনাবোধ আৰু আনন্দ। ইয়াৰ দ্বাৰা মানৱ-চেতনাৰ মহিমা প্ৰকাশ পায়—অসীমৰ মহিমাৰ মাজেদি।

ৰহস্যময় অসীমৰ উপলব্ধি অপ্ৰাকৃত হোৱাৰ কাৰণে ই স্বাভাৱিকতে ধৰ্ম্মৰ পাৰমাৰ্থিকতাৰ লগত এক হৈ যায় আৰু পাৰমাৰ্থিক প্ৰেৰণাৰ দ্বাৰা প্ৰণোদিত শিল্পকলাত ইয়াৰ প্ৰকাশ বেছি দেখা যায়। দেৱ-দেৱী, ঈশ্বৰ আদিৰ নিবাস হিচাপে কল্পিত নিৰ্ম্মাণত যি স্থাপত্য-শিল্প প্ৰয়োগ মন্দিৰ, গীৰ্জ্জা, মচজিদ আদিৰ হয়, সেই শিল্পকাৰ্য্যত সুন্দৰৰ অনুভূতিৰ সলনি অসীমৰ মহিমাৰ ব্যঞ্জনাহে মূল প্ৰেৰণা হয়। বোধিস্তূপ, গথিক গীৰ্জ্জা, হিন্দুৰ মন্দিৰ আদি আৰু বিশেষকৈ মিছৰৰ পিৰামিডত শিল্পী-মনৰ অসীমৰ উপলব্ধি ব্যঞ্জিত হৈছে। স্থাপত্য-বিদ্যাৰ উপৰিও চিত্ৰ-বিদ্যাত ৰেণেচাঞ্চৰ সময়ৰ ইটালীয় চিত্ৰশিল্পত অসীমৰ প্ৰেৰণা প্ৰধান। বিশেষকৈ লিওনাৰ্ডো-দ্য-ভিন্সিৰ 'মনালিচা' আৰু মাইকেল এঞ্জেলোৰ 'দি ফল অব্ আদাম'—এই উপলব্ধিৰ ক্ষেত্ৰত সাৰ্থক আৰু অমৰ সৃষ্টি। কাব্য-কলাদিৰ ক্ষেত্ৰত গ্যেটেৰ 'ফাউষ্ট' নাটক, ইংৰাজী নবন্যাসৰ কবি ওৱৰ্ডছৱৰ্থ, শ্বেলী আৰু ক'লেৰিজৰ ভাববাদিতা আৰু বিশেষকৈ ভিক্টোৰীয় কবি ব্ৰাউনিঙৰ ৰূপক কাব্যৰ ভিতৰেদি অসীমৰ ৰহস্য প্ৰকাশিত হৈছে। প্ৰাচীন ভাৰতীয় কাব্যত ঠায়ে-ঠায়ে অসীমৰ প্ৰকাশ-প্ৰচেষ্টা আছে যদিও ই অসীম ৰূপকৰ দ্বাৰা সীমায়িত আৰু অতি পৰিচিত ৰূপ পায়। বিশেষকৈ কালিদাসৰ 'কুমাৰ সম্ভৱ'ৰ হিমালয়ৰ বৰ্ণনা আৰু 'ৰঘুবংশম'ৰ সাগৰ বৰ্ণনাত বিৰাটৰ স্বৰূপক সীমাবদ্ধ ৰূপকৰ দ্বাৰা অতি পৰিচিত কৰি দিয়া হৈছে। আধুনিক যুগৰ ঋষি কবি ৰবীন্দ্ৰনাথৰ কাব্য আৰু গীতত অসীমৰ

নানা ৰহস্যৰ ব্যঞ্জনাই মূল কথা। অসমীয়া কাব্যত অম্বিকাগিৰীৰ 'তুমি' কাব্যত, নলিনীবালা দেবীৰ বহু কবিতাত আৰু ৺কমলানন্দ ভট্টাচাৰ্য্যৰ গীতত ভাষাতীত অপৰিমেয়তাৰ আভাস স্পষ্ট।

( ৩ )

ভয়ঙ্কৰ বা ৰুদ্ৰৰ উপলব্ধি অসীমতাৰ উপলব্ধিৰ সগোত্ৰীয়। অসীমতাৰ অনুভূতিত তাৰ অপৰিমেয়তাই অন্তৰত বেগৰ আবেগ সৃষ্টি কৰে। কিন্তু ভয়ঙ্কৰ বা ভৈৰৱৰ অনুভূতিত নিসৰ্গৰ দুৰ্ব্বাৰ আৰু ধ্বংসাত্মক শক্তিৰহে উপলব্ধি হয়। প্ৰকৃতিৰ জীৱধাত্ৰী ৰূপৰ অতীত যি তাণ্ডৱ-ৰূপ সেই ৰূপেই ভয়ঙ্কৰ। ইয়াৰ সন্মুখত মানৱ-শৌৰ্য্যৰ কথাই নাই, মানৱ-অস্তিত্বই একেবাৰে অকিঞ্চন ৰূপে প্ৰতিভাত হয়। সেই শক্তিৰ সংঘাতত একেবাৰে নিশ্চিহ্ন হৈ যোৱাৰ যি অন্তৰাত্মা কঁপোৱা ভয়, সেই ভয় এই অনুভূতিত জড়িত থাকে। কিন্তু বিপদৰ ভয়ে অন্তৰক কঁপালেও দৰ্শকে বাস্তৱ বিপদৰ পৰা নিৰাপদ ঠাইত থাকিলেহে ৰুদ্ৰ-তাণ্ডৱৰ মহৎ ৰূপ উপলব্ধি কৰিব পাৰে। ভয়ঙ্কৰৰ উদাহৰণ হৈছে ঝঞ্ঝা-বিক্ষুব্ধ উত্তাল সমুদ্ৰ, অগ্নিউদ্‌গাৰী আগ্নেয়-পৰ্ব্বত, নায়েগ্ৰাৰ জলপ্ৰপাত, বৰ ভুইকঁপৰ ধ্বংসলীলা আদি। হিন্দুধৰ্ম্মৰ কল্পিত মহাদেৱৰ ভৈৰৱ ৰূপ আৰু গীতাত শ্ৰীকৃষ্ণই অৰ্জ্জুনক দেখুৱা বিশ্বৰূপ হৈছে এই ভয়ঙ্কৰৰ উপলব্ধিৰ প্ৰকৃত দৃষ্টান্ত।

ভয়ঙ্কৰ বা ৰুদ্ৰৰ উপলব্ধিত দ্ৰষ্টাৰ ব্যক্তিগত নিৰাপত্তাৰ কাৰণে ইয়াৰ ভীতিপ্ৰদ ৰূপে কল্পনাকহে মথিত কৰে, আৰু প্ৰকৃতিৰ সেই ৰুদ্ৰলীলাক জয় কৰিবলৈ অন্তৰত এটা দৃঢ়তাৰ সৃষ্টি হয়। এই দৃষ্টিয়ে চেতনাৰ অন্তৰ্নিহিত বিপ্লৱীশক্তিক অসাধাৰণভাৱে জগাই তোলে। মানৱ-চেতনাই এই তাণ্ডৱৰ ওচৰত পৰাজয় স্বীকাৰ নকৰে; বৰং ই নিজৰেই মৃত্যুঞ্জয়ী অজেয় সত্তাৰ স্বৰূপ নিজে উপলব্ধি কৰে। চেতনাৰ এনে ধৰণৰ উদ্বোধনৰ ফলত ভয়ঙ্কৰৰ সন্মুখত ই নিজকে বিজয়ী হিচাপে দেখে। মানৱ-সত্তাৰ জৈৱিকৰূপ এই ৰুদ্ৰৰূপৰ



ওচৰত সম্পূৰ্ণ পৰাভূত হলেও মানৱতাৰ মূলসত্তা দুৰ্জ্জেয় হৈ ৰৈ যায়। সমাজ আৰু সংস্কাৰৰ বিধি-নিষেধৰ দ্বাৰা নিয়ন্ত্ৰিত মানৱ-স্বভাৱৰ সকলো আচৰণ ফালি দেখা দিয়ে মানৱসত্তাৰ আদিম আৰু অধিকাৰী ৰূপ আৰু তাৰ নিসৰ্গাতীত নিয়তি।

ৰুদ্ৰৰ দৃষ্টিত জাগৰিত হোৱা মানৱচিত্তৰ প্ৰপঞ্চাতীত মূল-স্বৰূপকেই কৰ্ম্মৰ ক্ষেত্ৰত, জীৱন-সংগ্ৰামৰ ক্ষেত্ৰত, অসত্য, অন্যায় আৰু অমঙ্গলৰ বিৰুদ্ধে সংগ্ৰামৰ ক্ষেত্ৰত নিয়ত বিকাশ কৰাই জীৱন-চৰ্য্যাৰ প্ৰকৃত লক্ষ্য। কৰ্ম্মবীৰ বা কৰ্ম্মযোগী ৰূপে মানৱে আত্মাৰ অমৃত-অন্ন বিচাৰি জীৱন-মৃত্যুৰ দ্বন্দ্বৰ মাজত মৃত্যুঞ্জয়ী সংগ্ৰাম কৰে, মহত্ত্বৰ, সত্যৰ আৰু মঙ্গলৰ প্ৰেৰণাত হেলাৰঙে মৃত্যু তুচ্চ কৰি যায়, ধ্বংসৰ মাজত সৃষ্টিৰ পাতনি মেলে, দুঃসহ দুঃখৰ মাজত মঙ্গলৰ আনন্দ আহৰণ কৰে, বিভীষিকাৰ মাজত বৰাভয় আনি দিয়ে, জীৱন-সংগ্ৰামত পক্ষান্তৰে বাস্তৱ পৰাজয়ৰ মাজতো আত্মবলৰ অজেয় গৰিমা ঘোষণা কৰে। মানৱসত্তাৰ অন্তৰ্নিহিত এই 'ৰুদ্ৰলীলাৰ ভয়ক ভেদা' ৰূপ অঙ্কিত কৰাত নাট্যকাৰ ছেক্সপীয়েৰ মানৱ ইতিহাসত অদ্বিতীয়। তেওঁৰ বিয়োগান্ত নাটক গোটেই কেইখনতেই এই মৃত্যুঞ্জয়ী মানৱ-মহত্ত্বৰ প্ৰকাশ পাইছে। হেম্‌লেট্, অথেলো, কিংলিয়াৰ, মেকবেথ আদি আটাইবোৰ চৰিত্ৰতেই মৃত্যুৰ ভিতৰেদি বিজয় ঘোষিত হৈছে। আনফালে প্ৰকৃতিৰ ৰুদ্ৰলীলাৰ বৰ্ণনাও ছেক্সপীয়েৰত বহুত পোৱা যায়। শ্বেলীৰ "Prometheus Unbound" নাট্যকাব্যত নিসৰ্গৰ ৰুদ্ৰৰূপৰ কিছু আভাস পোৱা যায়। কবি ৰবীন্দ্ৰনাথ প্ৰকৃতিৰ ভয়ঙ্কৰ ৰূপৰ আৰু তাৰ প্ৰতিক্ৰিয়া হিচাপে কবি-অন্তৰত জগা উদ্দাম গতিবেগৰ প্ৰকাশত অতি সিদ্ধহস্ত। 'সুপ্ৰভাত' কবিতাত—

"বাজেৰে গৰজি বাজেৰে,
দগ্ধ মেঘেৰ ৰন্ধ্ৰে ৰন্ধ্ৰে দীপ্ত গগণ মাঝেৰে...
মৰণ নৃত্য ছন্দ মিলায়ে হৃদয় ডমৰু বাজাব,
ভীষণ দুঃখে ডালি ভৰে লয়ে তোমাৰ অৰ্ঘ্য সাজাব!"

'বৰ্ষশেষ' কবিতাত—

"বীণাতন্ত্রে হানো
হানো খৰতৰ ঝঙ্কাৰ ঝঞ্ঝনা
তোল উচ্চ সুৰ,
হৃদয় নির্দয়ঘাতে ঝর্ঝরিয়া ঝড়িয়া পড়ুক
প্রবল প্রচুৰ।...

"আনন্দে আতঙ্কে মিলি ক্রন্দনে উল্লাসে গৰজিয়া
মত্ত হাহাৰবে,
ঝঞ্ঝাৰ মঞ্জীৰ বাঁধি উন্মাদিনী কাল বৈশাখীৰ
নৃত্য হোক তবে।"

ৰবীন্দ্র-কাব্যৰ পৰা এনে ধৰণৰ অলেখ উদ্ধৃতি দিব পৰা যায়। অসমীয়া কবি অম্বিকাগিৰীৰ 'অগ্নি-বীণাত' আৰু প্ৰসন্নলালৰ কেইটামান কবিতাত ভয়ঙ্কৰৰ আকৰ্ষণ আৰু তাৰ সংঘাতৰ ভিতৰেদি জীৱন-জয়ৰ স্পৃহা ফুটি উঠিছে।